# ৰঙা ৰঙা তেজ

উমাকান্ত শৰ্মা

সৰস্বতী প্ৰতিষ্ঠান
বি. কে. কাকতি ৰোড
বিহাবাৰী : গুৱাহাটী - ৭৮১০০৮

প্ৰকাশক :

সৰস্বতী প্ৰতিষ্ঠান
বি. কে. কাকতি ৰোড
বিহ্যাবাৰী, গুৱাহাটী

প্ৰথম প্ৰকাশ :
পশুপতি ভৰদ্বাজ, ছদ্মনামত প্ৰকাশিত
১৫ আগস্ট
১৯৬৮

দ্বিতীয় প্ৰকাশ :
১৯৯৭

বেটুপাত শিল্পী :

মূল্য : ৭৫·০০ টকা

প্ৰিন্টাৰ :

জিংৰাজ অফ্‌সেট
কলিকাতা— ৭০০ ০০৬

## এক

সক টিলাটোৰ গাতে লাগি যোৱা এটা বাট। দূৰৰ পৰা চালে প্ৰথমে ধাৰণা হয় যেন বাটটো পোন। কিন্তু বাটটোৰে যিমানে আগুৱাই যোৱা যায়, তিমানে গম পোৱা যায় কিমান বেঁকা বেঁকি বাটটো। দূৰৰপৰা ধাৰণা হয় যে গাওঁখন টিলাটোৰ ঠিক সিকাষে; পোন্ধৰ মিনিটৰ বাট। কিন্তু অকোৱা পকোৱা বাটটোৰে গৈ থাকিলে ইছলামপুৰ গাওঁখন পাওঁতে পূৰা এক ঘণ্টা লাগে। অথচ পোন বাট এটা উলিয়াব নোৱাৰি। কাৰণ পথাৰবোৰ দ, মাজে মাজে জুৰি।

টিলাটো সকও, চাপৰো। তাত যে কিয় এটা টিলা থাকিব লাগে তাৰ কোনো অৰ্থও বিচাৰি পোৱা নাযায়। মাজ পথাৰত হঠাৎ এটা টিলা। লানি লগাকৈ টিলাৰ শাৰী এটা হোৱা হলে বেলেগ কথা। কিন্তু শাৰী শাৰী টিলা নাই। যেন ভুলতে ক'ৰবাৰ পৰা গজি উঠা এটা টিলা,— কাউৰীয়ে মুখৰপৰা পেলাই দিয়া গুটিৰ পৰা ভগা ইটাৰ বেৰত গজি উঠা জৰি গছৰ দৰে। ওপৰৰ ফালে সক হোৱা সত্বেও টিলাটোৰে অনেক ঠাই জুৰি আছে। আৰু টিলাটোৰ গাতে লাগি লাগি বাটটো বহুত দূৰলৈ গাওঁৰ মাজে মাজে গৈ কোনোবাখিনি ওলাইছে। টিলাটোৰ নাম সৰ্পৰ জিভা।

অনেকদিন আগেয়ে এবাৰ বানপানী হয়। এনেকুৱা বানপানী আৰু মনত পৰা সময়ত হোৱা নাই। গৰু-ছাগলীৰ তো কথাই নাই, মানুহ থকাৰো আৰু ক'তো ঠাই নাইকিয়া হৈ গ'ল। গাওঁৰ পাছত গাওঁ সমুদ্ৰৰ পানীত ডুবযোৱাদি তল গ'ল। নাওৰে, ভেলেৰে মানুহে ওখ ঠাই বিচাৰি ফুৰিলে।

তেতিয়া টিলাটোৰ ওচৰত কোনো গাওঁ নাছিল। বহুত দূৰৰ গাওঁ বিলাকৰ পৰা মানুহে ওখ ঠাই বিচাৰি বিচাৰি আহি পালে এই টিলাটো। ইয়াতে আশ্ৰয় লোৱাৰ বাহিৰে মানুহে আৰু আন উপায় ভাবি নাপালে। কিন্তু যেই মাত্ৰকে প্ৰথম নাওখন আহি টিলাটোৰ গাত লাগিল— সেই মাত্ৰকে চাৰিওফালৰপৰা ফোঁচ ফোঁচনি শব্দ উঠিল। গোটেই টিলাটো সাপেৰে ভৰপূৰ। দুই তিনিখন নাও আহি জমা হ'ল। নাওৰ পৰা আটাইবিলাক মানুহে দেখিবলৈ পালে,— টিলাটোৰ গছবোৰত মেৰিয়াই থকা অসংখ্য সাপ। লফলক্ কৈ জিভাবোৰ মেলি সাপবিলাকে যেন তেওঁলোককে বাট চাই আছিল। অৱশ্যে মানুহবিলাক উভটি নগ'ল। টিলাটো মানুহে দখল কৰিলে। সাপে মানুহে কেইদিনমান থকাৰ পাছত সাপবিলাকে নিশ্চয় অন্য বন্দোবস্ত কৰিলে। কিন্তু তেতিয়াৰ পৰা টিলাটোৰ নাম হ'ল সৰ্পৰ জিভা।

প্ৰায় ভাগ মানুহ আকৌ নিজৰ নিজৰ গাওঁলৈ উভটি গ'ল। কিন্তু কিছুমান ওচৰে পাজৰে বৈ গ'ল। ক্ৰমশঃ এখনৰ পাছত এখন গাওঁ গঢ়ি উঠিল। টিলাটোৰ ওচৰৰ দ মাটিবোৰো মানুহে বাদ নিদিলে— খেতি কৰিবলৈ আৰম্ভ কৰিলে। কতবাৰ বানপানীয়ে খেতিবোৰ উছন কৰিলে, কিন্তু মানুহৰ উৎসাহৰ উছন কৰিব নোৱাৰিলে। জুৰি কাটি, বান্ধ দি, নানা উপায়ে মানুহে খেতিৰ ব্যৱস্থা কৰিলে। গাওঁবোৰ থিতাপি হৈ গ'ল। কোনেও আৰু সেই ঠাই পৰিত্যাগ নকৰিলে।

টিলাটোৰ কাষৰ গাওঁখন ইছলামপুৰ। ইছলামপুৰৰ পাছত শিমলুৱা, শিমলুৱাৰ পাছত তৰাবন, তৰাবনৰ পাছত ৰত্নপুৰ, ৰত্নপুৰৰ পাছত মৈৰাং, মৈৰাঙৰ সিপাৰে নদী— বৰনৈ। সৰ্পৰ জিভাৰ ওচৰেদি যোৱা ৰাস্তাটো মৈৰাঙলৈ গৈ তাতে শেষ হৈ গৈছে। একালত বৰনৈৰ ইপাৰে সৰ্পৰ জিভালৈকে কোনো গাওঁ নাছিল। গাওঁবোৰ আছিল বৰনৈৰ সিপাৰে। সিপাৰে বৰনৈৰ পাৰ ওখ, বান কম হয়। বৰনৈৰ সিপাৰে গৰু বেছি— ম'হ কম; ইপাৰে গৰু কম, ম'হ বেছি। ইপাৰে বেছি ভাগ মানুহে ম'হেৰে হাল বায়; সিপাৰে বেছি ভাগে গৰুৰে হাল বায়।

ৰূপৰামে যেতিয়া আহি সৰ্পৰ জিভা পালে, তেতিয়া বেলি পৰিছে। ৰূপৰামে টিলাটোৰ ওচৰতে বহে। তেওঁৰ অসম্ভৱ ভাগৰ লাগে। তেওঁৰ গোটেই শৰীৰটোৱে আজি অৱশ হৈ পৰিছে। দিনত বৰষুণ হৈছিল, এতিয়া বৰষুণে কিনকিনাই আছে। ৰঙা মাটিৰ বাটটো পিছল হৈ উঠিছে, মাটিবোৰ সেমেকি উঠিছে, ঘাঁহবোৰৰ পৰা কিবা এটা গোন্ধ ওলাইছে। সেমেকা, ৰঙা, পিছল মাটিৰ ওপৰতে ৰূপৰাম বহে। পশ্চিমৰ আকাশখন ৰঙা হৈ পৰিছে। হয়তো পূবৰ ফালে ৰামধেনু উঠিছে। ঘূৰি চাবলৈ ৰূপৰামৰ মন নাযায়। ৰঙা আকাশ খন, ডাৱৰে ভৰি উঠা সন্ধিয়াটো, কিনকিনীয়া বৰষুণবোৰ— আটাইবিলাক ৰূপৰামৰ মনত ভয়াবহ হৈ উঠে। বতাহ গাত লাগিলেই তেওঁ শিয়ঁৰি উঠে। তেওঁৰ কেৱল ধাৰণা হয়, চাৰিওফালে যেন জুইৰ শিখা; তিতি থকা ধান খেৰৰ মাজৰ উমাই উমাই জ্বলি উঠা ধোৱাঁময় শিখাবোৰ। বেছি উত্তাপ নাই— বেছি পোহৰ নাই, অথচ লাহে লাহে উজ্জ্বল কৰি শেষ কৰি দিয়া জুইৰ শিখা। বতাহৰ মাজেদি ৰূপৰামৰ কাণত আহি পৰে অগণন মানুহৰ কোঢ়াল আৰু আতুৰ বিননি। তেওঁৰ শৰীৰটো জিকাৰ খাই উঠে। বৰষুণৰ দিনতো তেওঁৰ কপালত ঘাম দেখা দিয়ে। কপালৰ ঘামখিনি মচি ৰূপৰামে সন্মুখলৈ চায়।

পথাৰখন পানীৰে উপচি পৰিছে। ভাদ-আহিন মহীয়া বৰষুণৰ পানী। ইমান পানী হোৱাৰ কথা নহয়। যোৱা দুদিন ধৰি বৰষুণৰ ফলত বোধ হয় ইমান পানী হৈছে। ৰূপৰামৰ আৰু একো ভাবিবলৈ মন নাযায়। তেওঁৰ নিজৰ গাৰ কষ্ট আৰু মনৰ সন্তাপত যেন পৃথিবীখন ডুবি গৈছে। অকণ অকণ বৰষুণৰ টোপালবোৰ পথাৰৰ পানীৰ ওপৰত পৰে, পানীৰ ওপৰত বুৰবুৰণি উঠে। বিশাল পথাৰখনৰ ওপৰত পানীবিলাকৰ এটা অতি মৃদু কঁপনি উঠে। শীতৰ আৰম্ভণিতে পথাৰখনে যেন জাৰত শিয়ঁৰি শিয়ঁৰি উঠি আকৌ তলকা মাৰে। দিনৰ পোহৰ লাহে লাহে নাইকিয়া হৈ আহে, ৰঙা মেঘখিনিৰ ওপৰত ক'লা আৱৰণ বিয়পি পৰে, আৰু ৰূপৰামৰ চকুৰপানী বৰষুণৰ পানীৰ লগত মিলি পৃথিৱীত বাগৰি পৰে।

তথাপি ৰূপৰাম ঘৰলৈ যাব লাগিব। তেওঁৰ মনত আজি তেওঁৰ ঘৰ শূন্য। তেওঁৰ হালৰ ম'হ দুয়োটা জোৰ কৰি পুলিছে লৈ গৈছে। হালৰ ম'হ দুয়োটা যদি গ'ল, ৰূপৰামৰ ঘৰত আৰু কি থাকিল। তেওঁৰ পেটৰ ভাত ওলাব ক'ৰ পৰা। তেওঁৰ ইমান কাকুতি মিনতি সকলো ব্যৰ্থ হৈ গ'ল। বছৰেকৰ খাজনা দিব নোৱাৰাৰ বাবে যদি তেওঁৰ ম'হদুটা গ'লহেঁতেন, তেনেহলে তেওঁৰ ইমান দুখ নালাগিলহেঁতেন। অথচ খাজনা তেওঁ দিছে। কিন্তু কোনোবা মানুহে ক'ৰবাত দলং ভাঙিলে, টেলিগ্ৰাফৰ তাঁৰ কাটিলে, তাতে তেওঁৰ কি হ'ল? তাৰ বাবে তেওঁ টেক্স দিব লাগিব কিয়? আৰু গাওঁৰ আন মানুহৰ ওপৰত দহ টকা কুৰি টকা টেক্স, তেওঁৰ ওপৰত দুশ কিয়? তেওঁ দুখীয়া বাবে তেওঁৰ ওপৰত টেক্সৰ বোজাও বেছি গধূৰ। তাকে দিব নোৱাৰিলৈ তেওঁৰ ওপৰত শাস্তিও গধূৰ। কিন্তু দোষ যিমানেই ডাঙৰ নহওক কিয়, শাস্তি যিমানেই গধূৰ নহওক কিয়, তেওঁৰ হালৰ ম'হ নিব কোন স্বত্বেৰে।

ৰূপৰামৰ মূৰটো গৰম হৈ উঠে। এয়া আইন— এয়া ৰজা, এয়া ৰাজ্য— এয়া প্ৰজা। তেওঁৰ বাহুৰ মঙহবোৰ জিকাৰ খাই উঠে। পুলিছৰ আগতো তেনেকুৱা হৈছিল তেওঁৰ। তেওঁৰ ইচ্ছা হৈছিল, কোবাই যেন চাৰিওজন পুলিছকে তেওঁ লাচ কৰি থব। কিন্তু ফল হ'ল ওলোটা। মাৰ খালে ৰূপৰামে। তেওঁৰ উৰু আৰু পিঠিত পুলিছৰ কোবৰ দাগ এতিয়াও আছে— একোটা কলৰ দৰে হৈ ফুলি আছে। অথচ তেওঁ মাৰ খাইছে ৰাতিপুৱা আঠবজাতে। থেতেলা খোৱা মঙহ বিলাকৰ বিষত ৰূপৰামৰ যেন জ্বৰ উঠিছে। মাৰ খোৱা সত্বেও ৰূপৰাম থানালৈ আহিছিল। সৰ্পৰ জিভাৰপৰা থানা পাঁচ মাইল দূৰ। দিনটো ৰূপৰামৰ পেটত একো পৰা নাই। এটোপা পানীও তেওঁ খোৱা নাই। কিজানিবা থানালৈ আহিলে ম'হদুটা পায়, সেই আশাতে তেওঁ লঘোনে ভোকে থানালৈ আহিছিল। কিন্তু লাভ একো নহ'ল। বৰঞ্চ অনেক কটু কথা তেওঁ শুনিলে। আনকি তেওঁৰ ঘোৱালীজনীৰ নাম ধৰি গালি পাৰিবলৈও

কোনেও কুণ্ঠা বোধ নকৰিলে। অলপ বেছি সময় তৰ্ক কৰা হলে ৰূপৰামে বোধহয় আকৌ এবাৰ মাৰ খালেহেঁতেন। মাৰিবলৈ সকলোৱে সাজু হৈয়ে আছিল। ম'হদুটা এবাৰ দেখা পোৱা হলেও তেওঁৰ মনটো ভাল লাগিলহেঁতেন। কিন্তু তেওঁ আৰু দেখা নাপালে। ক'ত যে সিহঁতে লুকাই থলে ম'হ দুটা তেওঁ ভাবি নাপায়। কোনে যে ঘাঁহ খুৱাব ম'হ দুটাক।

অসম্ভৱ পিয়াহ লাহে ৰূপৰামৰ। ঘৰলৈ এতিয়াও বহুত দূৰ আছে। ইছলামপুৰত অৱশ্যে তেওঁ পানী খাই লব পাৰে। কিন্তু তালৈ যাবলৈকেও তেওঁৰ আৰু ধৈৰ্য্য নাই। তেওঁ পথাৰলৈ নামি গৈ পথাৰৰ পৰা ৰৰষুণৰ পানী খাই লয়। পানী খোৱাৰ পাছতে তেওঁ যেন শৰীৰত বল পায়। হঠাৎ তেওঁৰ দৃষ্টি পৰে টিলাটোৰ ওপৰত। টিলাটোৰ ওপৰত নিচান এখন উৰি আছে। সৰ্পৰজিভাৰ ওপৰত কোনো থান নাই, কোনো মন্দিৰ নাই। কোনোবা সাধু বাবাজী আহি ইয়াতে থান পাতিলে নেকি, ৰূপৰামে ভাবে। কিন্তু সাধুবাবাজী অহা হলে ইমান দিনে তেওঁ শুনিলেহেঁতেন। এয়াতো ইছলামপুৰ, তাৰ পাছত শিমলুৱা আৰু তাৰ পাছত তেওঁৰ গাওঁ— তৰাবন। তৰাবনত থাকি সৰ্পৰজিভালৈ অহা সাধু-সন্ন্যাসীৰ কথা তেওঁ গম নোপোৱাকৈ নাথাকিলহেঁতেন। তেওঁ স্পষ্ট দেখা পায় যে, এখন নিচান উৰি আছে। থানালৈ যোৱাৰ সময়ত কোনো নিচান দেখা তেওঁৰ মনত নপৰে। অৱশ্যে থানালৈ যোৱাৰ সময়ত তেওঁৰ মনত আছিল কেৱল ম'হ দুটা আৰু কালেকটিভ ফাইনৰ কথা। কিন্তু ইমান স্পষ্টভাবে টিলাটোৰ চূড়াত নিচানখন জিলিকিছে যে কোনেও ইয়াক নেদেখাকৈ যাব নোৱাৰে। অৱশ্যে এটা কথা হব পাৰে। কথাটো মনলৈ অহামাত্ৰকে, কিয় জানো, ৰূপৰামৰ গাটো উত্তেজনাত কঁপি উঠে। সেয়া বোধ হয় জাতীয় নিচান।

ৰূপৰামে পানীৰ খুৰলি লৈ উঠি আছে, আৰু চিপ্‌চিপীয়া পানীত আঁঠু কাঢ়ি ওপৰলৈ হাত দুখন তুলি নিচান খনলৈ চাই চাই প্ৰাৰ্থনা কৰে,—

হে ভগৱান! কিমান দূৰত তুমি থাকা? কিমান ডাঙৰকৈ মাতিলে তুমি শুনি পোৱা, ভগৱান? দুখৰ যাৰ পাৰকুল নাই তাৰ দুখ তুমি জানো বুজি নোপোৱা? যাৰ শক্তি নাই— তাক জানো তুমি শক্তি নিদিয়া? তাক যদি তুমি বুদ্ধি নিদিয়া, বল নিদিয়া, সাহস নিদিয়া, ধৈৰ্য্য নিদিয়া, দুখ দুৰ্গতিৰ বিৰুদ্ধে থিয় দিবলৈ শক্তি নিদিয়া, তেনে তাৰ কি হব? তুমি শুনা ভগৱান, মই ইয়াৰ প্ৰতিশোধ লম। মোৰ মুখৰ ভাত যি কাঢ়ি নিলে, হাত ভৰি থাকোতে মোক যিয়ে আজি কোঙা কৰিলে, যি মোৰ সংসাৰ উচ্ছন্ন কৰি দিলে, তাৰ ওপৰত মই প্ৰতিশোধ লম।

ৰূপৰামে উঠি আহি ঘৰলৈ খোজ লয়। পশ্চিম আকাশত সাঁজতোৰা জিলিকি উঠে। কিনকিনীয়া বৰষুণ কেতিয়াবা থামি গৈছে। শীতল চেঁচা বতাহ ৰূপৰামৰ গাত লাগে। কিন্তু তেওঁৰ জাৰ নালাগে। গাৰ বিষৰ কথা আৰু তেওঁৰ মনত নপৰে। সাঁজে ঢকা ইছলামপুৰখন দূৰৰ পৰা তেওঁৰ চকুত পৰে। গোহালি বিলাকৰ পৰা ধোৱাঁ ওলাইছে; ধোৱাঁ বিলাক ধীৰ মন্থৰ ভাবে আকাশলৈ গৈ আকাশৰ মেঘৰ লগত লগ লাগি গৈছে। আকাশ আৰু পৃথিবী এন্ধাৰৰ মাজেদি গোপনে গোপনে মিলি গৈছে। আকাশৰ মেঘ পৃথিবীলৈ নামি আহিছে। আকাশৰ তৰাৰ পোহৰে পৃথিবীৰ গাটো ৰাজি দিছে,— আৰু ৰং সলোৱা পৃথিবীৰ কোমল মাটিৰ ওপৰত ভৰ দি ৰূপৰামে ক্ৰমশঃ আগুৱাই গৈছে। তেওঁৰ পাছে পাছে লৰি আহিছে মৃদু বতাহ। তেওঁৰ গা স্পৰ্শ কৰি, তেওঁক পাছত পেলাই থৈ ধীৰ মৃদু বতাহ উৰি উৰি ক'ৰবালৈ গুচি যায়। ইছলামপুৰ, শিমলুৱা, তৰাবন, ৰতনপুৰ, মৈৰাং পাৰ হৈ বতাহখিনি বৰনৈ পায়। বৰনৈ পাৰহৈ সিপাৰৰ গাওঁ বিলাক এখনৰ পাছত এখন অতিক্ৰম কৰে, পাহাৰ বগায়, আকৌ আন এখন নৈ পায়, আকৌ আগুৱাই যায়। গাওঁ বিলাকত গৰু ম'হ ছাগলী শোৱে, নগৰত লাইটবোৰ জ্বলে, আৰু মানুহৰ বুকত অশান্তিবোৰে দপদপাই উঠে।

ইছলামপুৰ পাৰ হৈ ৰূপৰাম শিমলুৱাত সোমায়। তেওঁৰ মূৰৰ ওপৰৰ আকাশেদি কেৰাখনো এৰোপ্লেনে বিকট শব্দ কৰি উৰি যায়। শিমলুৱাৰ পৰা দুই মাইল আঁতৰতে, তেওঁৰ গাৱঁৰ ওচৰতে আছে নতুনকৈ সাজোৱা অস্থায়ী বিমান ঘাটি। এই বিমান ঘাটিতে এবাৰ কেইজন মান মানুহৰ মৃত্যু হৈছিল।

ৰূপৰামে জানে, কি অৱস্থাত মৰিছিল মানুহ কেইজন। কিন্তু ইমানবোৰ ক্ষতি হোৱা সত্ত্বেও ঠিক সেইখিনি ঠাইতে বিমানঘাটি হৈ উঠিল। ক্ৰমে ক্ৰমে কেম্পৰ সংখ্যা বহু গুণে বাঢ়িল,— তৰাবনৰ বিমান ঘাটি এখন চহৰৰ দৰে হৈ উঠিল। কাম কৰা মানুহৰ সংখ্যাৰ হিচাব নোহোৱা হ'ল।

আটাই কেইখন গাওঁৰ ভিতৰত তৰাবন দ। গাওঁখন বেছ ডাঙৰ। গাওঁৰ প্ৰায় ভাগ মানুহৰেই ঘৰে ঘৰে নাও। সকলো জাতৰ মানুহে গাওঁখনত বাস কৰে, তথাপি কমাৰৰ সংখ্যা সৰহ। বাৰিষা হ'লে ওখ ওখ তৰাবনবোৰে গাওঁখন প্ৰায় ঢাকি পেলায়। গাওঁখনৰ ওচৰে পাজৰে যিখিনি ঠাই ওখ, সেই বিলাক ঠাই খেৰেৰে ভৰি আছে। দৰাচলতে গাওঁখনৰ চাৰিওফালে জঙ্গল,— হয় তৰাবন, নহ'লে খেৰ, নহ'লে ইকৰা, নহ'লে উলুবন। এসময়ত বাঘৰ উৎপাতত গাওঁৰ গৰু ম'হ নিৰাপদে ৰখা টান কাম আছিল। সেই উৎপাত আজি আৰু নাই।

নওলাৰ মুখ পায়ে ৰূপৰামে চাৰিওফালে চালে। ম'হদুটা বন্ধা ঘৰটোলৈ তেওঁৰ চকু গ'ল প্ৰথমে। ম'হৰ আগত দিয়া কেঁচা ঘাঁহ বোৰ দম হৈ পৰি আছে। ৰাতিপুৱা কেইডালমান ঘাঁহ মুখত দিয়াৰ পাছতেই ম'হ দুটা লৈ গ'ল পুলিছে। গোটেই দিনটো সিহঁতৰ মুখত এডাল ঘাঁহ পৰা নাই; অথচ সিহঁতৰ বাবে থোৱা ঘাঁহ এনেই পৰি আছে। ৰূপৰামৰ ছোৱালীজনীয়ে প্ৰথম সন্তান। ছোৱালীজনী হোৱাৰ বাৰ বছৰ পাছত প্ৰথম ল'ৰাটো ওপোজে। তাৰ পাছত আৰু দুটি ল'ৰা। সেয়ে ৰূপৰামৰ সংসাৰ। ছোৱালীজনীয়ে সহায় নকৰা হ'লে, তেওঁ অকলে খেতিপথাৰ চলাবও নোৱাৰিলেহেঁতেন, ঘৰো চলাব নোৱাৰিলেহেঁতেন। ঘৰ সোমায়ে তেওঁ ঘৈণীয়েকক সুধিলে—

সাবিত্ৰী কলৈ গ'ল অ'?

তুমি আগেয়ে ভৰি হাত ধুই কাপোৰ সলোৱা। গোটেই কাপোৰ খিনিতে বগা মাটি।

তেওঁৰ ঘৈণীয়েকে কয়। ঘৈণীয়েকৰ শৰীৰটো চিৰদিনেই দুৰ্ব্বল। কিবা এটা নেদেখা নৰিয়া তেওঁৰ গাত যেন চিৰদিন লাগি আছে। অথচ তেওঁ

কোনো দিন কোনো অনুযোগ নকৰে। পৰাপক্ষত বিছনাত পৰি নাথাকে। ঘৰৰ কামখিনিৰ বাবে কোনো দিনে তেওঁ আনৰ সহায় বিচৰা নাই। নিজকে নিজে কোৱাৰ দৰে তেওঁ আকৌ কয়,—

আজি দুদিন তোমাৰ গা ভাল নহয়। অসুখীয়া গাত মাৰ খোৱাৰো এটা সীমা আছে। যিবিলাকে তোমাৰ কাকুতি শুনি ম'হদুটা এৰি নিদিলে, দ্বিতীয় বাৰ তোমাৰ কথা শুনি কিয় তেওঁলোকে তাহাতক এৰি দিব? আন এশ ঘৰ মানুহে যদি দুখ সহ্য কৰিব পাৰে, আমিও পাৰিব লাগিব।

তোৰ গাটো দুৰ্ব্বল হলেও, মনটো সবল। তই ভৰসা দিছ যেতিয়া দুখ মইও সহ্য কৰিম। মই সহ্য কৰা মানে তইও সহ্য কৰা, সাবিত্ৰী সহ্য কৰা, শ্বেনা তিনিটাই সহ্য কৰা। কিন্তু দুখ সহ্য কৰা মানে তই জানো মগনীয়া হৈ মাগি ফুৰিবি নে মইয়ে ফুৰিম?

মাগিবলৈ লাজ লাগিব, মই জানোঁ। কিন্তু উপায়টো মোক কোৱা। থানালৈ আকৌ এবাৰ গলে যদি এই লাজৰ পৰা ৰক্ষা পোৱা যায়, তেনে মই কলোঁহেতেন, চিৰা কেইটামান টোপোলাত বান্ধি তুমি আকৌ যোৱাগৈ। গৈ একো লাভ নাই মই জানোঁ; সেই বাবেই কৈছিলোঁ, অযথা কেৱল কষ্টকে খালা। চিৰাকেইটা অথনিয়ে মই তিয়াই থৈছিলোঁ। গুৰকণ লৈ খোৱা।

ৰূপৰামে চিৰাৰ বাটিটো লৈ হাঁহে আৰু কয়,

আজি দিনটোৰ ভিতৰত এই প্ৰথম মই হাঁহিলোঁ। তোৰ বাৰু ইমান অলপতে কিয় চকুৰ পানী ওলায়? দিনটো মোৰ লঘোনে গৈছে বাবে? তই কিবা খাইছিলি নে নাই? বাৰু জানিছোঁ। সাবিত্ৰী গ'ল কলৈ অ'?

আছে সাবিত্ৰী। তুমি আগেয়ে খাই লোৱা।

ৰূপৰামৰ কিবা অস্বস্তি লাগে। কিবা এটা যে হৈছে তাত কোনো সন্দেহ নাই। তাৰাতাৰিকৈ তেওঁ চিৰাখিনি গিলি পানী এঘাটি খাই ঘৈণীয়েকৰ ফালে চালে।

ফটা মূৰ এটা লৈ কোনোবা এজন আহিছে, তাই তালৈ গৈছে।

মানে, কাৰিকৰৰ ঘৰত?

উঁ!

কাৰিকৰৰ ঘৰত দেখোন কোনো মাইকী মানুহ নাই। ইয়ালৈ লৈ আহিলেই তো ভাল আছিল। তাত তাইক কোনে সহায় কৰিব?

* * * * *

ৰাতি এঘাৰমান বজাত যেতিয়া সমুদ্ৰক ৰাপৰামৰ ঘৰলৈ আনিলে তেতিয়া তাৰ জ্ঞান ফিৰি আহিছে। তাৰ পাছমূৰটোৰ ভালেখিনি ঠাই উখহি আছে। কিন্তু ফাটি তেজ ওলোৱা নাই। তাৰ গাৰ অন্যান্য ঠাইতো কোবৰ চিন। সাবিত্ৰীয়ে নিচিনা নজনা ক'ৰবাৰ লৰা এটাক নিজৰ ঘৰলৈ লৈ নাহিলহেঁতেন। কেম্পৰ মানুহ,— কেম্পত থাকে, কেম্পত খায়, কেম্পত মৰে। আৰু য'তে সি থাকে সেয়ে তাৰ কেম্প— গছৰ তলেই হওক, বাহৰ তলেই হওক। সমুদ্ৰক সিহঁতৰ ঘৰত ৰখা মানে কি, ৰাপৰামেও জানে, সাবিত্ৰীও জানে,— ৰখাৰপৰা নিজৰ যে বিপদ হ'বই, অৱশেষত তাক ৰাখিবও নোৱাৰিব। ঘৰত ৰাখিলে পুলিছে বিচাৰি পাবই। ৰাপৰামে সকলো কথা বুজিছিল, সাবিত্ৰীক তেওঁ মাথোন কৈছিল,—

সাবিত্ৰী! ঘৰৰ আৰাম তাৰ ভাগ্যত নাই, কিন্তু মাৰখোৱাৰ পাছত মঙহবিলাকৰ কি বিষ, হাড় বিলাকৰ কি বেদনা, মই জানোঁ। দুদিন তাৰ শুশ্ৰূষাৰ প্ৰয়োজন। অন্ততঃ অলপ চলপ সেক! তাৰ পাছত, তাৰ পথ তাৰ।

সমুদ্ৰই অনুযোগৰ সুৰত কয়,—

তুমি ঠিক নকৰিলা ৰূপাককাই। মোৰ লগৰবিলাকে যদি তোমাৰ ঘৰ চিনি নাপায় তেনে অসুবিধা হ'ব মোৰ। আৰু যদি সাবিত্ৰীয়ে এই ঘৰ সিহঁতে

চিনি পোৱাৰ বন্দোবস্ত কৰি আহিছে— তেনে অসুবিধা হব তোমাৰ। পুলিছৰ কথা বাদেই দিলোঁ, কিন্তু ৰাতি অনবৰত কেৱল খুটখুট শব্দ হব। কোন যে কেতিয়া আহিব তাৰ কোনো ঠিকনা নাই। তুমি ওৰে ৰাতি শুব নোৱাৰিবা।

আপোনাৰ চেলাসকলে জানিব, আপুনি ক'ত আছে। বাকী কথা আপোনাৰ ভবাৰ দৰ্কাৰ নাই। আৰু আপুনি ভবাও নাই, মই জানোঁ। আপুনি কেৱল প্ৰথম কথাটো ভাবিছে।

মানে, তোমাৰ মতে, মোৰ কোনো ভদ্ৰতা জ্ঞান নাই, নহয় জানো? অথচ তুমি শুনিলে অবাক হবা সাবিত্ৰী, মই স্কুলত পঢ়িছোঁ বাৰ বছৰ, কলেজত চাৰিবছৰ আৰু—

হব বাৰু, আপুনি শোৱক। মই পঢ়িব নজনা ছোৱালী, মোৰ আগত আপোনাৰ পঢ়াৰ হিচাপ দিলে মই একো বুজি নাপাম।

সমুদ্ৰই মনে মনে থাকে। মুখেৰে মাতিবলৈকো সমুদ্ৰৰ শক্তি নাই যেন লাগে। সি তলকামাৰি শুবলৈ চেষ্টা কৰে। চকু মুদিলেই তাৰ শৰীৰটোৱে বিদ্ৰোহ কৰি উঠে। মূৰটোত যেন কোনোবাই দীঘল দীঘল বেজি কিছুমান সোমাই দিছে। বিষত তাৰ মূৰটো জিম্‌জিমাই যায়— তাৰ শৰীৰ অৱশ হৈ আছে। পিঠিত, কোমৰত, উৰুত যেন কোনোবাই তাক লোৰ টাঙোনেৰে কোবাই আছে। কিবাকৈ টোপনিত অচেতন হৈ যাব পাৰিলে সি ৰক্ষা পৰে। কিন্তু তাৰ কাণলৈ আহে অগণন শব্দ, মুদা চকুলৈ আহে অগণন দৃশ্য। তাৰ ওচৰেদি যেন ৰেলৰ ইঞ্জিন এটাই ভয়ানক শব্দ কৰি যাব ধৰিছে, যেন অলপ দূৰ গৈয়েই ৰেলখন বাগৰি পৰিল— বিকট শব্দত যেন পৃথিৱী কঁপি উঠিল। মানুহৰ চিৎকাৰ, বতাহৰ হোহোৱনি। কাণ তাল মাৰি ধৰে। তাৰ পাছত দপ্‌দপ্‌কৈ জ্বলি উঠা জুইৰ শব্দ, জুইৰ তাপত চিৰাচিৰ হৈ ফাটি যোৱা টিনপাতৰ শব্দ। সমুদ্ৰ ঘামি উঠে।

গাখীৰখিনি খাওক। ইমান যে ঘামিছে আপুনি।

সমুদ্ৰই গৰম গাখীৰ খিনি পি খায়। বাটিটো সাবিত্ৰীৰ হাতত দি সমুদ্ৰই তাইৰ ফালে চায় আৰু কয়,—

এনেকুৱা জানো হ'ব পাৰে সাবিত্ৰী যে মই তোমালোকৰ ঘৰ সোমোৱা মাত্ৰকে ক'ৰবাত কিবা এটা অন্যায় কৰিলোঁ?

মানে, আপুনি অহাৰ বাবে মই অসন্তুষ্ট হৈছোঁ, নহয় জানো?

নাই হোৱা। কিন্তু ক'ত যেন তোমাৰ এটা খং।

দুৱাৰ খনত হঠাৎ এটা খুট্ কৰি শব্দ হয়। সাবিত্ৰী দুৱাৰখন খুলি দিয়ে। নিজাম আৰু অৰবিন্দ দুয়ো ভিতৰলৈ সোমাই আহে। বয়সত নিজাম সমুদ্ৰৰ সমান ডাঙৰ, অৰবিন্দৰ বয়স বোধ হয় সাবিত্ৰীৰ সমান।

তই ভাল নকৰিলি সাবিত্ৰী।— নিজামে কয়। নমৰাকৈ যদি সি আহিব পাৰিছে, সমুদ্ৰ কাৰিকৰৰ ঘৰত নমৰিলহেঁতেন। ইয়াক ইয়াতে ৰাখি তইঁতে থাকিবি কেনেকৈ? ৰূপাককাই শুলে নেকি? তই নিজে খোজ কাঢ়ি যাব পাৰিবি সমুদ্ৰ?

পাৰিম। তই অকণমান ধৰিবি। এই ৰাতিখন অৰবিন্দক কিয় লৈ আহিছ?

ৰাতি কম শুই অৰবিন্দই কাম কৰিব পাৰে। তাৰ বাবে চিন্তাৰ দৰ্কাৰ নাই। সমুদ্ৰক খাবলৈ কিবা দিছিলি নেকি সাবিত্ৰী? দৰৱ কাৰিকৰে দিছে, দৰৱৰ বাহিৰে অইন খোৱা বস্তু কিবা দিছ নেকি?

মই এবাটি গাখীৰ খাইছোঁ নিজাম। গাত বলো পাইছোঁ। ব'ল যাওঁ।

সমুদ্ৰই উঠি বহে। সাবিত্ৰীয়ে গম পায়, উঠি বহোঁতেই সমুদ্ৰৰ কিমান কষ্ট হয়। তাৰ কুমৰ শিৰ বোৰ স্পষ্ট হৈ উঠে।

সাবিত্ৰীয়ে কয়—

আমাৰ এধানমানো বুদ্ধি নাই, সাহস নাই— এই কথা আপুনি কেলেই

ভাবিলে নিজাম ককাইদেউ? পুলিছে হয়তো কাৰিকৰৰ ঘৰতেই তেখেতক বিচাৰি পাব, কিন্তু আমাৰ ঘৰত নাপায়। এইৰূপ ভৰসা আপুনি দেউতাৰ ওপৰত কৰিব পাৰে। এতিয়া আপোনালোকৰো যোৱাৰ কোনো আৱশ্যক নাই। আপোনালোকৰ শুশ্ৰূষাৰ পদ্ধতি যদি বেলেগ, তেনে শুশ্ৰূষা আপোনালোকে কৰক, মই যাওঁ। অৰবিন্দ, তুমি মোৰ বিছনাত শুবা, মই মাৰ লগত শুম। নিজাম ককাইদেউৰ শোৱাৰ কোনো আৱশ্যক নাই।

তেনে, কি কৰিবি সমুদ্ৰ?— নিজামে সোধে।

মই যাম। তইঁতে অকণমান সহায় কৰিলেই মই যাব পাৰিম।

হঠাৎ আকৌ দুৱাৰ খনত এটা শব্দ হ'ল। চাঁত কৰে অৰবিন্দ থিয় হ'ল, আৰু দুৱাৰ খনৰ কাষতে সতৰ্কভাবে অপেক্ষা কৰিবলৈ ধৰিলে। হয়তো কোমৰতে কিবা এটা অস্ত্ৰ লুকাই থোৱা আছিল— সোঁ হাতখন সি তাতে ৰাখিলে। সাবিত্ৰী আৰু নিজাম এনে ভাবে থিয় হ'ল যেন আৰু সমুদ্ৰক প্ৰায় নেদেখি। নিজামে প্ৰথমে মাতিলে,—

কোন সেয়া?

বাহিৰৰ পৰা কোনোবাই উত্তৰ দিলে,—

খোল নিজাম।

প্ৰত্যেকে আকৌ নিজৰ ঠাইত বহিল। কাৰিকৰ ভিতৰলৈ সোমাই আহিল। কাৰিকৰৰ এটা চকু অসম্ভৱ কেঁৰা। মুখত আইৰ ফুল। গলধনত বাঘৰ আচোৰৰ দৰে কেইটামান ৰেখা। নিজামৰ ওচৰতে হেঁচোৰাৰি বহি কাৰিকৰে কবলৈ ধৰে,—

এতিয়া হয়তো কিছু পলমেই হ'ল। মাটি অকণমান লাগিছিল— ভাল মাটি। গণেশৰ মূৰ্ত্তিটোৰ জুমুঠিটো হ'ল। কিন্তু আত মাটি নিদিলে মোৰ পৰিশ্ৰম অথলে যায়। অথচ মাটি পাওঁ ক'ত?

কোনেও একো নামাতে। অৰবিন্দই মুখৰ ভিতৰতে মিচিকিয়াই হাঁহে।

কাৰিকৰে প্ৰতিজনৰ ফালে এবাৰ চায়, আৰু কয়—

বুজিলোঁ, মই অহাটো যেনেকুৱা অবাঞ্ছনীয়, মই ইয়াত কথা কোৱাটোও তেনেকুৱা অবাঞ্ছনীয়। বাৰু, তহঁতৰ সমস্যা যিমানেই গুৰুতৰ নহওক কিয়, এই সাধাৰণ প্ৰশ্নটোৰ উত্তৰ তহঁতে কোনেও কিয় নিদিয়? সমুদ্ৰৰ টোপনি আহিছে হবলা?

টোপনি আহিব খুজিছিল। সেই আশা এতিয়া আৰু পৰিত্যাগ কৰিছোঁ।— সমুদ্ৰই কয়।

আশা পৰিত্যাগ নকৰিবি। তই শো। তই জান যে কালিৰ দিনটো মাত্ৰ তই বিশ্ৰাম কৰিব পাৰিবি। পাৰ যদি ভাল হৈ ল। পুলিছে এই মাত্ৰ আহি মই তৈয়াৰী কৰা মূৰ্ত্তিবোৰ তন্ন তন্নকৈ চাই আনন্দ মনে উভতি গৈছে। গতিকে তই আৰু নিজাম দুয়ো মোৰ তাতেই থাকিব পাৰিবি। আজি আৰু পুলিছৰ আশংকা নাই। জান সাবিত্ৰী, মোৰ মূৰ্ত্তিবোৰ দেখি পুলিছ অবাক হৈ গৈছে। তেওঁলোক ইমান সন্তুষ্ট হৈছে যে নিতৌ এবাৰ আহি তেওঁলোকে প্ৰতিমাবোৰ চাব, এই ইঙ্গিত মোক দি গৈছে। নিজাম অৰবিন্দ যে কিয় নমৰে মই ভাবি নাপাওঁ। ইহঁত কেইটা এটা এটাকৈ মৰি গলে মই ৰক্ষা পৰোঁ।

এটা কথা মই ভাবি নাপাওঁ খুড়া। কাৰো প্ৰতি দয়া মমতা আপোনাৰ এধানিমান নাই। মানুহৰ অঘটন মৃত্যু দেখিলেও আপুনি অটল হৈ থাকে। অথচ আপুনি শিল্পী।

তই যে ইমান আজলী হৈ থাকিলি সাবিত্ৰী। মই কিহৰ শিল্পী? খেৰৰ জুমুঠি বান্ধি তাৰ ওপৰত মই মাটি কিছুমান লেপি দিওঁ। এই কাম কোনো শিল্পীৰ কাম নহয়। কিন্তু দয়া মায়া মানে কি? সঁচা কথা এটা ক'ওতে বা ভাবোঁতে দয়ামায়াৰ প্ৰশ্ন কিয় উঠে? আজি এই ঊনেশ শ বিয়াল্লিচ চনতো আমি পৰাধীন হয় নে নহয়? হয়। ই এটা সঁচা কথা। পৃথিবীৰ আটাইবোৰ জাতিয়ে স্বাধীনতা এবাৰ হেৰুওৱাৰ পাছত তাক ঘূৰাই পাওঁতে যুদ্ধ কৰিছে। যুদ্ধ মানে মৃত্যু। আমাৰো সেই একে কথা।·যুদ্ধৰ নীতি আমাৰ

যিয়েই নহওক কিয়, যুদ্ধ আমি কৰিবই লাগিব। হয় অস্ত্ৰেৰে নহয় বিনা অস্ত্ৰে। দুয়ো ক্ষেত্ৰতে মৃত্যু। ই এটা দ্বিতীয় সঁচা কথা। তৃতীয় সঁচা কথা হ'ল যে যি সকল মৰে তেওঁলোক সাধাৰণতে তল খাপৰ মানুহ। তল খাপৰ মানুহ হ'ল সেইবোৰ যাৰ দেহটো মজবুত, বুদ্ধি সৰল, বিশ্বাস অকৃত্ৰিম, কিন্তু দুখীয়া। সেইবাবে মৰিব লাগিলে আমিয়ে মৰিম— মই, সমুদ্ৰ, নিজাম, অৰবিন্দ; আৰু,— আৰু ৰূপা ককাই। আৰু, সাবিত্ৰী, তই।

নিজাম আৰু অৰবিন্দ দুয়ো উঠে আৰু নিজামে কয়,—

ব'লা যাওঁ কাৰিকৰ।

কাৰিকৰে হাঁহি হাঁহি সাবিত্ৰীৰ ফালে চাই কয়,—

দেখিলি সাবিত্ৰী! মৰিবলৈ নিজামুদ্দিনৰ হেপাহ দেখিলি? মৰাৰ কথা উঠিলেই সি আগেয়ে ওলায়। যেন প্ৰথমে মৰাৰ গৌৰবটো তাৰ। ইয়াৰ মূৰত যে কি হৈছে মই ভাবি নাপাওঁ।

ৰূপৰাম সোমাই অহা দেখি আটাইবোৰ নিস্তব্ধ হয়।

পানী তপতোৱা আছে সাবিত্ৰী। পাৰ যদি কেইপিয়লা মান চাহ আনি দেচোন।

সাবিত্ৰী ওলাই যায়। ৰূপৰামে আকৌ কয়,—

মই এটা কথা বুজি নাপাওঁ হে কাৰিকৰ। আমাৰ খবৰ বোৰ কোনে মুহূৰ্ত্তে মুহূৰ্ত্তে পুলিছক জনাই দিয়ে গৈ। তুমি যিমানেই গোপনে আলোচনা নকৰা কিয়, সিহঁতে আগধৰি গম পায়। ইয়াৰ কি ব্যৱস্থা কৰিবা?

মই জানো কোনে কয়— অৰবিন্দই কবলৈ আৰম্ভ কৰে। মদনতো নিজামৰ ভক্ত। মদনে সদায় আমাৰ লগত কাম কৰিছিল নে নাই? এতিয়া কলৈ গ'ল সি? মেল পতাৰ সময়ত চাবা সি আকৌ আহিব। কামৰ সময়ত সি নাহে, আহিব তাৰ বন্ধু পুলিছ।

কেৱল মদনেই নহয় অ' অৰবিন্দ।— কাৰিকৰে মাত লগায়। তেনেকুৱা

বহুত মদন আছে। সেইবাবেই আমি কুকুৰ মেকুৰীৰ দৰে মৰিছোঁ। যিবিলাকে দেখাকৈ আমাৰ লগত শত্ৰুতা কৰিছে তাহাতলৈ ভয় নাই। গোপন শত্ৰু বিলাকলৈ ভয়।

অৰবিন্দই কোৱা কথা সঁচা।— নিজামে কয়। মদন মোৰ বন্ধু। কিন্তু তাৰ লোভ ইমান বেছি, মই জনা নাছিলোঁ। যিমানেই যাৰ লোভ বেছি, তিমানেই তাৰ সাহস কম। লোভ যদি বেছি হয় সাহস যদি কম হয়, তেনে সেই মানুহ বিশ্বাসঘাতক হয়। মদনৰ সেয়ে হৈছে; মই তাক আঁতৰাম বাৰু।

আঁতৰাবি মানে?— কাৰিকৰে গম্ভীৰভাবে কয়, শুন, নিজাম। তই মনটো অলপ শুদ্ধ কৰি ল। প্ৰতিশোধৰ হেপাহ ইমান বেছি হলে কোনো কাম নহয়।

ইয়াক প্ৰতিশোধ নোবোলে কাৰিকৰ।

তই মনে মনে থাক নিজাম। ৰূপৰামে কয়,—

কাইলৈ ৰাতিপুৱাতেই দেখিবা কাৰিকৰ, তৰাবনত অন্ততঃ চল্লিশখন ম'হৰ গাৰী আহিব, ধান নিবলৈ। লগত পুলিছ আহিব। তৰাবন ধানেৰে ভৰপূৰ হৈ আছে; অথচ ধানৰ অভাৱত ধানকল বন্ধ— ই কেনেকৈ হব? কোনে বাধা দিব সিহঁতক?

গাৰীবোৰ ইছলামপুৰেদি নাহিব জানো?— কাৰিকৰে সোধে।

আহিব। সেইটোৱেই তো ৰাস্তা।

নিজাম, উঠ, ব'ল। তৰাবনৰ পৰা এটা ধানো বাহিৰ ওলাই নাযায়।

---

## দুই

মনটো সজাগ হৈ থকা সত্ত্বেও কাৰিকৰৰ দেহটো ভাগৰি পৰে। আজি কেবাৰাতিও তেওঁৰ টোপনি হোৱা নাই সম্পূৰ্ণকৈ। নানা ৰকমৰ সৰুসুৰা হাতিয়াৰ বিলাকৰ ভাৰ তেওঁৰ ওপৰত। সৰু খেৰৰ ঘৰ এটাৰ তলত দহ বাৰটা অসম্পূৰ্ণ মূৰ্ত্তি। আৰু মূৰ্ত্তিবিলাকৰ ভিতৰত লুকাই থোৱা সৰুসুৰা অস্ত্ৰবোৰ। গণেশৰ মূৰ্ত্তিটোৰ পেটত কেৱল বোমাবোৰ— হাতেকৰা বোমা। কিছুমানৰ ভিতৰত নানাজাতীয় ইলেক্‌ট্ৰিক তাঁৰ, এচিদ, পটাছ, ফিউজ। আনকিছুমানৰ ভিতৰত সৰু-ডাঙৰ ৰেঞ্চ, প্লায়াৰ, স্ক্ৰু-ড্ৰাইভাৰ। সবাতোকৈ ডাঙৰ মূৰ্ত্তিদুটাৰ ভিতৰত ছয়টা বন্দুক। বন্দুকৰ গুলিবোৰ বেলেগে বাকচ এটাৰ ভিতৰত ভৰাই থোৱা আছে।

কোনে যে ক'ৰপৰা নিৰ্দ্দেশ দিয়ে কাৰিকৰে ঠিককৈ নাজানে। কিন্তু কিবাকৈ নিৰ্দ্দেশবোৰ তেওঁৰ কাণলৈ আহে। কোনো কোনো সময়ত নিৰ্দ্দেশ নাপালে, তেওঁ নিজৰ বুদ্ধিমতে চলে। কাৰণ প্ৰতিক্ষেত্ৰতে নিৰ্দ্দেশ পোৱাটো সম্ভৱপৰ নহয়। কামবোৰ যেনেকৈ চলিছে,— নিতৌ কৰিবাৰ নিৰ্দ্দেশৰ দৰ্কাৰ হয়; কিন্তু কোনে তেওঁৰ লগে লগে থাকি নিৰ্দ্দেশ দিব! কাৰিকৰৰ মনত একোটা দিন এটা বছৰ যেন লাগে। কাৰণ এটা দিনৰ ভিতৰতে চাৰিওফালে ইমান অগণন সৰুবৰ ঘটনা ঘটে, যে প্ৰতিজনকে উপদেশ দিয়াটো তেওঁৰ পক্ষে অসম্ভৱ হৈ পৰে। অথচ আন্দোলন তেওঁ বন্ধ কৰিব নোৱাৰে। প্ৰতিজন মানুহৰ বুকতে অগনি জ্বলে, প্ৰতিজনে কিবা কৰিবলৈ বিচাৰে, প্ৰতিজনে বিচাৰে ধ্বংস। প্ৰতিজনে ভাল পায় জুইৰ ৰং। দপদপকৈ জ্বলি উঠা জুইৰ শিখাবোৰে সিহঁতক বলিয়া কৰি তোলে। আৰু শব্দবোৰ। কাণ তাল মাৰি ধৰা শব্দবোৰ সিহঁতে ভাল পায়। ধ্বংসৰ বিকট শব্দবোৰ, ক্ষয়ৰ হোহোৱনি

বোৰ, ভাঙি চূৰ্ণ বিচূৰ্ণ হৈ যোৱা টুকুৰা বোৰ, পুৰিযোৱাৰ পাছৰ ছাইবোৰ, সেইবোৰ সিহঁতে ভাল পায়। সিহঁত বোধ হয় প্ৰেত হৈ গৈছে। সেইবাবে সিহঁতে ভূতপ্ৰেতকো ভয় নকৰা হৈছে। সিহঁতে ভূত প্ৰেতক ভয় নকৰে, মানুহক ভয় নকৰে, মানুহৰ অস্ত্ৰ-শস্ত্ৰলৈ ভয় নকৰে, ভৱিষ্যতৰ প্ৰলয়ৰ কথা ভাবি ভয় নকৰে— সিহঁতে মৰিবলৈ ভয় নকৰে। কাৰিকৰে সিহঁতক বাধা দিব নোৱাৰে, কেৱল দিব পাৰে উপদেশ।

কাৰিকৰে মনতে হাঁহে, সময়ে সময়ে। কি এটা অগাধ সম্পত্তি যে তেওঁ পৰ দিছে। কি কামত লাগিব এই সম্পত্তি। ইয়াতকৈ, সৱহকৈ দা-কুঠাৰ যোগাৰ কৰাহেঁতেন বেছি ভাল আছিল হয়তো, তেওঁ ভাবে। প্ৰতি ঘৰতে এশখন দা ৰখা দণ্ডনীয় নহয়— কিন্তু এটা বন্দুক ৰখা দণ্ডনীয়। এটা বন্দুকেৰে সিহঁতে কি কৰিব। অথচ এশখন দা কামত লাগিব। তথাপি তেওঁ জানে এটা সশস্ত্ৰ সমৰ বাহিনীৰ আগত হাজাৰখন দা বা কেইটামান বন্দুকে একো কৰিব নোৱাৰে। সেইবাবে তেওঁৰ আপোনা আপুনি হাঁহি উঠে—! কিহৰ এই আয়োজন! দেশত যুদ্ধ লাগিছে। অথচ সেই দেশতে সমগ্ৰ দেশ জুৰি দ্বিতীয় এটা যুদ্ধৰ আয়োজন।

কাৰিকৰে আৰু ভাবিবলৈ চেষ্টা নকৰে। আনবিলাকৰ বাবে যেনেকৈ ভৱিষ্যতৰ প্ৰশ্ন অবান্তৰ, তেওঁৰ বাবেও তেনেকৈ সুদূৰ ভৱিষ্যত অন্ধকাৰ হৈ থকাই উচিত। তেওঁ মাত্ৰ ভাবিব আজিৰ কথা, আৰু বৰ বেছি কাইলৈৰ কথা, তাৰ বেছি নহয়। তাৰ বেছি ভাবিব নালাগে। ভাবে যদি আনে ভাবক,— তেওঁলোকে ভাবক যি সকলৰ গাত নিৰ্দ্দেশ দিয়াৰ ভাৰ। তেওঁ আৰু নাভাবে।

নাভাবিলেও টোপনি নোহোৱা শৰীৰটোলৈ তেওঁৰ ক্লান্তি আহে— অৱসাদ আহে। অথচ তেওঁৰ অজ্ঞাতে যেন তেওঁৰ মনলৈ এটা শঙ্কা আহে। যোৱা নিশা দুখন দলং তেওঁলোকে ভাঙি চুৰমাৰ কৰিছে। কোনো ফালৰপৰা আৰু তৰাবনলৈ 'লৰী' আহিব নোৱাৰে। তৰাবনৰ ধান তৰাবনত থাকিব। কিন্তু কিমান দিন? দুখন দলং ভাল কৰি লওঁতে যুদ্ধকালীন চৰকাৰৰ কেই ঘণ্টা

লাগিব? হয়তো দুদিন। দুদিনৰ পাছত তৰাবনৰ কি হ'ব? দুদিনৰ পাছত তৰাবনৰ ধান কোনে ভৰালত ৰাখিব পাৰিব? আটাইখিনি ধান ওলাই যাব। দলং নাভাঙিলে চাৰিভাগৰ এভাগ ধান থাকিলহেঁতেন; দলং ভঙাৰ পাছত আৰু এটা ধানো নাথাকে। আৰু কেৱল ধানেই জানো যাব? ধানৰ লগতে তৰাবনৰ সকলো যাব,— গৰু ম'হ যাব, ধনসোণ যাব, বহুতৰে হাতমূৰ যাব, আৰু হয়তো যাব ছোৱালীবোৰ।

আন নহলেও দলং দুখন গ'ল। কিমান যে চেষ্টাৰ ফলত লোকেল বোৰ্ডে দলং চাৰিখন কৰিছিল। তলত প্ৰকাণ্ড শালগছৰ খুটা, তাৰ ওপৰত ধুনীয়া একোখন দলং;— হুৰহুৰকৈ ল'ৰীবোৰ যাব পাৰে এনেকুৱা ধুনীয়া মজবুত দলং। সেই দলঙৰ দুখন দলং গ'ল।

কাৰো হকা-বধা নুশুনি সাবিত্ৰীও লগতে গৈছিল সিদিনাখন ৰাতি। কাৰিকৰৰ যুক্তিলৈ সাবিত্ৰীয়ে কৰ্ণপাতকে নকৰিলে। তাই কেৱল ক'লে,—

আপুনি এইকণ কথা মোক বহলকৈ বুজাব নালাগে খুড়া। এই ৰাতিখন মই ছোৱালী মানুহ হৈ এনে এটা দুষ্কাৰ্য্য কৰিবলৈ যোৱাটো নিতান্ত বিপদজনক কথা, এইকণ মই বুজি পাওঁ। এই কামত আপোনালোকৰ যিমান বিপদ মোৰ বিপদো তিমান। আপুনি ভাবিছে মই ছোৱালী মানুহ বাবে মোৰ বিপদ বেছি— মাত্ৰ সেই কথাটো মই বিশ্বাস নকৰোঁ। আপোনালোকে দৌৰিব পাৰে, মইও পাৰোঁ। নিজাম ককাই দেউ আৰু আপুনি, আপোনালোক দুয়োজনতকৈ মই বেছি দৌৰিব পাৰিম। অৰবিন্দৰ কথা নাজানো। আৰু আপুনি যদি ভাবিছে যে মই আপোনাৰ গলগ্ৰহ হৈ পৰিম, তেনে মই কম যে মোক আপুনি কেৱল স্নেহেই কৰে, মোক বুজিবৰ চেষ্টা নকৰে।

কাৰিকৰে শেষ চেষ্টা কৰি কৈছিল,—

তোৰ লগত মই তৰ্ক কৰিবলৈ ওলোৱা নাই সাবিত্ৰী। তোৰ সাহস আছে জানোঁ— বল কিমান আছে নাজানোঁ। কিন্তু থকাটো উচিত, কাৰণ

তোৰ স্বাস্থ্য ভাল। কিন্তু সাহস আৰু বল থাকিল বুলিয়েই এই অন্ধকাৰ ৰাতি, ইমান দূৰলৈ গৈ, বোকাত পেট পেলাই পৰি দা কুঠাৰ নাইবা বোমা হাতত লৈ,— নালাগে সাবিত্ৰী, বৰঞ্চ তই—

বৰঞ্চ মই সমুদ্ৰক শুশ্ৰূষা কৰি ঘৰতে বহি থাকোঁ, নহয় জানো খুড়া'? সেয়ে ভাল তেনেহলে। আপোনালোকে মোকো আপোনালোকৰ সংগ্ৰামত ভাগ দিছে যেতিয়া, এদিন মোকো অৱশ্যে এই সংগ্ৰামলৈ আহ্বান জনাব। ৰাতিৰ অন্ধকাৰত নহয়, দিনৰ উজ্জ্বল পোহৰত; বোকা মাটিৰ মাজত নহয়, শিলেৰে বন্ধোৱা পকা ৰাস্তাৰ ওপৰত; ভৰিত দুখ পাই খোজ কাঢ়ি যাবলৈ নহয়, দোলাৰ ওপৰত। সেয়ে ভাল খুড়া, আপুনি তেনে যেতিয়া সুবিধা বুলি ভাবে তেতিয়া সজাই পৰাই মোলৈ দোলা এখন পঠিয়াব। দোলাখন বৈ নিবলৈ আকৌ নিশকতীয়া মানুহ নপঠাব। পকাৰ ওপৰতে পিছল খাই পৰি যাব পাৰে, তেতিয়া আকৌ মই দুখ পাম। দোলাত গৈ মই আপোনালোকৰ যুদ্ধত জপিয়াই পৰিম। চাব যাতে যুদ্ধক্ষেত্ৰত ফুল চটিয়াই দিয়া থাকে, যাতে জপিয়াই ফুলৰ ওপৰতে পৰোঁ। মই ছোৱালী মানুহ তো। সুকোমল নাৰীতনু!

নিজামে সাবিত্ৰীৰ ফালে নোচোৱাকৈ কাৰিকৰক কয়,—

অবাবতে সময় বোৰ নষ্ট কৰি কি যে লাভ হব মই হলে বুজি নাপাওঁ কাৰিকৰ। এটা ৰাতিৰ ভিতৰত কিমান ঘণ্টা সময় থাকে'? আৰু এতিয়া কেই ঘণ্টা গ'ল।

অৱশেষত সাবিত্ৰীও ওলাল। চুলিখিনি প্ৰথমে বেণী কৰি গুঠিলে আৰু পাছত বেণীডাল টানকৈ খোপা কৰি বান্ধিললে। ৰিহা এখন আটিলকৈ গাত মেৰিয়াই ললে। ৰিহাৰ আচলত দুটা দেছলাই আৰু এটা টৰ্চ্চ লাইট টোপোলা কৰি বান্ধি ললে। থৈলাৰ টান যোনা এখন কাষত ওলোমাই ললে। আৰু সৰ্ব্বশেষত কাৰিকৰে যোগাৰ কৰি দিয়া দীঘল চিক্‌চিকীয়া চুৰি এখন ললে।

সৰ্পৰ জিভাৰ উত্তৰে বৰনগৰৰ পুলিছ থানা! বৰনগৰৰ পৰা মৈংৰাঙলৈ যোৱা বাটটোৰে আটাইতকৈ ডাঙৰ আলি। যানবাহনৰ চলাচল বেছি হয় এই

আলিয়েদি। বৰনগৰৰ পৰা তিনি মাইল উত্তৰেদি আৰু এটা আলি আছে। সেই আলিটো কেইবাখনো গাওঁৰ মাজেদি আহি আকৌ ৰতনপুৰত বৰনগৰ-মৈৰাং ৰাস্তাত লগ লাগিছে। সৰ্পৰজিভাৰ ওচৰেদি পশ্চিম মুৰাকৈ আকৌ তৃতীয় এটা আলি। সেই আলিটো পশ্চিম ফালে গৈ আকৌ দক্ষিণ ফালে ঘূৰি বৰনৈৰ পাৰত লাগিছে। বৰনৈৰ পাৰে পাৰে আহি সেই আলিটো আকৌ মৈৰাং পাইছে। তিনিটা আলিৰ প্ৰতিটোৰে যানবাহন আহিব পাৰে। কিন্তু বৰনগৰ-মৈৰাং আলিৰ বাহিৰে আনকেইটা ৰাস্তা কেঁচা ৰাস্তা। কেৱল প্ৰথমটো আলি শিলগুটি পেলোৱা আলি। গতিকে আটাইবোৰ ল'ৰীট্ৰাক এই ৰাস্তাৰে আহি মৈৰাং পাৰ হৈ বৰনৈলৈ যায় গৈ। বৰনৈৰ ওপৰত দলং নাই। গতিকে বৰনৈৰ পাৰৰ পৰা ল'ৰীট্ৰাকবোৰ আকৌ ঘূৰি যায়।

বৰনগৰ-মৈৰাং ৰাস্তাৰ ওপৰত দলং দুখন। বাকী দুটা ৰাস্তাৰ ওপৰত দলং এখনকৈ। আৰু দুয়োখন দলং সৰু। ম'হৰ গাৰীবোৰ অনায়াসে যায়। ল'ৰী-ট্ৰাকবোৰ কোনোমতে কেতিয়াবা যাব পাৰে। সাধাৰণতে নাযায়। বেহা-বেপাৰৰ বাবে কদা কাচিৎ সেইফালে ল'ৰী যায়। সেই দুই ৰাস্তাৰ দুয়োখন দলং ভাঙোতে বেছি কষ্ট পাব নালাগে। দা কুঠাৰেৰে দুয়োখনকে শেষ কৰিব পাৰি। সমস্যা হ'ল ডাঙৰ দলং দুখনৰ বাবে।

এন্ধাৰ ৰাতি। তাতে আকৌ গোটেই আকাশ জুৰি ক'লা মেঘ। দুই এটোপ বৰষুণ পৰে, আকৌ নাইকিয়া হয়। আকাশত বিজুলি চমকে, কিন্তু ঢেৰেকণি নামাৰে। বৰষুণ হব। হয়তো দুঘণ্টা পিছত নহলে এঘণ্টা পিছত হুৰহুৰাই বৰষুণ আহিব। এতিয়া এন্ধাৰ ৰাতিটো নিশ্চলহৈ গম্ভীৰহৈ উঠিছে। গছ-গছনিবোৰে স্তব্ধ হৈ কিহৰ যেন প্ৰতীক্ষা কৰিছে।

সাবিত্ৰী আৰু অৰবিন্দ দুয়ো গৈ থাকে। তৰাবন গাঁওৰ পৰা ওলোৱা মাত্ৰকে সিহঁতৰ চকুত পৰে অসংখ্য বিজুলি চাকিবোৰ। তৰাবনৰ ওচৰতে নতুনকৈ সাঁজা বিমান ঘাটিটোত বিজুলি চাকি জ্বলিছে। সেই অগণন বিজুলি চাকিৰ পোহৰ আহি প্ৰায় ৰাস্তাৰ ওপৰতে পৰিছে। এতিয়াও বিমান ঘাটিৰ কাম সম্পূৰ্ণ হৈ উঠা নাই। গতিকে দিনে নিশাই তাত কাম চলিছে। তাৰ

বিমানঘাটিটো ডাঙৰ এটা সামৰিক বিমানঘাটি হব। শ শ যুদ্ধৰ বিমান তাত ৰখা হব।

তোমাৰ বয়স কিমান হব অৰবিন্দ ?— গৈ থাকোঁতে সাবিত্রীয়ে সোধে।

মই তোমাতকৈ অন্ততঃ পাঁচবছৰৰ ডাঙৰ। তুমি বয়সত মোৰ সমান, এই ভুল ধাৰণা নকৰাই ভাল। কিন্তু বয়সৰ কথা পাছত হব। তুমি যেনেকৈ গৈ আছা, তেনেকে গৈ থাকিলে বিজুলিৰ পোহৰ আহি দুয়োৰে গাত পৰিব। পথাৰৰ মাজেৰে আহা। আৰু পথাৰৰ মাজেদি পোনে পোনে যাম, তেনেই চমু হব।

সাবিত্রী আৰু অৰবিন্দ দুয়ো আলিটোৰ পৰা নামি আহে, আৰু পথাৰৰ মাজেদি আগুৰাই গৈ থাকিবলৈ ধৰে। অৰবিন্দই সোঁহাতৰ টিনটো বাওঁহাতলৈ আনে। দুই গেলন পেট্রল তেনেই পাতল নহয়। তাৰ সোঁহাতখন বিষাই যায়।

তুমি যে মোতকৈ পাঁচবছৰে ডাঙৰ, এই মিছা. কথা তুমি মোক কিয় শুনালা, কম জানো ?— সাবিত্রীয়ে কয়।

অৰবিন্দই হাঁহে নে নেহাঁহে ঠিক ধৰিব নোৱাৰি। সি কয়,—

মিছা নহয়। কিন্তু শুনোছোন তোমাৰ যুক্তিটো।

যুক্তি তেনেই উজু। তুমি মোতকৈ যথেষ্ট ডাঙৰ এই কথা কোৱাৰ একমাত্র উদ্দেশ্য হ'ল মোক তুমি 'তুমি' বোলাৰ অধিকাৰ পোৱা।

এইবাৰ অৰবিন্দই হাঁহে। সৰুকৈ হাঁহিলেও সাবিত্রীয়ে শুনি পোৱাকৈ হাঁহে। সি কয়,—

তোমাক 'তুমি' বুলিব পাৰিলে মোৰ কি ইমান লাভ হয় যে সেই উদ্দেশ্যৰে মই তোমাৰ আগত মিছা কম ? তুমি মোতকৈ সৰু, সেই গুণে মোৰ হাতৰ টিনটো তোমাক দি মই ভাৰ পাতলাম নহয় জানো ?

সেই টিনটো মই কঢ়িয়াই নিব লগা হলে, মই বুৰ্ব্বকৰ দৰে টিনটো হাততলৈ হাতৰ বিষ উঠি নমৰিলোঁহেতেন। মই ইয়াক বোকোচাত বান্ধি লৈ মহা সুখে তামোল চোবাই চোবাই গৈ থাকিলোঁহেঁতেন। যি নহওক, ভাৰ পাতলাবৰ বাবে কোনো গুপ্ত অভিসন্ধি তোমাৰ নাই, এই বিষয়ে মই নিশ্চিন্ত হৈছোঁ। তুমি মোক 'তুমি' বুলিছা, 'তুমি' বোলাৰ লোভতে।

মই তাকেই তো তোমাক সুধিছিলোঁ,— তোমাক 'তুমি' বোলাৰ লোভটো কোনখিনিতে, কি কাৰণে।

হঠাৎ ক'ৰবাৰ পৰা তীব্ৰ পোহৰ আহি দুয়োৰে গাত পৰে। দুয়ো থমকি ৰয়। অৰবিন্দই ততালিকে হাতৰ টিনটো মাটিত থৈ সাবিত্ৰীক জোৰ কৰি মাটিতে তাৰ ওচৰতে বহুৱাই দিয়ে। সি ততালিকে ধৰিব নোৱাৰিলে হঠাৎ ক'ৰপৰা নো এই পোহৰ আহি সিহঁতৰ গাত পৰিল। সিহঁতে দুয়ো তাতেই মাটিৰ ওপৰত পেট পেলাই পৰি থোৱা উচিত, সেই কথা স্থিৰ কৰাৰ লগে লগে অৰবিন্দই গম পালে যে সেই পোহৰ আহিছে ৰাস্তাৰ ওপৰেদি যোৱা ট্ৰাক বা ল'ৰীৰ লাইটৰ পৰা। অলপ পাছতে ল'ৰীখন আঁতৰ হৈ যাব। গতিকে সিহঁতে মাটিত বাগৰি পৰাৰ কোনো সকাম নাই। খন্তেক বাট চাই দুয়ো থিয় হয়।

যেন ক'তো এধানিও একো হোৱা নাই, তেনেকৈ সাবিত্ৰী আকৌ কবলৈ ধৰে।

হওক মিছা কথা অৰবিন্দ; কিন্তু মোতকৈ তুমি ডাঙৰ, এই বুলি ভবাৰ যোগ্যতা তোমাৰ আছে।

অৰবিন্দৰ কিজানি অলপ খং উঠে। সি কয়,—

মোৰ কথাষাৰ মিছা বুলি ভাবি তুমিহে আনন্দ পাইছা। তথাপিও মই বুজি নাপালোঁ মোৰ লোভেই বা কোনখিনিতে আৰু যোগ্যতাই বা হঠাৎ কেনেকৈ অৰ্জ্জন কৰিলোঁ।

সাবিত্ৰীয়ে লাহে লাহে কৈ থাকে,—

মোৰ বয়স ওঠৰ বছৰ পাঁচমাহ। তোমাৰ বয়স উনৈশ বছৰ। বা কুৰিও হব পাৰে। কুৰিতকৈ এদিনো বেছি হব নোৱাৰে কেতিয়াও। তাৰমানে মোতকৈ তুমি এবছৰে ডাঙৰ হবা হয়তো, মোৰ কিন্তু সন্দেহ আছে। তুমি তোমাৰ বয়সটো জানা। জানি যদি তুমি নিজকে মোতকৈ পাঁচ বছৰৰ ডাঙৰ বুলি কোৱা, তেনে তোমাৰ মতে মোৰ বয়স চৈধ্য কি পোন্ধৰ। মোক জানো চৈধ্য পোন্ধৰ বছৰীয়া ছোৱালী যেন দেখি?

বাৰু মানিলোঁ, মই তোমাতকৈ মাত্ৰ এদিনৰ ডাঙৰ, বা তুমিয়ে মোতকৈ এদিনৰ ডাঙৰ। তাৰ পিছত? মোৰ লোভটোৰ কথা নকলা কিন্তু।

'তুমি' বোলাটোৱেই লোভ। 'তুমি' বোলা মানুহক মৰম কৰিব পাৰি। তুমিও মোক 'তুমি' বোলাৰ পাছত মৰম কৰিব পাৰিবা। সেয়া জানো লোভৰ কথা নহয়?

আৰু যোগ্যতাৰ কথা?

কিবা এটা বিপদৰ সঙ্কেত পালেই যে তুমি মোৰ নিৰাপত্তাৰ কথা ভাবা এতিয়াই গম পালোঁ। মই বিপদত পৰাৰ সম্ভাৱনাত যদি তুমি উদ্বিগ্ন হোৱা, তেনে মোক মৰম কৰাৰ যোগ্যতাও তোমাৰ আছে, এই বুলি তুমি ভাবিব পাৰা। আৰু কিমান দূৰ আছে অৰবিন্দ?

এন্ধাৰৰ মাজেদি অৰবিন্দই চাৰিওফালে এবাৰ চায়। আটাইবোৰ গছ-গছনি, আটাইবোৰ গাওঁ একে যেন দেখি। তাৰ মাজেদিয়ে দূৰৰ টিলাটো দেখা যায়। শূৰ নমাই থৈ থিয় হৈ থকা হাতীৰ দৰে সৰ্ভৰজিভা টিলাটো। দলংখন টিলাটোৰ ইপাৰে। পোনে পোনে বাট ভুল নকৰাকৈ গৈ থাকিব পাৰিলে, বেছি পৰ সিহঁতৰ নালাগে। অৰবিন্দই কয়,—

বেছি দূৰ আৰু নাই যেন লাগে। কিন্তু তোমাৰ অপূৰ্ব্ব কথাবোৰে মনটো ইমান আকৰ্ষণ কৰিছে যে খোজ কাঢ়িবৰ আৰু ইচ্ছা নাইকিয়া হৈছে। তুমি নিজে যিমান আকৰ্ষণীয়, তোমাৰ কথাবোৰ তাতকৈ বহুগুণ বেছি আকৰ্ষণীয়।

ঠাট্টা নকৰিবা, অৰবিন্দ।— সাবিত্ৰীয়ে কয়। ছোৱালী মানুহৰ ৰূপ মানে কি মই জানোঁ। দেখোঁতে মোৰ মুখখন ধুনীয়া নহয়, সেই বাবেই মই আকৰ্ষণীয় হব নোৱাৰোঁ, এই কথা তুমি নেভাবিবা। আৰু মই অশুৱনী বাবে তুমি মোক ইতিকিং কৰিবা, এই কথাও মই আশা নকৰোঁ।

অৰবিন্দই হতাশ হৈ কয়,—

মই তোমাক বুজিয়ে পোৱা নাই। তুমি ধুনীয়া নোহোৱা, এই ইঙ্গিত মই দিয়া নাই কেতিয়াও। সৰ্ভৰ জিভাৰ পৰা আৰম্ভ কৰি বৰনৈৰ পাৰলৈ এইখিনি ঠাইত, কোনো গাওঁতে তোমাৰ দৰে ধুনীয়া আৰু দ্বিতীয় ছোৱালী এজনী নাই, এই কথা সকলোৱে জানে। আৰু তুমি নিজেও জানা। কিন্তু তোমাক মৰম কৰিব পাৰি এই কথা সোঁৱৰাই দিয়াৰ কি অৰ্থ হব পাৰে। বিশেষকৈ আজি ৰাতি?

সাবিত্ৰী কিছুপৰ একো নামাতে। খোপাকৰি বান্ধি থোৱা তাইৰ বেণীডাল কেতিয়াবা আপোনা আপুনি সোলকি পিঠিত দীঘল হৈ পৰি থাকে। সুদীৰ্ঘ বেণীডাল এটা ক'লা সাপৰ দৰে তাইৰ পিঠিয়েদি ওলমি থাকে। ৰাতিৰ ক'লাবোৰ তাইৰ বেণীডালতে আহি গোট মাৰি থাকে। তাইৰ বোধহয় ভাগৰ লাগে। তথাপিও অবিৰাম তাই গৈ থাকে। ৰাতিৰ নিস্তব্ধ আকাশৰ তলত, গোট মাৰি থকা এন্ধাৰৰ মাজত, বিপদৰ মাজলৈ তাই দ্বিধাহীন ভাবে গৈ থাকে।

হঠাতে টোপনিৰ পৰা সাৰপাই উঠা মানুহৰ দৰে, সাবিত্ৰীয়ে ধীৰে ধীৰে উন্মনাৰ দৰে কৈ যায়,—

মোক মৰম কৰিবলৈ তোমাক মই সোঁৱৰাই দিয়া নাছিলোঁ, অৰবিন্দ, উৎসাহো দিয়া নাছিলোঁ। বৰং 'তুমি' বোলাৰ অধিকাৰ লৈ তুমি মৰম কৰিবলৈকো মন মেলিব পাৰা, তাৰ বাবে সতৰ্ক কৰি দিছিলোঁ। আৰু বিশেষকৈ, আজি ৰাতি। আজি ৰাতি এইবাবে যে, আজি ৰাতি বিশেষকৈ তোমাৰ মনটো সম্পূৰ্ণ মোৰ পৰা আঁতৰত, আৰু সম্পূৰ্ণভাবে দললংঘনৰ ওপৰত পৰক, এয়ে মোৰ আশা। ছোৱালীৰ লগত ৰাতি দলং ভাঙিবলৈ ওলোৱা এয়ে তোমাৰ

প্ৰথম নহয় জানো? আৰু দলং ভঙা কাম নথকা হলে, এয়া পথাৰৰ মাজে মাজে দোভাগ নিশা, ছোৱালী এজনীক লগত লৈ ফুৰাৰ প্ৰশ্নই অৱশ্যে নুঠে।

অৰবিন্দই অধৈৰ্য্য হৈ কয়,—

ভুলটো মই নিজে কৰা নাই। কাৰিকৰে কিয় যে তোমাক আহিবলৈ কলে মোৰ লগত, তাকো মই বুজি নাপাওঁ। কিন্তু তোমাক লগত দিলে বুলিয়েই তুমি ওৰে বাটে অবান্তৰ কথাবোৰ বলকি আহিবা, এই কথা কাৰিকৰেও ভবা নাছিল, মইও ভবা নাছিলোঁ।

খং উঠিছে তোমাৰ, নহয়? বাৰু, মোৰ পৰিবৰ্ত্তে যদি তোমাৰ লগত নিজাম, সমুদ্ৰ কোনোবা আহিলহেঁতেন তেনে ওৰে বাটে কি কৰি আহিলাহেঁতেন? হয় ছোৱালীৰ কু চৰ্চ্চা কৰিলাহেঁতেন, নহয় তেওঁলোকৰ ৰূপ বৰ্ণনা কৰিলাহেঁতেন, নহয় জানো!

তুমি বাৰু ল'ৰাবিলাকৰ বিষয়ে কি ভাবা!— অৰবিন্দই মুখ ঘূৰাই থিয় দি সোধে। কেৱল ছোৱালীৰ চিন্তাকে কৰে ল'ৰাবিলাকে? মই তোমাক কব পাৰোঁ যে নিজামে ছোৱালীৰ নামকে নলয়। সমুদ্ৰৰ লগত মই কেতিয়াও ক'লৈকো যোৱা নাই।

তেনে, নিজামে কি কথা কলেহেঁতেন? তুমি কলেজত কিয় অঙ্ক শাস্ত্ৰ ল'লা, নিজামে কিয় বুৰঞ্জী ললে, সমুদ্ৰই কিয় বি.এছ্ছিত অনাৰ্ছ লৈ পাছ কৰি সংস্কৃতৰ এম, এ, পঢ়িব খুজিলে, নে আৰু কিবা? খণ্ডত ৰব নোৱাৰি থিয় দিলা কিয়?— গৈ থাকা।

অৰবিন্দই একো উত্তৰ নিদিয়া দেখি,— অলপ সময় ৰৈ সাবিত্ৰীয়ে আকৌ কবলৈ ধৰে,—

এতিয়া বুজিলোঁ, তোমালোকে কি কৰা। তোমালোকে কোনো কথা নোকোৱাকৈ সন্ত্ৰস্ত হৈ, সন্তৰ্পণে আগুৱাই গৈ থাকা। বিপদ হলে কি কি সাবধানতা অৱলম্বন কৰিবা, তাকে ভাবি, অনাগত প্ৰলয়ৰ বিভীষিকা দেখি ভয়ত ঘামিজামি তোমালোক গৈ থাকা। তোমালোকে ভবিষ্যতৰ বিপদটো সঠিক

কৈ নাজানা, সেই বাবে তোমালোকৰ চিন্তা আৰু আশঙ্কাৰ সীমা নাই। মই সেইবিলাক কথা একেবাৰেই নাভাবোঁ। এইবাবেই নাভাবোঁ যে ভাবী বিপৰ্য্যয় মোৰ মনত অতি স্পষ্ট। এই বিপৰ্য্যয়ৰ শেষ পৰিব মৃত্যুত। মৃত্যু পৰ্য্যন্ত এই কালছোৱাত আহিব অদ্ভুত অত্যাচাৰ। আজি দলগুৰ তলতে মৰিব পাৰোঁ। নমৰি যদি ঘৰলৈ উভতি আহোঁ, কাইলৈ কি দেখিম? দলে দলে পুলিছ আৰু মিলিটাৰী তৰাবনলৈ আহিব। তোমালোকৰ দৰে ল'ৰা বিলাকক সিহঁতে মাৰিব, বান্ধি নিব। আমাকো বান্ধি নিব। কিন্তু নিয়াৰ আগতে আমাক সিহঁতে কি কৰিব এই বিষয়ে তোমাৰ জানো সন্দেহ আছে?

সাবিত্ৰী!— অৰবিন্দই চিঞৰি উঠে।

মোৰ মনত অকণো সন্দেহ নাই,— তাই কৈ থাকে। আজিৰ পৰা দুদিনৰ ভিতৰত কি হব মই জানোঁ। সেইবাবে মই বিপদৰ কথা নাভাবোঁ। দেশত যুদ্ধ লাগিছে। ইংৰাজবোৰে, এমেৰিকানবোৰে ভাৰতবৰ্ষৰ মাটিত ভাৰতবৰ্ষৰ হৈ যুদ্ধ চলাইছে। হাঁহি উঠা কথা। কিন্তু হাঁহিয়ে উঠক বা কান্দোনে ওলাওক, তুমি মই এই যুদ্ধত বাধা দিছোঁ। তাৰ পাছতো তুমি বা মই সুখে সন্তোষেৰে জী থাকিম, এই আশা মই নকৰোঁ। সেইবাবে মোৰ অকণো ভয় নালাগে। মই মৰিয়েই আছোঁ,—

সাবিত্ৰী! সাবিত্ৰী তুমি—

কি হ'ল? ইমান যে মাতিছা? মৰম লাগিছে?

সঁচা মৰম লাগিছে। তোমাক যেন আঁতৰত বহুত নিলগত ক'ৰবাত থৈ আহিম তেনেকুৱা মৰম লাগিছে।

তোমাৰ কথা মই বুজিছোঁ। কৰিবা মৰম। আমি প্ৰতিজনে প্ৰতিজনক মৰম কৰি কৰি মৰিম। আমি কোনেও কাকো পাব নোৱাৰোঁ; সেইবাবে প্ৰতিজনক স্পৰ্শ কৰিম মৰমেৰে। হয়তো এদিন এনেকুৱা অন্তৰস্পৰ্শী স্নেহ প্ৰতিজন ভাৰতীয় মানুহৰ বুকুতে জাগি উঠিব। সেইদিনা আমি হম স্বাধীন। সেয়া আমাৰ দলং। তোমাৰ পেট্ৰলৰ টিনটো এইবাৰ মোক দিয়া।

তোমাৰ লগত কি আছে?— অৰবিন্দই সোধে,

যদি হঠাৎ কোনো অঘটন হয়, তেনে অন্ততঃ কিবা এটা লগত থকা উচিত।

কি আছে মানে?— সাবিত্ৰীয়ে সোধে। অৰ্থাৎ কোনোবা আহিলে তাক আক্ৰমণ কৰিবলৈ? নাই বুলিয়েই ধৰা। যিখন চুৰি মোৰ লগত আছে, তাৰে মই বোধ হয় নিজকে মাৰিব পাৰোঁ, অইন মানুহক মাৰিব নোৱাৰোঁ। কিন্তু আজি তাৰ প্ৰয়োজন নহয়, মই জানোঁ। আৰু কথা নকৰা। মই কাপোৰখিনি পেট্ৰলত তিয়াম। তুমি চাৰিওফালে অকণমান চাই থাকি দলঙৰ তললৈ আহিবা।

সেইখিনিতে দুয়ো বিপৰিত ফালনৈ আতৰি যায়। তাৰপৰা দলংখন মাত্ৰ পাঁচশ গজ দূৰ। সৰু সৰু জোপোহাবোৰে গোটেই ঠাইখিনি জুৰি আছে। এনেকুৱা এন্ধাৰ যে, মুকলি পথাৰতে, দূৰৰ পৰা একো দেখা পোৱা নাযায়। তাতে আকৌ অগণন জোপোহাবোৰ। শব্দ নকৰাকৈ সেইবিলাকৰ মাজেদি গৈ থাকিব পাৰিলে কোনেও তত ধৰিব নোৱাৰে নিশ্চয়। আৰু সন্দেহেই বা কোনে কৰিব!

হাতত সাৰে ভৰিত সাৰে সাবিত্ৰী জোপোহাবিলাকৰ মাজেদি আগুৱাই গৈ থাকে। ক'তো ভুলকৈ তাই খোজ নিদিয়ে। জোপোহাবিলাকৰ পৰা অকণো শব্দ নহয়। পেট্ৰলৰ টিনটো তাইৰ হাতত অতি গধুৰ লাগে। হাতৰ ছাল বোধহয় উঠি যায়। তাই ভ্ৰুক্ষেপ নকৰে। কিন্তু দলংখনৰ ওচৰ পোৱাৰ লগে লগে তাইৰ অসুবিধা বেছি হয়। সেইখিনি ঠাই দ. বোকাই পানীয়ে ভৰি আছে। পথাৰত বোকাৰ মাজত সিহঁতে খেতি কৰে, গতিকে বোকা পানীক সিহঁতে ভয় নকৰে। তথাপি তাইৰ ভৰি বোকাৰ মাজত সোমালে টানি উলিৱাওতে তাইৰ কষ্ট হয়। তাৰ উপৰিও শব্দ হয়। তথাপি তাই সন্তৰ্পণে আগুৱাই গৈ থাকে।

দলংখনলৈ কুৰি গজ মান থাকোঁতে তাই থমকি ৰয়। পানীত খোজ কাঢ়োঁতে অকণমান শব্দ এটা হৈছিল। দলঙৰ ওপৰত তাই হঠাৎ শুনিবলৈ

পালে জোতাৰ শব্দ। পিছলৈ ঘূৰি এবাৰ মাত্ৰ গেৰেপ কৰি উঠি বন্ধ হোৱা বুট জোতাৰ শব্দ। পাছ মুহূৰ্ত্তত কি হ'ব তাই অনুমান কৰি লয়। আৰু ততালিকে সৰু গছ এজোপাৰ আঁৰত তাই লুকাই পৰে। টৰ্চ্চৰ তীব্ৰ পোহৰ সেই ফাললৈ আহে। কিন্তু তাইক গছৰ পাতবিলাকে সম্পূৰ্ণ আবৰি ৰাখে। বুটজোৰৰ শব্দ আকৌ আগুৱাবলৈ ধৰে।

সাবিত্ৰীয়ে পুনৰ আগুৱাবলৈ ধৰে। প্ৰথম ডোখৰত পানী আছিল অলপ, বোকা আছিল বেছি। এতিয়া দলংখনৰ তললৈ পানী ক্ৰমাৎ বেছি। মেখেলাখন তিতিলে সাবিত্ৰীৰ বিপদ, তাইক তিতা মেখেলাই সাপৰ দৰে মেৰিয়াই ধৰিব, আৰু তাই লৰিবকে নোৱাৰিব। অৰবিন্দ ওচৰত থকা হলে তাইৰ সঙ্কোচ হ'লহেঁতেন। এতিয়া ওচৰত কোনো নাই। তাই মেখেলাখন তিতিব নোৱাৰাকৈ ওপৰলৈ ডাঙি কোমৰত ৰিহাখনৰে বান্ধি আগবাঢ়ে।

দলখংনৰ তলত সোমাই তাই ভালকৈ চাৰিওফালে চায়। খুটাবোৰ শাল কাঠৰ, প্ৰকাণ্ড খুটা। ওপৰত কাঠৰ তক্তা। লোৰ দৰে টান আৰু প্ৰকাণ্ড খুটাবোৰত জুই লগাই দিলে কেতিয়া যে পুৰি শেষ হব কোৱা টান। কিন্তু ওপৰৰ তক্তাবোৰত জুই লগাব পাৰিলে ততালিকে দলং শেষ হৈ যাব। আৰু, এবাৰ আটাইবোৰ তক্তাত জুই লাগি উঠিলে খুটাবোৰৰ বাবেও চিন্তা নাই, একেলগে আটাইবোৰ পুৰিব।

দলঙৰ খুটা এটাৰ কাষৰ ওখ মাটিখিনিত সাবিত্ৰী বহি লয়। তাৰ পাছত তাই গাৰ পৰা কাপোৰবোৰ আঁতৰাবলৈ ধৰে। তাইৰ গাত মেৰোৱা অসংখ্য ফটা চুৰিয়া, ফটা চাদৰ। তাই এবাৰ আকৌ চাৰিওফালে চায়, অৰবিন্দৰ দেখাদেখি নাই। তাই নিঃসঙ্কোচে ওপৰৰ ৰিহাখন আঁতৰাই থয়, আৰু ততালিকে কেৱল ব্লাউজটো গাত ৰাখি বাকিখিনি কাপোৰ সোলোকায়। পেটিকোটৰ ওপৰতে পিন্ধি-লোৱা ফটা চুৰিয়াবোৰো বাহিৰ কৰে। তেনেতে তাই মৃদু শব্দ এটা শুনি ঘূৰি চাইয়ে দেখে যে অৰবিন্দ। তাৰ গোটেইটো গাতে বোকা। ৰিহাখন তাই ততালিকে বুকৰ ওপৰেদি আকৌ মেৰিয়াই লয়।

অৰবিন্দ তাইৰ গাৰ ওচৰতে আহি থিয় দিয়ে, আৰু কয়,—

দুজন আছে চিপাহী। দলংখনৰ দুমুৰে দুজন। দুয়োৰে অৱশ্যে বন্দুক আছে; বন্দুকৰ ওপৰত চিক্‌চিকীয়া দীঘল ছুৰি লগোৱা আছে।

ধুনীয়া দেখি, নহয়?— সাবিত্ৰীয়ে কয়।

ধুনীয়া! অৰবিন্দই আচৰিত হৈ সোধে— কি ধুনীয়া দেখি!

বন্দুকৰ ওপৰত লগাই থোৱা বেয়নেট্‌বোৰ। মোৰ কিন্তু ভাল লাগে। চিক্‌মিকাই থাকে। কি ধুনীয়া, দীঘল, মজবুত, চোকা, তিৰবিৰীয়া। ওচৰত ভাল নালাগিব কিজানি, দূৰত দেখিলে ভাল লাগে।

আকৌ দলঙৰ ওপৰত শব্দ হয়, বুটজোতাৰ গেৰেপ গেৰেপ শব্দ। সিহঁত দুয়ো খুটাটোত লেপেট খাই ধৰি নিঃশব্দে অপেক্ষা কৰে। দলঙৰ ইফালৰ চিপাহীজন লাহে লাহে দলঙৰ ওপৰেদি সিফালৰ চিপাহীজনৰ ওচৰলৈ যায়।

সাবিত্ৰীয়ে ক্ষিপ্ৰ গতিৰে কাপোৰবোৰ পেট্ৰলৰ টিনটোৰ ভিতৰত সোমাবলৈ ধৰে। মুঠতে আঠখন ফটা কাপোৰ। আঠটা খুটাৰ ওপৰত বান্ধিব লাগিব। এখনৰ পাছত এখনকৈ তাই কাপোৰখিনি পেট্ৰলত তিয়াই অৰবিন্দৰ হাতত দিয়ে। সি এটা এটাকৈ খুটাবোৰৰ ওপৰফালে তক্তাবোৰ চুই যোৱাকৈ কাপোৰবোৰ মেৰিয়াই দিয়ে। সাবিত্ৰীয়ে কাণৰ কাষত ফুচফুচাই কয়,—

চিপাহীদুজন ইফালে আছে। তুমি সিফালৰ খুটাবোৰত কাপোৰ বোৰ মেৰিয়াবা। একেবাৰে পাতলকৈ নাইবা খুব টানকৈ নেমেৰিয়াবা। কাপোৰবোৰ লগোৱা হলে পাছত আকৌ অলপ অলপ পেট্ৰল ঢালি দিম।

অৰবিন্দই কাপোৰখিনি হাতত লৈ যাব ধৰোঁতেই সাবিত্ৰীয়ে আকৌ কয়,—

শুনা, ইটো খুটাৰ পৰা সিটো খুটালৈ এখন এখন কাপোৰ লগ লগাই দিবা। প্ৰতিটো খুটাতে জুই লগাব নোৱাৰিম, এই কথা ধুৰুপ জানিবা। এনেকৈ দিবা, যাতে এঠাইত লগালে জুইখিনি বিয়পি পৰে।

দলঙৰ খুটা বোৰত কাপোৰবোৰ মেৰিয়াই দিওঁতে সিহঁতৰ বেছিপৰ নালাগে। অতি সন্তৰ্পণে, অকণো শব্দ নকৰাকৈ সিহঁতে পেট্ৰলত তিয়াই লোৱা কাপোৰবোৰ দলঙৰ কাঠত লগাই দিয়ে। তাৰ পাছত বান্ধি দিয়া কাপোৰবিলাক সাবিত্ৰীয়ে বাকী থকা পেট্ৰলখিনিৰে আকৌ তিয়াবলৈ ধৰে। ততালিকে দলংখন জুৰি জুই লাগি নুঠিলে সিহঁতৰ শ্ৰম ব্যৰ্থ হৈ যাব, এই কথা সাবিত্ৰীয়ে ভালকৈ বুজিছিল। কিন্তু সিহঁত দুয়োৰে কাৰো মনত খেলোৱা নাছিল যে পেট্ৰলৰ গোন্ধ দূৰলৈ যায়। আৰু মনত খেলালেও সিহঁতৰ আন কোনো উপায়ো নাছিল।

দলংখনত চিপাহী থাকিব, এই কথা সিহঁতে ভবা নাছিল। বৰনগৰমৈৰাং ৰাস্তাত এইখনেই আটাইতকৈ ডাঙৰ দলং। তথাপি তাত চিপাহীয়ে পহৰা দিব বুলি কোনেও আগৰপৰা ধাৰণা কৰা নাছিল।

দলঙৰ তলৰপৰা সাবিত্ৰীয়ে কাণ ঠিয় কৰি শুনে। চিপাহী দুজনে হঠাৎ সন্ত্ৰস্ত হোৱাৰ দৰে কিবা কথা পাতে, তাই শুনি পায়। তাই অৰবিন্দক টান মাৰি আনে আৰু দুয়ো এমূৰৰ খুটা এটাৰ কাষত মাটিৰ লগত সমান হৈ পৰি থাকে। চিপাহী দুজনে কথা পাতি থাকে। পেট্ৰলৰ গোন্ধ সিহঁতৰ নাকলৈ গৈছে তাত আৰু কোনো সন্দেহ নাথাকে। সিহঁত দুয়ো দুটা ডাঙৰ টৰ্চ্চ লাইট উলিয়াই টৰ্চ্চৰ পোহৰত চাৰিওফালে চাবলৈ ধৰে।

সাবিত্ৰীয়ে দুটা দেছলাই উলিয়াই এটা অৰবিন্দৰ হাতত দিয়ে আৰু আনটো তাই নিজে ৰাখে। তাৰ পাছত তাই অৰবিন্দৰ কাণত মুখ লগাই কয়,—

দুটা টৰ্চ্চ-লাইটেৰে, দুয়োজন চিপাহীয়ে যদি দলঙৰ তললৈ লক্ষ্য কৰে তেনে আমি দুয়োকে দেখা নোপোৱাৰ কোনো কাৰণ নাই। আৰু দেখা পোৱাৰ পাছত কি হব, সেই বিষয়ে চিন্তা কৰাৰো আৱশ্যক নাই। যেতিয়া স্থিৰ জানিম যে আমাক দেখিলে, মৰাৰ আগেয়ে আমি জুই জ্বলাই দিম। দেছলাইটো লগতে ৰাখা।

অৰবিন্দই পৰিস্থিতিটো বুজি লয়। অলপ সময় চিন্তা কৰি, সি এখন কাপোৰ ভালকৈ পেট্ৰলত তিয়াই লয়। তাৰ পাছত সি ফুচফুচাই কয়,—

কিবা যে লাভ হ'ব তেনে আশা নাই। কিন্তু এনেয়ে বহি থকাতকৈ এটা কাম কৰোঁ। চিপাহী দুটা সিমূৰে আছে, আমি ইমূৰে আছোঁ। মই আলিটোত লেপেটখাই অকণমান আগুৱাই গৈ এইখন কাপোৰ ৰাস্তাত পেলাই থম। দলঙৰ ওপৰলৈ সিহঁত নিশ্চয় আহিব। আৰু তললৈ তন্ন তন্ন কৈ চোৱাৰ চেষ্টা নকৰি যদি সিহঁতে আগুৱাই থাকে, তেনে দলঙৰ এই মূৰৰ পৰা সিহঁতে দূৰত এই কপোৰখন দেখিব। আৰু দেখিলেই তালৈকে যাব। যদি তেনেকুৱা উমান পোৱা, তুমিও ইমূৰৰ পৰা সিমূৰলৈ যাবা। সিহঁতে কাপোৰখনৰ ওচৰ পাওঁতেই তুমি জুই জ্বলাই দি ততালিকে আঁতৰ হ'বা। তাৰ পাছত জোপোহা বিলাকৰ আঁৰে আঁৰে যিমান বেগে দৌৰিব পাৰা তিমানে মঙ্গল।

সি কাপোৰখন লৈ উঠে।

সাবিত্ৰীয়ে সোধে— আৰু তুমি?

মই পাৰিম। মই গৈ পথাৰখন পাৰহৈ বাৰীখনত সোমাম।

অৰবিন্দ আঁতৰি পৰে। টৰ্চ্চৰ পোহৰবোৰ ইফালে আহিলেই সি ৰাস্তাৰ নামনিত মাটিৰ সমানহৈ পেট পেলাই পৰে; আৰু পোহৰ অইন এটা ফালে গলেই আকৌ আগুৱায়। বহুত দূৰলৈ গৈ লাভ নাই। ইয়াতে পেট্ৰলৰ গোন্ধ পাই চিপাহী দুটা বহুত দূৰলৈ কেতিয়াও নাযায়। দলংখনৰ পৰা পঞ্চাশ গজমান দূৰতে সি কাপোৰখন টোপোলা এটাৰ দৰে কৰি ৰাস্তাৰ ওপৰত পেলাই দিয়ে। তাৰ পাছত সি অপেক্ষা কৰিবলৈ ধৰে। তাৰ ধাৰণা হ'বলৈ ধৰে যেন এই চেষ্টা তাৰ সম্পূৰ্ণ বিফল হৈ যাব। চিপাহী দুটাই দলঙৰ সিপাৰৰ পৰা অহাৰ কোনো লক্ষণ দেখা নাযায়। সিহঁতে য'ত আছিল তাতেই থিয় হৈ চাৰিওফালে টৰ্চ্চ মাৰি চাবলৈ ধৰে। আকৌ সিহঁতে কি আলোচনা কৰে। তাৰ পাছত এজনে কান্ধৰ পৰা বন্দুকটো নমাই সাজু কৰি হাতত লয়, আনজনে টৰ্চ্চটো দেখুৱায়। দুয়ো আহি দলঙৰ ওপৰত উঠে। দলঙৰ ওপৰত দুই এখোজ আগলৈ আহে আকৌ থৰকি ৰয়। লাহে লাহে দুই এখোজকৈ

আহি আহি সিহঁতে দলঙৰ ইফালৰ মূৰ পোৱাৰ পাঁচ ফুট মান আঁতৰত আকৌ ৰৈ যায়। অৰবিন্দৰ সমস্ত শৰীৰ শিয়ঁৰি উঠে। ঠিক সেইখিনিতে তলত আছে সাবিত্ৰী! ঠিক তলতে। অকণমান চালেই সিহঁতে যে তাইক দেখিব তাত সন্দেহ নাই। অথচ নিজৰ কামত অৰবিন্দ ইমান মগ্ন হৈ আছিল যে কাপোৰখন ৰাস্তাত পেলাই দিয়াৰ পাছতেই,—আকৌ ঘূৰি সাবিত্ৰীৰ ওচৰলৈ যাবলৈ সি পাহৰিয়ে গৈছিল। তাৰ মনত এযুগ যেন লাগে, যেন সিহঁতে ঠিক সেইখিনি ঠাইতে বন্দুক টোঁৱাই ঠিয় হৈ আছে। সি তাৰাতাৰি সাবিত্ৰীৰ ওচৰলৈ যাবলৈ ধৰোঁতেই আকৌ পোহৰ পোনে পোনে ৰাস্তাৰ ওপৰত পৰিবলৈ ধৰিলে।

অৰবিন্দই স্পষ্ট দেখা পায় যে, টৰ্চ্চৰ পোহৰখিনি বাৰে বাৰে কাপোৰখনৰ ওপৰত পৰিবলৈ ধৰিছে। আপোনা আপুনি তাৰ মুখত হাঁহি বিৰিঙি উঠে। চিপাহী দুজনে সন্তৰ্পণে আগ বাঢ়িবলৈ ধৰে। টৰ্চ্চৰ পোহৰ পৰি কেতিয়াবা হঠাৎ হাতত লৈ যোৱা বন্দুকটোৰ চুটি তৰোৱালখন চিক্‌মিকাই উঠে। অৰবিন্দুই আঁতৰি আহিবলৈ ধৰে।

লাহে লাহে অৰবিন্দই আলিৰ কাষৰ পৰা আঁতৰি জোপোহা বিলাকৰ মাজলৈ পোন কৰে। আৰু মাত্ৰ অলপ সময়, কেইটামন চেকেণ্ড বা এটা মিনিট, তাৰ পাছত চিপাহীবিলাকে পেট্ৰলৰ কাপোৰখন পাব। কি বাৰু ভাবিব সিহঁতে! হয়তো কোনোবা ল'ৰীৰ পৰা পৰিযোৱা কাপোৰ। হয়তো সিহঁতক নমাই থৈ যোৱা সিহঁতৰে গাড়ীখনৰ পৰা কেনেবাকৈ পৰিযোৱা এখন কাপোৰ।

তেনেতে সি অনুভৱ কৰে যেন তাৰ পাছফালে অকণমান পোহৰ জ্বলি উঠিছে। সি এবাৰ মাত্ৰ ঘূৰি চায়। এৰা, হয় জুই জ্বলিছে। দলঙৰ এমূৰে, দলংখনৰ তলৰ পৰা ওলাই অহা ম্লান নীলা জুইৰ শিখা। খন্তেক পাছতে পোহৰ বেছি হয়,— তাৰ সন্মুখৰ পথাৰখনলৈ জুইৰ পোহৰ বিয়পি আহে। লগে লগে শব্দ হয়,— বন্দুকৰ গুলি মৰাৰ শব্দ। চিপাহী দুজনে আলিটোৰ দুয়ো পাৰলৈ যেনিতেনি গুলি চলায়। অৰবিন্দৰ কাণ তালমাৰি ধৰে। গুলিৰ শব্দ নিশ্চয় দূৰৰ গাওঁ বিলাকলৈ বিয়পি পৰে। অৰবিন্দই প্ৰাণপণে জোপোহাৰ আঁৰে আঁৰে যিমান পাৰে দ্ৰুতবেগে আলিৰ পৰা দূৰলৈ গৈ থাকে।

তাৰ আগত পথাৰখন পোহৰত ভাহি উঠে। সি লোভ সামৰিব নোৱাৰি এবাৰ পাছলৈ চায়। গোটেই দলংখন জুইয়ে ছানি পেলাইছে। দলঙৰ শুকান তক্তাবোৰত সম্পূৰ্ণ জুই জ্বলি উঠিছে। নিমিষৰ ভিতৰতে দলংখন পুৰি ছাই হৈ যাব,— মাত্ৰ আধাপোৰা খুটা কেইটামান হয়তো থিয় হৈ থাকিব।

চিপাহী দুজন বিপাঙত পৰে। সিহঁতে আগুৱাই যাব নোৱাৰে, কাৰণ দলং গোটেই খনতে জুই। আনপিনে অন্ধকাৰত জোপাহাৰ মাজলৈ যোৱাও বৃথা। জুইৰ পোহৰ থাকিলেও জোপোহাৰ তলত কি থাকে বুজি পাবলৈ টান। সিহঁতে গুলিয়াই থাকে। অৰবিন্দই অনুভৱ কৰে যেন তালৈকে লক্ষ্য কৰি সিহঁতে গুলি মাৰিছে। জুইৰ পোহৰত পথাৰৰ মাজত হয়তো তাক স্পষ্ট কৈ দেখা যায়। সি দৌৰিবলৈ আৰম্ভ কৰে। আৰু মাত্ৰ চাৰিটা কি পাঁচটা মিনিট,— তাৰ পাছত সি গৈ বাৰীখনত সোমাব পাৰিব।

কিন্তু বোধহয় সি আৰু নোৱাৰিব। তাৰ সোঁ ভৰিখনে যেন আৰু আগবাঢ়িব নোৱাৰে। বৰফতকৈও শীতল লোৰ মাৰি এপাত যেন তাৰ উৰুতে লাগি আছিছে। এনেকুৱা শীতল যে আৰু যেন সি সহ্য কৰিব নোৱাৰে। তাৰ পাছতে সি অনুভৱ কৰে যেন তাৰ কোমৰৰ তলৰ ফালে গোটেই শৰীৰতে জুই লাগিছে। কিবাকৈ হয়তো তাৰ পেণ্টটোত জুই লাগি গৈছে। সি হাতেৰে তাৰ উৰু চুই চায়। পেণ্টটো তাৰ তিতা। তাৰ হাতখনো তিতি যায়। সি গম পায় সেয়া পানী নহয়,— তেজ। বন্দুকৰ গুলি তাৰ উৰুতে লাগিছে এই বিষয়ে তাৰ সন্দেহ নাথাকে। তথাপি তাৰ ভয় নালাগে। বন্দুকৰ শব্দ বন্ধ হৈ গৈছে, সি বহুত আঁতৰলৈ আহিছে। চুচৰি বাগৰি হলেও সি গৈ বাৰীখন পাব। তাৰ পাছত আৰু তাৰ ভয় নাই। হঠাৎ সি বহি পৰে, আৰু আতঙ্কত চাৰিওফালে চাবলৈ ধৰে। তাৰ মনত পৰে সাবিত্ৰীলৈ। সাবিত্ৰীয়ে জানো পলাব পাৰিছে। আতঙ্কত সি শিয়ঁৰি উঠি ঘামিবলৈ ধৰে।

# তিনি

শিৱনাথৰ হাঁহি উঠে। সি অকলে অকলে হাঁহে। সি যেন এটা বলিয়া কুকুৰ। তাক ধৰি মাৰি শেষ কৰিবলৈ মানুহৰ উৎসাহৰ অন্ত নাই। আজি পূৰা সাত দিন হ'ল, তাৰ পাছে পাছে পুলিছ লাগিয়েই আছে। এই সাতদিনে সি বিছনাত শুব পৰা নাই,— নিশ্চিন্ত মনে খাব পৰা নাই। কোনো দোকানত সি সোমাব নোৱাৰে। সোমালেই খন্তেক পাছতে ক'ৰবাৰ পৰা আহি পুলিছে দেখা দিয়ে। ইতিমধ্যে তাক নানা গাওঁৰ, নানা ঠাইৰ, নানা মানুহে চিনি পায়। পাবৰো কথা। তুমি যদি গাঁৱে গাঁৱে ঘূৰি মিটিং কৰি ফুৰা, ডেকা, বুঢ়া সকলোকে একগোট হৈ ইংৰাজৰ বিৰুদ্ধে থিয় দিবলৈ যুক্তি দি ফুৰা, ইংৰাজৰ যুদ্ধ প্ৰস্তুতিত যদি পদে পদে বাধা জন্মাবলৈ যোৱা ; তেনে চৰকাৰেও তোমাক চিনি পাব। পুলিছেতো পাবই আৰু আন সাধাৰণ সকলৰ সকলোৱে তোমাক চিনি পাব। অথচ যদি লুকাই থকাটোৱেই মাত্ৰ তাৰ উদ্দেশ্য হ'লহেঁতেন, তেনে সি নিশ্চিন্ত হৈ লুকাই থাকিব পাৰিলেহেঁতেন। কিন্তু তাৰ কাম মানুহৰ মাজত। দিনে নিশাই সি মানুহক লগ পাই, মানুহৰ লগত আলোচনা কৰি, মানুহক উপদেশ দি, তাৰ কামত আগুৱাই যাব লাগিব। গতিকে সি সম্পূৰ্ণ নিৰুদ্দেশ হৈ,— মানুহৰপৰা অদৃশ্য হৈ থাকিব নোৱাৰে। অথচ ওলালেই তাৰ বিপদ। যি ঠাইতে নহওক কিয়, মানুহৰ মাজত ওলাই দেখা দিয়াৰ পাছতে, চিকাৰীৰ দল আহি উপস্থিত হয়।

অকলে অকলে শিৱনাথৰ হাঁহি উঠে। কেবাদিনৰ পাছত আজি দিনত সি একেলেঠাৰিয়ে নিশ্চিন্তে আঠঘণ্টা শুইছে। সেইবাবেও সি আৰামতে হাঁহে, সন্তোষেৰে হাঁহে। তাৰ ধাৰণা হয় যেন তাৰ বাওঁ ভৰিৰ পোৱা ঠাইখিনিও

ভাল হৈ আহিছে; যেন জ্বালাযন্ত্রণা বহুত কমিছে। পৰহিয়ে কোনোবাই কিবা দৰব দি পোৰা ঠাইখিনি বেণ্ডেজ কৰি দিছিল। কালি অসম্ভৱ যন্ত্রণা আছিল। এতিয়া তাৰ বৰং আৰাম লাগিছে।

আগদিনাখন ৰাতি পুলিছৰ প্ৰকোপত থাকিব নোৱাৰি, ওৰে ৰাতি বাঁহগছৰ তলত কটাই, ৰাতি পুৱালতেই আহি এঘৰ মানুহৰ ঘৰত সোমাইছিল সি। তাৰ টোপনিও লাগিছিল, ভোকো লাগিছিল। একাপ চাহৰ বাবে সি এঘৰ মানুহৰ চোতালত সোমাইছিলহি। সেইটো গাওঁৰ গাওঁবুঢ়াৰ ঘৰ সি সমূলি জনা নাছিল। সন্দেহটো হ'ল লাহে লাহে পাছত। কাৰণ গাওঁবুঢ়াই তাক দেখিয়ে আদৰ সাদৰ কৰি মাতি আনি বহিবলৈ দিলে। তাৰ পাছত ঘৰত কৈ দিলে তাক চাহ জলপান দিবলৈ। প্ৰথমতে একাপ চাহ তুৰন্তে আহিল। সি চাহ খাই থাকোঁতেই এবাৰ যেন সি দেখিলে যে গাওঁবুঢ়াই এড়ি চাদৰ এখন গাত মেৰিয়াই গামোচা এখন মূৰত বান্ধি বাৰীৰ ফালে গ'ল। শিৱনাথে সেই বিষয়ে একো মন কৰা নাছিল।

চাহ খোৱাৰ পাছতে আহিল দুটা সিজোৱা কণী। কণী দুটা তাৰ আগত দি থৈ ল'ৰা এটাই তাক কৈ গ'ল সি যেন খোৱা হলেই গুচি নাযায়। কাৰণ, মাকে তাৰবাবে চিৰা ভাজি আছে। এজনী গাই খীৰাব পাৰিলেই গাখীৰ আৰু চিৰা ভজা তাক দিব। আৰু গাওঁবুঢ়া আহি পায়হি মানে, চিৰাও ভজা হৈ যাব।

শিৱনাথৰ কিবা এটা অস্বস্তি লাগিছিল। সি আহি পোৱা মাত্ৰকে মূৰত গামোচা বান্ধি গাওঁবুঢ়া যে ওলাই গ'ল, শিৱনাথৰ কিবা ভাল নালাগে। সি ল'ৰাটোক কৈছিল যে সি ভজা চিৰা মুখলৈ নিব নোৱাৰে; ভজা চিৰাৰ গোন্ধ পালেই তাৰ বমিৰ ভাব হয়। বৰঞ্চ শুকান চিৰা সি এবাটি চোবাই চোবাই দিনটো বহি থাকিব পাৰে। চিৰা এবাটি যদি সি পায়, তেনে তাকে চোবাই চোবাই গাওঁবুঢ়া অহালৈকে সি অনায়াসে বহি থাকিব পাৰে।

অৰ কথা কামত লাগিছিল। চোবোৱা যাতে সোনকালে শেষ নহয় সেই ভাবিয়ে হবলা, ডাঙৰ বাটি এটাত এবাটি চিৰা তাক আনি দিছিল

সেই একেজন ল'ৰাই। ল'ৰাজনে পানী এঘটি আনিবলৈ ঘৰ সোমোৱা মাত্ৰকে চিৰাখিনি বান্ধি লৈ শিৱনাথে ঘৰৰ বাহিৰ হৈ মানুহৰ বাৰীয়ে বাৰীয়ে আহি দূৰত যেতিয়া পথাৰখন পালে, তেতিয়া সি এবাৰ ঘূৰি চাই দেখিলে যে চাৰিজন পুলিছৰ সৈতে গাওঁবুঢ়া আহি গাওঁখনত ঠিক সোমাইছে মাত্ৰ। শিৱনাথে তেতিয়াও এবাৰ হাঁহিছিল। এফাকি গান গাবলৈও তাৰ মন গৈছিল।

পথাৰেদি পোনে পোনে গৈ সি নৈখন পালে। নৈৰ সিপাৰে সৰু এটা ম'হৰ খুটি। নৈখন পাৰ হৈ সিপাৰে এবটল গাখীৰ সি কিনিলে। তাৰ পাছত আগুৱাই গৈ থাকিল। এতিয়াও সি গাওঁবুঢ়াৰ ঘৰৰ পৰা দুমাইলৰ ভিতৰতে আছে। আৰু কিছু দূৰ যাবই লাগিব সোনকালে। তাৰ পৰা তিনি মাইল মান দূৰ গৈ সি এজোপা ডাঙৰ আহঁত গছ দেখিলে। ওপৰলৈ এবাৰ চাওঁতেই সি দেখা পালে গছজোপাৰ দুটা ঠালৰ ওপৰত বান্ধি থোৱা এটা টং ঘৰ।

ততালিকে তাৰ মনত বুদ্ধি এটা খেলায়। সি লাহে লাহে গছজোপাৰ ওপৰলৈ উঠে, আৰু সাবধানে টং ঘৰটো পৰীক্ষা কৰে। বেছ মজবুট হৈ আছে ঘৰটো। সি যেন উপায় পায়। সি টংটোৰ ভিতৰত আৰাম কৰি বহি জিৰণি লয়। তাৰ পাছত চিৰাখিনি খাবলৈ আৰম্ভ কৰে। চিৰা গাখীৰ খাই অন্ত কৰি সি এবাৰ চাৰিওফালে চাই হাঁহে আৰু তাৰ পাছত শুই পৰে।

দিনটো সি শোৱে। সি যেতিয়া সাৰ পায়, তেতিয়া কিজানি পাঁচ-মান বাজিছে, গাটোত যেন সি নতুনকৈ বল পায়। ৰাতি পুৱাৰে পৰা দিনটো তাৰ ভালেই বুলিব লাগে। চাহ, কণী, চিৰা, গাখীৰ,— খোৱাটোও তাৰ বেয়া হোৱা নাই।

আজি প্ৰায় এমাহ আগতে সি কলেজ এখনত অধ্যাপকৰ কামৰ কাৰ্য্যভাৰ লোৱাৰ কথা আছিল। তাৰ নিয়োগপত্ৰও আহিছিল। কিন্তু কামত উপস্থিত হোৱা আৰু তাৰ নহ'ল। দেশব্যাপী হোৱা আন্দোলনত সি যোগ দিলে। তাৰ শৰীৰৰ তেজবোৰত কিবা এটা উন্মাদনা জাগিল— "হয় কৰিম, নহয় মৰিম"। অধ্যাপকৰ কাম সি আৰু গ্ৰহণ নকৰিলে।

'অধ্যাপক শিৱনাথ', 'প্ৰফেছৰ শিৱনাথ'— শিৱনাথে অকলে কৈ থাকে। শুনোঁতে ভাল লাগে। সি আকৌ আপোন মনে কৈ উঠে— অধ্যাপক শিৱনাথ। সি হাঁহিবলৈ চেষ্টা কৰে আকৌ। কিন্তু তাৰ ভৰিখনৰ পোৰা ঠাইখিনিত অলপ অলপকৈ বিষ উঠিবলৈ ধৰে।

বেলি পৰি আহিছে। শিৱনাথৰ এতিয়াও অন্ততঃ চাৰি মাইল বাট যাবলৈ বাকী আছে। সি প্ৰথমতে বেগাই যাবলৈ আৰম্ভ কৰে। কিন্তু লাহে লাহে তাৰ খোজ পাতলি আহে। কিনো হব বেগাই গৈ! লাহে লাহে গৈ থাকিলেও সন্ধিয়াৰ লগে লগে সি চাহবাগানৰ সিপাৰে থকা গাওঁখন পাবগৈ। ৰাতিটো সি তাতেই থাকিব, অন্ততঃ থাকিবলৈ সি আশা কৰে।

শুৱনি পৃথিৱীখনলৈ তাৰ মোহ জন্মে। কিমান সুন্দৰ, কিমান ধুনীয়া, কিমান মনোৰমা এই পৃথিৱী! পৃথিৱীৰ বতাহ, পৃথিৱীৰ পানী; পৃথিৱীৰ ৰং, পৃথিৱীৰ মাটি; পৃথিৱীৰ গোন্ধ, পৃথিৱীৰ বনানী! মনোলোভা বসুন্ধৰা, মনোহৰা ধৰণী!

ক'ৰবাত বহি পৃথিৱীখনলৈ চাই থাকিবলৈ শিৱনাথৰ মন যায়। অধ্যাপকৰ কামটো লোৱাই তাৰ বোধ হয় ভাল আছিল, তাৰ বাবে কল্যাণকৰ আছিল। জীৱন-ব্যাপি সি পঢ়িলেহেঁতেন। সি তাৰ ছাত্ৰবোৰক কলেহেঁতেন, — শুৱনি ধৰণীৰ কথা, শুৱনি মানুহৰ কথা, মানুহৰ শুৱনি মৃত্যুৰ কথা। যুগে যুগে দেশে দেশে, মানুহ উপজিছে; ধৰাৰ বুকু শুৱনি কৰি, সিহঁতে মৰণশীল হৈও মৰণক আওকাণ কৰি, সিহঁতৰ স্পন্দন ধৰণীৰ মাটিত বিলাই দি আকৌ ধৰাৰ বুকুতে বিলীন হৈ গৈছে। মৰণশীল পৃথিৱীৰ সেয়া অমৰত্ত্বা, মৃত্যুমুখী মানুহৰ সেয়া মুক্তি।

কিন্তু প্ৰফেছাৰী কৰা তাৰ ন'হল। যি বাটৰ ধূলিত মানুহৰ ৰঙা তেজ গোট মাৰিলে, যি বাটৰ টান শিলৰ মাজত মানুহৰ বুকুৰ বেদনাময় বিননি স্তব্ধ আৰু নিৰ্ব্বাক হৈ ৰ'ল, যি বাটেৰে আহিল ধ্বংসমুখৰ বিপুল

শক্তিৰ আস্ফালন, সেই বাটত এবাৰ ভৰি দিয়েই সি অনুভৱ কৰিলে যে সেই বাটে দিয়ে যুগে যুগে শত সহস্ৰ মানুহ আগবাঢ়িছে। সেই পথ তাৰো পথ।

সি পশ্চিমলৈ চায়। বেলি পৰি আহিছে। সি আকৌ বেগাই খোজ লয়। চাহৰ বাগানবোৰ দেখা গৈছে। আলিটোৰ দুয়ো পাৰে সৰু সৰু টিলা। টিলাবোৰৰ হেলনীয়া মাটিৰ ওপৰত শাৰী শাৰী চাহপাতৰ গছ। কোমল সেউজীয়া পাতবোৰে টীলাবোৰ আবৰি আছে। অকাই পকাই সৰু সৰু টিলাবোৰৰ মাজেদি যোৱা আলিটো গেৰুৱা মাটিৰে ঢাক খাই আছে। আৰু অলপ দূৰেদি বৈ গৈছে সৰু এখন নৈ।

চাহবাগানখন পাৰহৈ অলপ দূৰ যোৱাৰ পাছতে সি গাওঁখন পালে। গাওঁখনৰ নামো একেটা, আৰু একেখনেই গাওঁ। তথাপি দুখন গাওঁ যেন লাগে। কাৰণ গাওঁখনৰ সোঁমাজেদি আছে এটা মৰা সুঁতি। সুঁতিটোৱে গাওঁখনক সমানে দুভাগ কৰা যেন দেখি। মানুহৰ বসতিও তেনেকুৱা। এপাৰে, আগেয়ে বাগানত কাম কৰা মজদুৰ সকলৰ বসতি, আন পাৰে স্থানীয় মানুহৰ বসতি। মজদুৰ সকল অতীজতে নাগপুৰ অঞ্চলৰ আছিল। এতিয়া অসমত স্থায়ী হৈ গ'ল। মৰা সুঁতিটো গাওঁৰ মাজত থকা সত্ত্বেও, সুঁতিৰ দুপাৰৰ মানুহবোৰ বেলেগ হোৱা সত্ত্বেও, গাওঁখনৰ নাম একেটা, উজানঘাট।

উজানঘাটত সোমাই শিৱনাথে বুজি পালে, তাত কিবা এটা অঘটন নিশ্চয় হৈ গৈছে। গাওঁখনত, খেৰৰ ঘৰ এটাতে এটা অফিছ পতা হৈছিল। শিৱনাথে দেখিলে যে ঘৰটো পুৰি ছাই হৈ গৈছে। তেতিয়াও অলপ অলপ জুই জ্বলি আছে। তাৰ মানে সেইদিনাখনেই আবেলি কোনোবাই ঘৰটো পুৰি দিছে। যিমানে সি আগুৱাই যায়, সিমানেই তাৰ মনৰ আশঙ্কা বাঢ়ে। সাঁজ লগাই নাই তেতিয়াও। অথচ কোনো মানুহেই বাহিৰত নাই। যেন আটাইবোৰ মানুহে নিজম মাৰি শুইছে। কেৱল দুই এটা ঘৰত উচুপি উচুপি কন্দাৰ শব্দ শুনা যায়।

তাৰ পাছত সি আগবাঢ়ি গৈ থাকোতে কিছুমান ডেকা ল'ৰা দেখাপালে। সিহঁত অতি উত্তেজিত হৈ পাৰিছে, আৰু আন কিছুমানে ভয়তে ভিতৰত সোমাই দুৱাৰ বন্ধ কৰিছে। শিৱনাথে ক্রমে ক্রমে গম পালে যে সিদিনাই আবেলি চাৰিজন পুলিছ আহি সিহঁতৰ গাওঁৰ লাইব্রেৰী ঘৰটো পুৰি দিছে আৰু তাৰ পাছত আঠজন নিৰীহ মানুহক সিহঁতে ধৰি নিছে। সি ইয়াকো শুনিলে যে তেতিয়াও সিহঁতে গাওঁতেই আছে, সিমূৰত এঘৰ মানুহৰ ঘৰত চাহ খাই আছে। চাহ খাই উঠি সিহঁত থানালৈ যাবগৈ। সিহঁতৰ জীপ গাড়ী আছে, বন্দুক আছে আৰু লাঠি আছে। শিৱনাথে খন্তেক ভাবে, তাৰ পাছত কয়,—

বন্দুক আৰু লাঠি থাকিল বুলিয়েই সিহঁতে আমাৰ মানুহবোৰ লৈ যাব নেকি? ধৰি নিয়া মানুহ কেইজনে কি দোষ কৰিছিল?

এজন ডেকা ল'ৰা শিৱনাথৰ আগলৈ ওলাই আহে। সি কয়,— একো দোষ নাই সিহঁতৰ। দুজনতো কমাৰ। সিহঁতে দা কটাৰি তৈয়াৰ কৰি জিলাত বিক্রী কৰেগৈ। তিনিজন মাছমৰীয়া, বাকী কেইজনে অ'ত ত'ত ঠিকাৰ কাম কৰে। সেয়াতো মনহৰি। তই নকব কিয় মনহৰি, তোৰ ককায়েৰক যে ধৰি নিলে, কি দোষ কৰিছিল তোৰ ককায়েৰাই! দিনৰ দিনটো সি হাতুৰীৰে লো পিটি থাকে, কি দোষ কৰিছিল সি?

শিৱনাথে আকৌ কয়,—

নালাগে বাৰু, মই বুজিছোঁ মনহৰিহঁতৰ কথা। মনহৰি নকলেও মই বুজি পাইছোঁ। ব'লা বাৰু, তুমি আগে আগে ব'লা, মই বাট চিনি নাপাওঁ। কি বুলি কৈছিলা তোমাৰ নামটো। কলেজত পঢ়ি আছা তুমি নহয় জানো?

নাৰায়ণ। মোৰ নামটো নাৰায়ণ। দুবছৰ আগতেই মেট্রিক ফেল কৰিলোঁ।

ব'লা নাৰায়ণ। আটাইবোৰ যাওঁ ব'লা। তোমালোক আঠজন, মোৰে সৈতে নজন। কোনেও একো দোষ কৰা নাই। গতিকে কোনো মানুহকে আমি নিবলৈ নিদিওঁ। আমাৰ গাওঁত আমি থাকিম। আমি নাযাওঁ— পুলিছ ঘূৰি যাওক।

গাওঁখনত এটা জনৰব উঠি গ'ল, আমি নাযাওঁ, পুলিছ যাওক। সিহঁতৰ লগলৈ আৰৌ আহিল পাঁচজন। দল বান্ধি সিহঁতে আগুৱাই গৈ থাকিল। সিহঁতে কি কৰিবলৈ ওলাইছে, কোনেও ভালকৈ গম নাপালে। কিন্তু দলটোত মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। সিহঁতে শোভাযাত্ৰা কৰি জয়ধ্বনি নাগালে। তথাপিও প্ৰতিজনৰে বুকুত সেই এষাৰ কথা বদ্ধমূল হৈ গ'ল,— আমি নাযাওঁ, পুলিছ যাওক।

পুলিছসকালে যিখিনি ঠাইত চাহ খাই আছিল, সেই ঠাইখিনি পায়মানে সিহঁতৰ দলটোত ত্ৰিশজন মানুহ হ'ল। দলটোৰ পৰা কিছুদূৰ পাছত দলটোকে অনুসৰণ কৰি বুঢ়া আদহীয়া মানুহো আহিল প্ৰায় কুৰিজন। তেওঁলোকে আঁতৰে আঁতৰে থাকিল। পুলিছৰ লগত যুদ্ধ কৰিবলৈ যোৱাটো কিমান বিবেচনাৰ কাম, তেওঁলোকে বুজি নাপালে। গতিকে তেওঁলোকে যথেষ্ট আঁতৰত থাকিল।

এজন হাৱালদাৰ, তিনজন কনিষ্টবল্। শিবনাথ অলপ আচৰিত হয়। এখন গাওঁৰ পৰা চাৰিজন পুলিছে আঠজন মানুহক লৈ যাব। কোনো হাতকেৰেয়া নাই। প্ৰতি জনৰ এখন কৈ দুজন মানুহৰ দুইখন হাত লগলগাই ৰচিৰে বান্ধি লৈছে। চাৰিযোৰ মানুহ, চাৰিজন পুলিছ। অৱশ্যে লগত চাৰিটা বন্দুক। তাৰ মানেই এই গাওঁত পুলিছে কোনো বাধাৰ আশঙ্কা কৰা নাই। 'ব'ল' বুলি কলেই, মানুহবোৰ সিহঁতৰ লগত গুচি যাব, এই সিহঁতৰ আশা। অৱশ্যে সিহঁতৰ আশা একেবাৰে দুৰাশাও নাছিল। পুলিছে নিবলৈ আহিছে, কোনে বাধা দি মৰিবলৈ যাব?

ইমানবোৰ ডেকা ল'ৰা সিহঁতৰ ওচৰলৈ অহা সত্ত্বেও পুলিছ কেইটাই কোনেও হাতৰ চাহৰ পিয়লা নমাই নথলে। মাত্ৰ হাৱালদাৰ জনে অলপ গতিবিধি লক্ষ্য কৰিলে। তাৰ পাছত চাহৰ পিয়লাটোৰ পৰা এঢোক চাহ খাই সি দলটোৰ প্ৰতি লক্ষ্য কৰি কলে,—

আৰু আগ নেবাঢ়িবি তহঁতে। বন্দুক নালাগে লাঠিৰ কোব খালেই দহদিনৰ বাবে তহঁতৰ স্কুল খটি হব। আৰু অকণমান আগবাঢ়ি আহিলেই মূৰত লাঠিৰ কোব পৰিব, মনত ৰাখিবি। বান্দৰ-নাচ চাবলৈ আহিছ নেকি তহঁতে?

নাৰায়ণ!— শিৱনাথে কয়। তোমালোক আটায়ে ইয়াতে থাকা। মই সিহঁতৰ ওচৰলৈ যাওঁ। অযথা গোলমাল কৰি লাভ নাই। দৰ্কাৰ নহ'লে তোমালোকে আগ নেবাঢ়িবা।

অকলে তুমি যাব নোৱাৰা— নাৰায়ণে কয়। আমাক তুমি লগত তেনে আনিছিলা কেলৈ? আৰু, সিহঁতৰ প্ৰতিজনৰে বন্দুক আছে, মনত ৰাখিবা।

মোৰ কথা শুনা, নাৰায়ণ।— শিৱনাথে আকৌ কয়। বন্দুকৰ কথা মই জানো। বন্দুকৰ গুলিত কেইজন মানুহ মৰে? তোমালোকে আগ নোবাঢ়িবা। মানে, দৰ্কাৰ নহ'লে আগ নেবাঢ়িবা।

শিৱনাথে আগবাঢ়ি পুলিছ্ কেইটাৰ আগলৈ আহে। নাৰায়ণহঁতৰ দলটোৱে নাযাওঁ নাযাওঁ কৈ দুই এখোজকৈ আগবাঢ়ি থাকে। সিহঁতৰ অপাৰ কৌতূহল সিহঁতে দমাই ৰাখিব নোৱাৰে।

পুলিছ্ কেইজনৰ এজনৰ চাহখোৱা শেষ হয়। সি চাহৰ পিয়লাটো মাটিতে থৈ বন্দুকটো লয়। শিৱনাথে হাৱালদাৰ জনৰ ওচৰলৈ গৈ কয়;—

চাহখিনি সোনকালে খাইলোৱা। তোমালোকৰ বচিবোৰৰ আৱশ্যক আমাৰ নাই। আমাৰ মানুহ কেইজনৰ বান্ধ মোকোলাই দি তোমালোকৰ বচিবোৰ লৈ তোমালোক যোৱাগৈ। এওঁলোকে যে একো দোষ কৰা নাই তোমালোকেও জানা।

হাৱালদাৰ মানুহজনৰ বিবেচনা আছে। তুৰন্তে কিবা এটা অবাঞ্ছনীয় কথা কৰাৰ তেওঁৰ ইচ্ছা নাই। চাহৰ পিয়লাটো হাতৰপৰা নমাই নোথোৱাকৈ তেওঁ লাহে লাহে কয়,—

মানুহকেইজনক মই নিমেই। মই অলপ আগতে কি কৈছিলোঁ তুমি নুশুনিলা হব পায়। কাইলৈ তোমালোকৰ স্কুল বন্ধ নহয় নিশ্চয়। যোৱা, ঘৰলৈ যোৱাগৈ। ঘৰত সক ভায়েৰা আছেনে নাই? যদি আছে তাৰ আগত তোমাৰ তেজ দেখুওৱা গৈ।

দূৰৰ আদহীয়া মানুহৰ দলটোৱে নাইবা ওচৰৰে নাৰায়ণহঁতৰ দলটোৱে—কোনেও ভবা নাছিল যে শিৱনাথে এনেকুৱা কাম এটা কৰিব। মুহূৰ্ত্তৰ ভিতৰতে শিৱনাথে হাৱালদাৰজনৰ হাতৰ পিয়লাটো টানি আনি বাকীথকা চাহখিনি তাৰ মুখলৈ ছটিয়াই দিলে। তাৰ পাছত পিয়লাটো দলিয়াই পেলাই দিলে। পিয়লাটো ভাগি চূৰমাৰ হৈ গ'ল।

আটাই কেইজন পুলিছে বন্দুক টোৱাঁই ঠিয় দিলে। কিন্তু ইতিমধ্যে আটাইবোৰ মানুহেই সিহঁতক ঘেৰি ধৰিছে। আটাইবোৰ মানুহৰ মুখতে এটা ক্ৰুৰতাৰ চিন। আটাইবোৰ মানুহেই যেন সিহঁতক কৈ আছে,—

এইয়া আমাৰ গাওঁ। এইয়া আমাৰ মানুহ। ইহঁত কোনেও নাযায়। তহঁত যাগৈ। আমি কোনেও ইয়াৰ পৰা নাযাওঁ। আমি নাযাওঁ, পুলিছ যাওক।

জেপৰ পৰা ৰুমাল এখন উলিয়াই হাৱালদাৰে মুখৰপৰা চাহবোৰ মচিলে। শিৱনাথৰ ফালে সি একান্তভাবে এখন্তেক চালে। তাৰ পাছত চালে সিহঁতক চাৰিওফালে বেঢ়ি থকা মানুহবোৰলৈ। আত্মৰক্ষাৰ কাৰণে সি কিমানজন মানুহ মাৰিব পাৰিব! অথচ কোনো এজন মানুহৰ হাতত লাঠি এডাল পৰ্য্যন্ত নাই। আনকি শিৱনাথৰ হাততো মাৰি এডালো নাই। এজনৰ গালৈ বন্দুকৰ গুলি মাৰিলে, আটাইবোৰে সিহঁতৰ গাত জপিয়াই পাৰিব, তাত সন্দেহ নাই। তাৰ পাছত বহুত মৰিব, হয়তো দহজন হয়তো কুৰিজন।

লগৰ পুলিছ কেইজনক সি গম্ভীৰভাবে, কোনো উত্তেজনা নেদেখুৱাকৈ কয়,—

মানুহ কেইটাক মোকোলাই দে।

কোনো কথা নোকোৱাকৈ পুলিছ কেইটাই মানুহ কেইজনক মোকোলাই দিয়ে। তাৰ পাছত এটা কথাও নোকোৱাকৈ সিহঁতে জীপখনত উঠে গৈ। জীপৰ ট্ৰেইলাৰখন হুৰ্হুৰাই যায়। অলপ পাছতে জীপখন ট্ৰেইলাৰে সৈতে নেদেখা হৈ যায়। তেতিয়া সাঁজ লাগি গৈছে। এন্ধাৰ নামি আহিছে।

আটাইবোৰ মানুহ লাহে লাহে আঁতৰি যায়। বুঢ়া আৰু আদহীয়া মানুহবোৰে শঙ্কিতভাবে মুখৰ মাত নোহোৱাকৈ ঘৰলৈ ওভটে। সিহঁতৰ মনলৈ কোনো ভয় নাহে,— আহে শঙ্কা। ডেকাবোৰে কোঢ়াল কৰি বিজয়ৰ গৰ্ব্বত উভটি যায়। এনেকুৱা অঘটন সিহঁতে জীৱনত দেখা নাই। বন্দুক থকা পুলিছৰ হাতৰপৰা মুখৰ কথাতে সিহঁতে মানুহবোৰক মোকোলাই আনিলে।

শিৱনাথে নাৰায়ণক সোধে,—

থানা ইয়াৰ পৰা কিমান দূৰ?

থানালৈ হব দাহ বাৰ মাইল। বৰনগৰৰ থানা।

বৰনগৰৰ থানা! শিৱনাথে আপোনমনে কৈ থাকে। এৰা, বৰনগৰৰ থানা; মাত্ৰ দহ বাৰ মাইল। তেনে, তৰাবনলৈ ইয়াৰপৰা বেছি দূৰ নহয়, নহয় জানো নাৰায়ণ?

তৰাবন! য'ত বিমান ঘাটি হব ধৰিছে, সেই তৰাবন? সেই তৰাবন বেছি দূৰ নহয়। ধৰা, ইয়াৰপৰা পোনে পোনে পাঁচ মাইল। মানে পথাৰৰ মাজেদি পোনে পোনে।

শিৱনাথে অলপ ভাবে, আৰু তাৰ পাছত কয়,—

এয়া উজানঘাট, তৰাবনৰ ওচৰৰ উজানঘাট। তুমিতো ইয়াতেই থাকা। সমুদ্ৰ বোলা এজনক লগ পাইছিলা? সমুদ্ৰ জানো আহিছিল তোমালোকৰ গাওঁলৈ?

নাৰায়ণে হঠাৎ মুখ ঘূৰাই থিয় দিয়ে। শিৱনাথৰ একেবাৰে ওচৰলৈ আহি শিৱনাথৰ মুখলৈ চাই থাকে। তাৰ পাছত তাৰ ভৰিৰ ফালে চায়। নাৰায়ণে গোটেই মানুহজনকে চকলৈ ধৰে। শিৱনাথৰ গাত এটা কামিজ, তলত বনিয়ন এটা আছেনে নাই ধৰিব নোৱাৰি। দীঘল এটা কপাহী পেণ্ট। নাৰায়ণে হঠাৎ কৈ উঠে;

তুমি শিৱনাথ! নিশ্চয় তুমি শিৱনাথ। হয়নে নহয়? কোৱা তুমি শিৱনাথ, নহয় জানো?

শিৱনাথ অলপ আচৰিত হয়। সি কয়,—

এৰা, হয় মই শিৱনাথ। কিয়, কি হ'ল? মই শিৱনাথ আৰু সেই বাবে মই তোমাক খাই পেলাম নেকি? তুমি যেনেকুৱাখন কৰিছা নাৰায়ণ, তোমাক এই মুহূৰ্ত্তত দেখি ধাৰণা হয়, যেন তোমাৰ আগত ভূত ওলাইছে। মোৰ হাতখনত ধৰিছোৰাচোন, মই মানুহ নে ভূত।

তুমি শিৱনাথ!

নাৰায়ণে আকৌ এবাৰ কয়। তুমি ইয়াতে অকণমান ৰোৰা। মই তাহাঁতক কওঁগৈ। আটাইবোৰ এতিয়াই আকৌ ঘূৰি আহিব। আমি আটাইবোৰে তোমাক আদৰি নিম। ইস্, তুমি শিৱনাথ! এখন্তেক তুমি ইয়াতে ৰবা। মাত্ৰ এখন্তেক।

নাৰায়ণ দৌৰে। শিৱনাথে হাঁহে। শিৱনাথে পৰিস্থিতিটো ফ'হীয়াই চায়। নাৰায়ণৰ দল যদি এতিয়াই শোভাযাত্ৰা কৰি আহে, তেনে শোভাযাত্ৰা শেষ হওঁতে দুঘণ্টা, তাৰ পাছত আদৰ-অভ্যৰ্থনা কৰোঁতে আকৌ দুঘণ্টা। মুঠতে চাৰি ঘণ্টা। আৰু চাৰি ঘণ্টাৰ ভিতৰতে বৰনগৰৰ থানাৰ পৰা পুলিছ আহি পোৱাটো তেনেই স্বাভাবিক কথা। হাৱালদাৰ ডাঙৰীয়াই বাৰে বাৰে তাৰ ফালে চাইছিল। অপমানো পাইছিল। হাৱালদাৰে শিৱনাথৰ মুখখন জীৱনতো নাপাহৰে আৰু এবাৰ সুবিধা অনুসৰি পাব পাৰিলে, তেওঁ তাক কি কৰিব, সেই বিষয়ে শিৱনাথৰ মনত সন্দেহ নাই। গতিকে সি নাৰায়ণৰ শোভাযাত্ৰাত যোগ দিব নোৱাৰে।

তাৰ মানেই সি উজানঘাট ততালিকে এৰিব লাগিব। কাৰণ এফালে উত্তেজিত নাৰায়ণৰ দলটোৱে, আনফালে দৃঢ় সংকল্পৰ পুলিছৰ দলটোৱে যদি তাক পাট্ৰিপিট্ৰিকে বিচাৰিবলৈ আৰম্ভ কৰে, তেনে সেই ৰাতিয়ে সি ধৰা পৰিব, আৰু তাৰ পাছত সুদীৰ্ঘ কাল জেল। অথচ তাৰ কাম আৰম্ভ হৈছেহে মাথোন, ঠিক মাত্ৰ আৰম্ভ হৈছে বুলিব পাৰি। বহুত বাকী। সি ধৰা নিদিয়ে এতিয়াই।

সি যাবই উজানঘাট এৰি। তাৰ ভোক লাগিছিল, ক'ৰবাত কিবা এটা খাব পৰা হলে ভাল আছিল। অথচ তাত আৰু সি বৈ থাকিব নোৱাৰে। সি এনেয়ে হাঁহে— আজি নিশা বোধহয় অৰ খোৱা আৰু নহয়।

## চাৰি

সি এন্ধাৰ বাটটোৰেদি দুই এখোজ কৰি আগুৱাবলৈ ধৰে। আৰু আপোন মনে গান এফাকি গাই যায়,—

নলেৰ আগুন জলে তলে,
খাগৰাৰ আগুন জ্বলে।
মোৰ অভাগীৰ মনেৰ আগুন
থাকিয়া থাকিয়া জ্বলেৰে।

তোমাক মাতিছে।

শিৱনাথে ঘূৰি থিয় দিয়ে। ল'ৰা এটা। মুখৰ ভিতৰত, সি কিবা এটা চুপি আছে। শিৱনাথে সোধে,— মোক কিবা কৈছিলা, তুমি?

উঁ— লৰাটোৱে কয়,— তোমাক মাতিছে।

কোনে?— শিৱনাথে আকৌ সোধে।

সেয়া বাইদেৱে। সৌৱা সেইখিনিতে বৈ আছে।

ল'ৰাটোৰ লগত শিৱনাথ সেইখিনি ঠাইলৈ যায়। ওচৰতে। হয়, ছোৱালী এজনী তাতে বৈ আছে। শিৱনাথ ওচৰলৈ যায়। এন্ধাৰত স্পষ্টকৈ নেদেখিলেও ধৰিব পাৰি খীণ বগা ছোৱালী এজনী। হয়তো তাই বহুত আগৰে পৰা তাতেই আছিল। মানুহৰ ভিৰত শিৱনাথে তাইক দেখা নাছিল। সি সোধে,—

মোক তুমি মাতিছিলা?

গানটো শেষ নহল, নহয় জানো?— ছোৱালীজনীয়ে কয়। আকৌ গাব নেকি— মোৰ অভাগীৰ মনেৰ আগুন?

মোৰ গান শুনিবলৈ মোক মাতি অনিছা?

সময় থাকিলে শুনিবলৈ মন আছিল। কিন্তু এতিয়া ব'লক। নাৰায়ণহঁত আহি পায়হে লাগে।

নাৰায়ণক কিয় দেখিব নোৱাৰা? সিহঁত আহি পালে তোমাৰ কি হ'ল? ভয় কৰা হবলা?

অৰ্থহীন কথাবোৰ নোকোৱাই ভাল!— ছোৱালীজনীয়ে ধীৰে ধীৰে কয়। সিহঁতলৈ মই ভয় নকৰোঁ। ভয় কৰা উচিত আপুনি। আপুনি কোন মই জানোঁ— নাৰায়ণে এইমাত্ৰ অলপ আগতে কওতে মই শুনিছোঁ। আপুনিও জানে, নাৰায়ণহঁতৰ লগত আপুনি যাব নোৱাৰে, আজি ৰাতি। সেইবাবেই আপুনি ইয়াৰ পৰা যাবলৈ ওলাইছিল। ব'লক বাৰু। আৰু পলম কৰি একো লাভ নাই।

ক'লৈ যাব লাগিব?— শিৱনাথে সোধে।

আমাৰ ঘৰলৈ।— তাই কয়—। ইয়াৰপৰা অকণমান গলে বাওঁহাতলৈ এটা বাট আছে। সেইপিনে মাত্ৰ এমাইল গলে আমাৰ ঘৰ পাম। আমাৰ ঘৰত মানুহ কম। মা, মই, ভাইটি। কোনো পুলিছে সন্দেহ নকৰাকৈ ৰাতিটো তাতে থাকিব পাৰিব, এই মোৰ আশা। আৰু অগত্যা ঘৰৰ ভিতৰত থাকিব নোৱাৰিলে, আমাৰ প্ৰকাণ্ড বাৰী এখন আছে, তাতেই থাকিব লাগিব। মুঠতে অসুবিধা নহয়।

মোক তোমালোকৰ ঘৰত ৰখাৰ বিপদ আছে, এই কথাও তুমি দেখিছোঁ গম পাইছা। তথাপিও কিয় তুমি মোক নিবলৈ ওলাইছা?

তাই একো নামাতে। আগুৱাই গৈ থাকে। অলপ পাছত কয়,— নাৰায়ণহঁতে কিয় আপোনাক নিব খুজিছিল? আপুনি জানো যেই সেই মানুহ?

অলপ গৈ বাওঁপিনে ঘূৰি সৰু অকণমান আলি এটাৰে সিহঁত তিনিও গৈ থাকে। কোনেও একো নামাতে। তাৰ পাছত ল'ৰাটোৱে শিৱনাথক সোধে,—

পুলিছটোক তুমি কিয় মাৰিলা?

তই মনে মন থাক বনজন্— বায়েকে তাক ডাবি দিয়ে।

বনজন্! শিৱনাথে কয়। উঁ— নামটো বোধ হয় তুমিয়ে ৰাখিছিলা?

ৰাখিছিলোঁতো ময়েই। কি হ'ল পিছে? কিবা অপৰাধ হ'ল নেকি? কিন্তু বনজনে ঠিকেই কৈছিল, পুলিছটোক অপমান কৰি কি লাভ কৰিলে আপুনি?

নিজেতো অৰণৰা পলাই আছিলে। কিন্তু কাইলৈ ৰাতিপুৱাৰ পৰা সেইখন গাওঁৰ অৱস্থা,— গোটেইখন উজানঘাটৰ অৱস্থা, কি হব সেইকথা জানো আপুনি নাজানে ? আঠজন মানুহক ধৰি নিয়াৰ পৰা উজানঘাটৰ একো ক্ষতি নহ'লহেঁতেন। দুদিন পাছত সিহঁতক এৰি দিলেহেঁতেন কিন্তু এতিয়া গোটেই গাওঁখনতে জুই জ্বলিল। আৰু জুই জ্বলালে আপুনি।

তাই খণ্ডতে ভাগৰি পৰে। শিৱনাথে সোধে,—

তোমাৰ নাম কি ?

উমা।

কি ?

উমা। কিনো ভাবি আছিলে যে শুনি নাপায় ?

উমা, কি ?

উমা— উমা। উপাধিৰ যোগেদি মোৰ জাতিটো জানিলে আপোনাৰ কি কামত লাগিব ? মোৰ উপাধিটোৰ কথা সেই উদ্দেশ্যেই সুধিছিলে, নহয় জানো ?

তোমাৰ সম্পূৰ্ণ নামটো কি, তাকে জনাৰ ইচ্ছা আছিল। কিন্তু থাক বাৰু। নহলেও হব। — শিৱনাথে কয়। তাৰ পাছত সি আকৌ কয়,—

ৰাতি হলেই।

তাই একো উত্তৰ নিদিয়ে। সি অলপ সময় নীৰবে থাকি— সন্মুখলৈ চাই গৈ থাকে। তাৰ পাছত কয়,

এতিয়াই তুমি কৈছিলা, মোৰ নাম তুমি নাৰায়ণৰ মুখত শুনিছা। আৰু কৈছিলা মই কোন তুমি জানা। মোৰ নাম ধাম পৰিচয় জনা সত্বেও মোৰ ওপৰত দয়া উপজিল কিয় ?

সেয়া সৌটো আমাৰ ঘৰ। ঘৰৰ ভিতৰত সোমাবই নালাগে, চোতালত থিয় দিলেই গম পাব যে আপোনাৰ দৰে অতিথিক শুশ্ৰূষা কৰাৰ সামৰ্থ্য আমাৰ নাই। সেই ঘৰলৈ কাৰবাক মাতি আনিলে তেওঁক শাস্তি দিয়া হব পাৰে, তেওঁৰ প্ৰতি দয়া দেখুওৱা নহয়। আৰু, তৰ বাহিৰে, এনেকৈ কোৱাৰ উদ্দেশ্য মাত্ৰ মোক আঘাত দিয়া।

সিহঁতৰ ঘৰ পাইয়ে শিৱনাথৰ বুজিবলৈ বাকী নাথাকিল যে একালত এয়া এটা সম্ভ্ৰান্ত পৰিয়াল আছিল। আজি ঘৰদুৱাৰবোৰ মলিন, জৰাজীৰ্ণ। কিন্তু গোটেই পৰিস্থিতিটোৰ মাজত ক'ৰবাত যেন এটা আভিজাত্য সোমাই আছে।

ঘৰৰ পৰা চাকি এটা হাতত লৈ ছোৱালীজনীৰ মাক ওলাই আহি শিৱনাথক ভিতৰলৈ লৈ যায়। তেওঁৰ চুলিবোৰ শুভ্ৰ। চাকিটো থৈ তেওঁ ভিতৰলৈ যাবলৈ ধৰে আৰু কৈ যায়,—

তুমি বহা শিৱনাথ। উমাই তোমাক এই ঘৰলৈ কিয় লৈ আহিল, মই ভাবি নাপাওঁ। উজানঘাটৰ চুকেকোণে যদি পুলিছে তোমাক বিচৰাৰ ইচ্ছা কৰে তেনে পুলিছ এই ঘৰলৈ আহিবলৈ বেছি পৰ নালাগে। কাৰণ ছোৱালীজনীৰ বলিয়ালিৰ কথা ইতিমধ্যে বহুতে জানে। ইস্কুলীয়া ছাত্ৰবোৰেতো জানেই। আনকি যদি নাৰায়ণ এইখিনি ওলাইহি, মই আচৰিত নহওঁ। মুঠতে উমাৰ ঘৰত তুমি থকাটো অসম্ভৱ, এই কথা কোনেও বিশ্বাস নকৰে। বৰঞ্চ বহুতে এই কথাকে সন্দেহ কৰিব যে তুমি ইয়াতে আছা। যি নহওক, থাকা ইয়াতে। কষ্ট কৰি অভ্যস্ত হৈছা, গতিকে ইয়াত থকাৰ কষ্টৰ কথা মই ভবা নাই। মোৰ কেৱল আশঙ্কা হৈছে। কিন্তু এতিয়া তাইক গালি পাৰিলেই বা কি লাভ হ'ব? আৰু এই ৰাতিখন যাবা নো ক'লৈ?

তেওঁ ভিতৰলৈ এখোজ দিয়া মাত্ৰকে, শিৱনাথে ক'লে—

মোৰ কিন্তু যাবলৈ ভয় নাই অলপো। সন্ধিয়া হৈছে মাথোন। মই গৈ অৰাৰন পাওঁতে কিমান পৰ লাগিব?

তুমি হয়তো আমাৰ বিপদৰ কথা ভাবিছা, নহয় জানো শিৱনাথ? হয়তো ভাবিছা অৰাৰতে আমাৰ ঘৰলৈকেও বিপদ মাতি আনিবা কিয়? কিন্তু বিপদ ইতিমধ্যে মাতি আনিছে উমাই, তুমি নহয়। তুমি অকণমান জিৰাই লোৱা। সৌৱা খাটখনতে বহা। অন্ততঃ অকণমান বিশ্ৰাম কৰা।

তেওঁ ভিতৰলৈ সোমাই যায়। আকৌ এবাৰ ঘূৰি আহে, আৰু শিৱনাথক কয়,—

ছোৱালীজনীক মই অতি ভাল পাওঁ শিৱনাথ। তাই কোৱা কথাবোৰ মই বুজি পাওঁ। কিন্তু তাইৰ আশাত মোৰ প্ৰত্যয় নহয়। সততে মোৰ চিন্তা হয়। চিন্তা কিয়, মোৰ ভয় হয়। তাই ঘৰ আহি পাওঁতে পলম হলেই মই ভাবোঁ যে হয়তো তাইক পুলিছে লৈ গ'ল।

তেওঁ ভিতৰলৈ যায়। শিৱনাথে খাটখনৰ ওপৰতে বহে। তাৰ পাছত সি খাটখনতে বাগৰি পৰে। বাগৰি পৰাৰ পাছতে তাৰ শুবলৈ মন যায়। তাৰ যেন ভাগৰ লাগিছে, অথচ ভাগৰ লগাৰ তাৰ কোনো কাৰণ নাই। অন্ততঃ আজি ভাগৰ লগাৰ কোনো কাৰণেই নাই। সি ওপৰলৈ মুখ কৰি ভাবিবলৈ চেষ্টা কৰে। ঘৰটোৰ ছিলিংখনলৈ সি চায়। ছিলিংখন কাঠৰ। কাঠবিলাক মাজে মাজে উৰলি গৈছে। বোধহয় ওপৰৰ টিনবোৰত ফুটা হৈছে। বেৰবোৰলৈ সি চায়। ক'তো এখন ছবি নাই, ক'তো এখিলা কাগজ নাই, বেৰবোৰ তেনেই উকা।

হাতত চাহ একাপ লৈ উমা সোমাই আহে। তাই চাহ কাপ খাটখনৰ ওচৰৰ মেজৰ ওপৰত থৈ সোমাই অহা দুৱাৰখনৰ ওচৰতে কাঠত আঁউজি থিয় দি থাকে। শিৱনাথে তাইৰ ফালে চায়। চাকিটোৰ খীণ পোহৰত তাইৰ মুখখন কোমল মৰম লগা হৈ পৰে। তাইৰ মুখত এধানো ক্ৰূৰতাৰ চিন নাই। দেখিলেই গম পোৱা যায় যে তাই শান্ত অথচ দৃঢ়। শিৱনাথে মুখেৰে একো নামাতি চাহ খাবলৈ ধৰে।

তাই শিৱনাথৰ ফালে নোচোৱাকৈ কয়,—

মাই কেতিয়াবা কেতিয়াবা বেছিকৈ কথা কয়।

মাই ভাল কথা কয়। — শিৱনাথে উত্তৰ দিয়ে।

তাই ততালিকে মুখ ঘূৰাই শিৱনাথৰ ফালে চাই সোধে,—

কি ক'লে ?

মায়ে ভাল কথা কয় বুলি কৈছিলোঁ। কিনো ভাবি আছিলা যে শুনি নোপোৱা ?

মানে, মোৰ মাই ?

মানে, মোৰো মাই, শিৱনাথে কয়। ইমান আক্ৰোহ কিয়? মা কেৱল অকলে তোমাৰ আৰু বন্‌জনৰ? বন্‌জন্ ক'লৈ গ'ল?

মোৰ মাৰ বয়সৰ আটাইবোৰ তিৰোতা মানুহক আপুনি মা বুলি সম্বোধন কৰে?

নকৰোঁ।

তাই চাহৰ পিয়লাটো হাতত লৈ ভিতৰলৈ যাব খোজে। তাৰ পাছত দুৱাৰখনৰ ওচৰতে থিয় দি তাৰ ফালে পাছ দি কয়,—

ভাত হওঁতে পলম হব। আপুনি শুই থাকক।

ভাত তুমি ৰান্ধিবা? — শিৱনাথে সোধে।

আজি আলহী আছে। মাই মোক ৰান্ধিবলৈ নিদিয়ে। আৰু আলহী হ'ল, শিৱনাথ। মই ঠাট্টা বা ধেমালি কৰা নাই। আমি কিন্তু আটায়ে গৌৰব অনুভৱ কৰিছোঁ। আপুনি বিদ্ৰোহী-নেতা — আপুনি গণনায়ক!

বিদায়কালত এই কথাবোৰ কোৱা হলে ভাল আছিল, নহয় জানো? তেতিয়া হলে মইও কব পাৰিলোঁহেঁতেন,—

কিন্তু উমা গুচি গৈছে। শিৱনাথৰ ধাৰণা হয় যেন তাইৰ ছাঁটো কঁপি কঁপি স্থিৰ হৈ এন্ধাৰৰ মাজত মিলি গৈছে।

শিৱনাথে খাটখনতে দীঘল দি পৰে। আৰু সি ভাবিবলৈ চেষ্টা কৰে। উজানঘাটত জুই জ্বলিব, সন্দেহ নাই। কিন্তু উজানঘাটৰ কোনেও বোধহয় এতিয়াও জুইৰ বাবে প্ৰস্তুত হোৱা নাই। জুই জ্বলিলেই সিহঁত বিমূঢ় হৈ পৰিব। হয়তো পলাব। মজদুৰ যি সকল আছে তেওঁলোকেই পলাব প্ৰথম। কাৰণ চাহবাগানত কাম কৰোঁতে কৰোঁতে, অৰ্দ্ধাহাৰী হৈ অভ্যাস হওঁতে হওঁতে, তেওঁলোকৰ কলিজা নাইকিয়া হৈছে। সেই বাবে পুলিছকে হওক বা মিলিটাৰীকে হওক উজানঘাটে বাধা দিব কেনেকৈ? একমাত্ৰ উপায় হ'ল, কেইদিনমানৰ বাবে পুলিছক আন ঠাইত ব্যস্ত ৰখা। আনফালে যদি বেছি গোলমাল হয়, তেনে উজানঘাটৰ কথা সিহঁতে কেই দিনমানলৈ পাহৰিব। ধপহ কৈ শিৱনাথ উঠি বহে। উঠি বহিয়ে সি অলপ আচৰিত হয়। আগৰ বাৰৰ দৰে, উমা থিয় হৈ আছে দুৱাৰখনতে আঁউজি।

খন্তেক দুয়ো মনে মনে থাকে। তাৰ পাছত শিৱনাথে কয়,—

উজানঘাটত হয়তো মযে স্বলালো জুই, তুমি আগেয়ে কোৱাৰ দৰে। কিন্তু জুই স্বলোৱাৰ আয়োজন মই অহাৰ আগৰে পৰা ইয়াত হৈ আছিল। মাৰ কথাৰ পৰা এই বিশ্বাস নহয় জানো?

খন্তেক সময় উমাই একো নকয়। তাই যেন অবাবতে গম্ভীৰ হৈ পৰে। তাৰ পাছত কয়,—

মই কৈছিলোঁ নহয়, মায়ে কেতিয়াবা কথা বেছিকৈ কয়। কিন্তু সি যি নহওক, আপুনি মোৰ এটা কথা বিশ্বাস কৰিব লাগিব। অথনি মই আপোনাক খঙেৰে কৈছিলোঁ— যেন আপুনিয়ে সকলো অনৰ্থৰ মূল, যেন আপুনিয়ে ইয়ালৈ লৈ আহিল দুৰ্ব্বাৰ বিপদ। আনকি আপোনাক মই প্ৰায় অপমানেই কৰিছিলোঁ যে আপুনি নিজে পলাল।

শিৱনাথে কয়,—

তোমাৰ কি কথা বিশ্বাস কৰিব লাগিব?

বিশ্বাস কৰিব যে তেতিয়া মোৰ খং উঠা নাছিল। আপোনাক অপমান কৰাৰ ইচ্ছা তো হবই নোৱাৰে। মোৰ ঠিক কি হৈছিল মই কব নোৱাৰিম। এটা অনুভূতি মোৰ হৈছিল যে আপুনি ঠিক যেন অচিনাকি নহয়। যি নহওক, আপুনি এই কথা বিশ্বাস কৰিব যে, আপোনাৰ ওপৰত মই খং কৰা নাই। আপোনাক অপমান কৰাৰ চেষ্টাও কৰা নাই।

এইবাৰ বুজিছোঁ। মই তোমাৰ সম্পূৰ্ণ অচিনাকি নহওঁ; গতিকে খং নুঠিলেও মোক ডবিয়াব পাৰি, — মোক শাসন কৰিব পাৰি। মই তেনে তোমাৰ কথাত বিশ্বাস কৰিলোঁ যে মোক অপমান কৰাৰ ইচ্ছা তোমাৰ নাই। অথচ এটা কথা জানা? মোৰ মনলৈ খং বা অপমান কৰাৰ কথা এখন্তেকৰ বাবেও অহা নাই। তুমি যদি অতপৰে এইবোৰ কথা ভাবি দুখ পাই আছা, অবাবতে দুখ পাইছা। তুমি খং কৰিয়ে কোৱা, নাইবা শাসন কৰাৰ উদ্দেশ্যেই কোৱা, কথাটো কিন্তু ঠিক। মই সঁচাকৈয়ে উজানঘাটত জুই স্বলালোঁ। তোমালোকৰ পুথিভঁৰালটো পুৰিছে পুৰি ছাই কৰিলে। কাৰণ

পুথিভঁৰালতে তোমালোকে আন কিবা অকিছু পাতিছিলা। পুথিভঁৰালৰ ঘৰটো পুৰি যোৱাৰ পাছত জুই নুমাই গৈছে। পুলিছে আৰু তাক নধৰলায়। মোৰ ইচ্ছা জুই জ্বলি থাকক। মানুহৰ গাত লাগি য'ক জুইৰ শিখা। আৰু যদি সম্ভৱপৰ হয়, সেই জুই জ্বলাওক গাঁৱৰ মানুহে নিজে।

শিৱনাথে ইতিমধ্যে খাটখনৰ পৰা উঠি যায়। সি খিৰিকী খনৰ ওচৰলৈ গৈ বাহিৰলৈ চাই থাকে। বাহিৰত এন্ধাৰ, দুই এটোপ বৰষুণ পৰিছে। খিৰিকীখন জপাই দি সি উমাৰ ফালে চায়। তাই তেনেকৈয়ে দুৱাৰ খনতে আঁউজি তাৰ ফালে চাই আছে। লাহে লাহে তাই কয়,—

মানুহৰ কি সৰ্ব্বনাশী আশা! এনেয়ে জুই জ্বলিছে চাৰিও ফালে। দেশত যুদ্ধ লাগিছে, আৰু দুদিন পাছত বোমা পৰিব। শ শ মানুহ মৰিব। খাবলৈ নাপাই মৰিব শ শ। যদি কিবা উপায়ে জাপানীবোৰ আহি পাব পাৰে অসমৰ ভূমি, সিহঁতে ক্ৰমান্বয়ে সৰ্ব্বভাৰতলৈ বিয়পিব; আৰু চাৰিওফালে জ্বলিব জুই। তথাপি জুইৰ হেপাহ নপলায়, নহয় জানো?

প্ৰথম বাৰৰ বাবে শিৱনাথৰ কথাত উষ্মা প্ৰকাশ পায়,—

মইও ভাবি ভাবি অবাক হৈ যাওঁ, ভাবোঁতে ভাবোঁতে অস্থিৰ হৈ পৰোঁ। কিমান দুখ পালে মানুহৰ গালৈ চৈতন্য আহে; কিমান অপমান পালে শৰীৰৰ কষ্ট আওকাণ কৰি মানুহে মূৰ দাঙি থিয় দিব পাৰে; কিমান পুৰিলে মানুহৰ মনত বিদ্ৰোহ জাগে। কিমান দকৈ বিদ্ৰোহ জাগিলে মানুহে আত্মসম্মানৰ আগত নিজৰ জীৱন বিসৰ্জ্জন দিব পাৰে! কিমান নিপীড়নৰ পাছত মানুহৰ মনত জাগে এই বিদ্ৰোহ! সম্ভোগ? নহয় জানো? সম্ভোগৰ প্ৰতি এটা উৎকট লালসা, আত্মতুষ্টিৰ বাবে এটা পাপময় অভিলাষ! কি কৰিলে এই লালসাৰ মৃত্যু হব! কি কৰিলে এই অভিলাষ নিৰ্ম্মূল হব। হয়তো যাতনা খাওঁতে খাওঁতে হব। যদি যাতনা খাওঁতে খাওঁতে শৰীৰটোৰ লগে লগে গোটেই মানুহটোও মৰি নাযায়, তেনে এদিন হব।

শিৱনাথে লাহে লাহে আহি আকৌ খাটখনতে বহে। তাৰ ধাৰণা হয় যেন উমাৰ গাৰ কাপোৰ বিলাকত এটা বাস্তৱী আভা জিলিকি উঠে।

এখন্তেক সি তাইব ফালে চাই থাকে। উমাই এবাৰ খাটখনৰ ওচৰলৈ আহে। তাৰ পাছত তাই গৈ খিৰিকী খনৰ ওচৰত থিয় দিয়ে আৰু কয়,—

মনহৰিৰ ককায়েক কমাৰক আজি পুলিচে ধৰিছিল। মনহৰিৰ ককায়েকে হাতবোমা তৈয়াৰ কৰিব পাৰে। তেওঁ কেইটামান হাতবোমা নকৰা নহয়। মাই এই কথা জানে। মাই কৈছিল যে তেওঁ আমাৰ কথা বুজি নাপায়। হাত বোমাৰে কি হব? বিশ্বব্যাপী যুদ্ধ লাগিছে। এয়া দ্বিতীয় মহাসমৰ। হাতবোমাৰে কোনে ইংৰাজক ভাৰতৰ পৰা খেদিব? দ্বিতীয় মহাসমৰত লিপ্ত হৈ আমি কেইটামান হাতবোমাৰে কাৰ কি কৰিম? কোনে আমাৰ বোমাক ভয় কৰিব? সেইবাবেই মাই কৈছিল যে আমাৰ আশাত মা প্ৰত্যয় যাব নোৱাৰে। অথচ মাই এই কথাও বিশ্বাস কৰে যে আমি যুদ্ধক ভয় কৰি যুদ্ধৰ পৰা আঁতৰি থাকিবলৈ বিচৰা নাই।

মাৰ জানো ভাত হ'লনে নাই, — শিৱনাথে সোধে। মোৰ যোৱাৰ সময় হৈ আহিলেই প্ৰায়। বাণীবাবুয়ে কি কয় জানা? মানে অধ্যাপক বাণীকান্ত কাকতীয়ে? তেখেতে কয় যে ডাঙৰ পাপ এটা যেতিয়া যায় তেতিয়া ই লগতে এটা বিৰাট মূল্যবান বস্তু শেষ কৰি থৈ যায়। পাপ ক্ষয় হওঁতে পুণ্যও ক্ষয় হয়। বিৰাট ত্যাগ এটাক ক্ষয় কৰি পাপ অন্তৰ্ধান হয়। আমাৰ দেশৰ পৰা পৰাধীনতা পাপ যদি এদিন যায়, তেনে যাওতে সি বিৰাট কিবা এটা গ্ৰাস কৰি যাব। কোনে জানে, সেই সৰ্ব্বগ্ৰাসত কিমান জীৱন ধ্বংস হৈ যাব!

শিৱনাথে উঠি উমাৰ ওচৰতে থিয় হয় গৈ। খীণ ছোৱালীজনী। হাত ভৰিবোৰ খীণ। আঙুলিবোৰ দীঘল। বোধহয় চুলিবোৰ দীঘল। সি ছিলিংখনলৈ চাই আপোনমনে কৈ থাকে,—

মা খুব ভাল। মাক মোৰ অতি আপোন যেন লাগে। মাৰ আশঙ্কা ভিত্তিহীন নহয়। আমাৰ আশা সম্বন্ধে আমি নিজে অন্ততঃ ভুল কৰিব নালাগিব। আমি কেইটামান হাতবোমা লৈ, কেইখন যান দলং ভাঙি, আনকি দুই এখন পুলিচ থানা হস্তগত কৰি, আমাৰ দেশৰ পৰা ইংৰাজক খেদিব নোৱাৰোঁ। আনকি প্ৰচুৰ অস্ত্ৰশস্ত্ৰ যদি আমাৰ হাতলৈ আহে তথাপিও যে

খেদিব পাৰিম সন্দেহ। ১৮৫৭ চনত জানো পাৰিছিলোঁ? তথাপিও আমি তাকেই কৰিবলৈ বিচাৰিছো। কেইটামান হাতবোমা লৈ, কেই বটলমান এচিদ লৈ আমি বৃটিছ-এমেৰিকাৰ সংযুক্ত শক্তিৰ বিৰুদ্ধে থিয় দিবলৈ বিচাৰিছোঁ। এয়া একপ্ৰকাৰ বলিয়ালি ঠিকেই। কিন্তু যুগে যুগে, দেশে দেশে, মানুহে তাকেই কৰি আহিছে। অস্ত্ৰেৰে নাইবা বিনা অস্ত্ৰেৰে শত্ৰুক দেশৰ পৰা খেদি, মানুহে স্বাধীনতা লাভ কৰিছে। আমিও শ শ মানুহ মৰিম, বোধ হয় হাজাৰ হাজাৰ মৰিম। আমাৰ মৃত্যুৰ মাজেৰে এদিন নহয় এদিন আহিব স্বাধীনতা। ধৰিবলৈ গলে আমাৰ এই আয়োজন মৃত্যুৰ আয়োজন। এইবাৰ যোৱা। বহুত বক্তৃতা দিয়া হৈছে আজি। চাই আহাচোন ভাত হ'ল নে নাই।

কোনো কথা নোকোৱাকৈ উমা ওলাই যায়। শিৱনাথে অকলে তেওঁলোকৰ কথা ভাবিবলৈ চেষ্টা কৰে। ছোৱালীজনীয়ে যথেষ্ট পঢ়াশুনা কৰিছে তাত সন্দেহ নাই। কিমান বয়স হব বাৰু তাইৰ! হয়তো সোতৰ, নহলে ওঠৰ। খুব বেছি হলে উনৈশ। হয়তো মেট্ৰিক পাছ কৰিছে। নহলে আই. এ. পাছও হব পাৰে। কেনেকৈ জানো তেওঁলোকৰ ঘৰ চলে। ক'ৰপৰা হয় উপাৰ্জ্জন। অথচ মাকৰ কথাৰ পৰা ধাৰণা হয়, উমাই আন্দোলনত যোগ দিছে,— মিটিঙত বক্তৃতা দিছে। হঠাৎ অৰ বেয়া লাগে। এটা দুখীয়া পৰিয়াল। হয়তো ছোৱালীজনীয়ে তেওঁলোকৰ একমাত্ৰ সম্বল। শিৱনাথে জানে, এনেকুৱা হাজাৰ হাজাৰ পৰিয়াল ধ্বংস হব। এই ধ্বংসৰ শেষ নাই, আৰু সি শিৱনাথে নিজে এই ধ্বংসৰ পথলৈ টানি আনিছে কত নিৰপৰাধ শান্তিপ্ৰিয় শ শ লোক।

উমা আকৌ আহে। তাই কয়,—

ভাত হলেই। এতিয়াই দিব মায়ে। মাই ভাবিছিল,— আজি ৰাতিটো আপুনি ইয়াতে থাকিব। মইও ভাবিছিলোঁ।

আনকি মইও ভাবিছিলোঁ— শিৱনাথে কয়। ভাবিছিলোঁ যে আজি ৰাতিটোৰ বাবে মোৰ আশ্ৰয়ৰ প্ৰয়োজন। এতিয়া দেখিছোঁ মোৰ যথেষ্ট কাম আছে এই ৰাতিৰ ভিতৰতে।

এটা কথা মই সুধিম বুলি ভাবিছিলোঁ,— উমাই কয়। ইংৰাজক আমি কৈছোঁ ভাৰত ত্যাগ কৰিবলৈ। কিন্তু এয়া জানো তাৰ বাবে উপযুক্ত সময়! আজি পৃথিৱী জুৰি যুদ্ধ লাগিছে। ইংৰাজে আমাৰ দেশকে ৰক্ষা কৰি আছে। ইংৰাজ গলে জাপানী আহিব। হয়তো আন কোনোবা আহিব। এয়া জানো বিদ্ৰোহৰ সময়?

ইংৰাজে অসমক কি ৰক্ষা কৰি আছে? যিবিলাক দেশত ইংৰাজ নাই, সেই বিলাক দেশক ৰক্ষা কৰিছে কোনে? জাপানে আজি ভাৰতৰ লগত যুদ্ধ কৰা নাই, কৰিছে ইংৰাজৰ লগত। সেই যুদ্ধ চলিছে ভাৰতভূমিত। ইংৰাজ গলেও জাপানে ভাৰতৰ লগত যুদ্ধ কৰিব, এনেকুৱা ইঙ্গিত আমি এতিয়ালৈ পোৱা নাই। আৰু ধৰি লোৱা যাওক, ইংৰাজ গলে জাপানে আমাৰ লগতে, মানে ভাৰতৰ লগতে যুদ্ধ কৰিব। কৰক যুদ্ধ, আমিও কৰিম। ভাৰতবৰ্ষৰ ভূমিত, ভাৰতৰ কোনো সমৰ্থন নথকা সত্ত্বেও, আজি ইংৰাজে যুদ্ধ চলাইছে। আমি তাক কেতিয়াও মানি নলওঁ।

শিৱনাথে ভাত কেইটামান খাই বাহিৰলৈ ওলাই অকণমান সময় অন্ধকাৰৰ ফালে চালে। বেছ এন্ধাৰ। তথাপি সি যাবই লাগিব। টৰ্চ্চ লৈ যোৱাৰ প্ৰশ্ন নুঠে। এন্ধাৰে মুন্ধাৰে সি গৈ থাকিব লাগিব। কিন্তু গোজ দিবলৈ নৌপাওঁতেই সি গম পালে যে কোনোবা সেইফাললৈ আহিবলৈ ধৰিছে। সি খন্তেক থমকি ৰ'ল। দুজন মানুহ সি স্পষ্ট দেখা পালে। অলপ পাছত তাৰ আৰু সন্দেহ নাথাকিল! সি মাতিলে,—

সমুদ্ৰ!

এৰা শিৱনাথ মই। এওঁ ৰূপৰাম, ৰূপা ককাই। তৰাকনৰ ৰূপাককাই।

আৰু মোৰ নাম উমা। — উমাই কয়। উমা যে শিৱনাথৰ ওচৰতে ঠিয় হৈ আছিল শিৱনাথে গম পোৱা নাছিল। তাই কয়,—

আপোনালোক ভিতৰলৈ সোমাই আহক।

সমুদ্ৰৰ নাইবা ৰূপৰামে এখোজো আগ নাবাঢ়ে। শিৱনাথৰ ফালে চাই দুয়ো তাতেই থিয় হৈ থাকে! শিৱনাথে অলপ ভাবে, তাৰ পাছত কয়,—

আহ সমুদ্ৰ। তুমিও আহা ৰূপাককাই। এবাৰ এখন্তেক আহি নগলে এওঁ আকৌ বেয়া পাব। কিন্তু পাঁচমিনিটৰ বেছি সময় আমাৰ নাই, অন্ততঃ মোৰ নাই।

ভিতৰলৈ গৈ চাকিটোৰ পোহৰত পৰস্পৰে পৰস্পৰক চায়। ৰূপৰামে শিৱনাথৰ ফালে ভালকৈ চায়। কি আছে মানুহ জনৰ ভিতৰত ৰূপৰামে বুজিবলৈ চেষ্টা কৰে। দেখিলেই কিবা এটা মায়া লাগে হয়। ক'ৰবাত যেন কিবা এটা আছে। এবাৰ দেখিলে যেন আৰু পাহৰিব নোৱাৰি। দেখিলেই যেন মৰম কৰিবলৈ ইচ্ছা হয়। তাৰ পাছত তেওঁ উমালৈ চায়। এখন্তেক তেওঁ বিমুগ্ধ হৈ যায়। হয়তো অতি শুৱনি নহয়; কিন্তু চকু দুটাত যেন এক অপূৰ্ব্ব জ্যোতি। চকুদুটাই যেন কথা কৈ থাকে। চকুদুটাত কিবা শান্ত, মৃদু সজল সিক্ততা।

সমুদ্ৰই কথা কয় প্ৰথমতে,—

তোৰ যদি পলম কৰাৰ দৰ্কাৰ নাই, তেনে আমি কিন্তু ওলাইয়ে আছোঁ। তুমি জানো অকণমান জিৰাই লব খোজা ৰূপা ককাই?

তোৰ কথা বুজিছোঁ সমুদ্ৰ। তুৰন্তে যোৱাৰ দৰ্কাৰ। মোৰো দৰ্কাৰ। তহঁতৰ কি কথা, আনকি তাকো শুনিবলৈ মোৰ সময় নাই। এতিয়াতো পৰিচয় হৈ গ'ল, ব'ল। ব'লা ৰূপা ককাই।

আপুনি অকলে যাবলৈ ওলাইছিল, —উমাই লাহে লাহে কয়, এতিয়া সমুদ্ৰও আহিছে। আপোনালোক দুয়ো নিশ্চিন্তে যাব পাৰিব। ৰূপা ককাইৰ লগত মোৰ অসম্ভব দৰ্কাৰী কাম আছে। আপোনালোক যাওকগৈ। ৰূপা ককাই অলপ পাছত যাব। তুমি আপত্তি নকৰিবা ৰূপা ককাই। সচাঁ কৈছোঁ মোৰ কাম আছে তোমাৰ লগত। আপোনালোক যাওক গৈ। মই কৈছোঁ, ৰূপা ককাই অকণমান পাছত যাব।

শিৱনাথে একমুহূৰ্ত্ত ভাবে। তাৰ পাছত সমুদ্ৰক লৈ সি বাহিৰ ওলাই যায়।

## পাঁচ

এন্ধাৰ ৰাতি সিহঁত দুয়ো কোনো কথা নোকোৱাকৈ কিছু সময় গৈ থাকে। তাৰ পাছত শিৱনাথে সোধে,—

আমি ক'লৈ গৈ আছোঁ সমুদ্ৰ?

আৰু অলপ দূৰ গলেই আমি সৰ্ভৰাজিভা-মৈংবাং ৰাস্তাটো পাম। উজানঘাট,— সেই ৰাস্তাটোৰ পৰা, ধৰ, মাত্ৰ এমাইল।

শিৱনাথে হঠাতে থিয় হয়, আৰু কয়,—

সমুদ্ৰ! বৰনগৰৰ পৰা পুলিছ কোনবাটেৰে উজানঘাটলৈ আহিব পাৰে? মানে, গাৰীৰে? গাৰীৰ বাট আগৰ সেই আলিটোৱেই নহয় জানো?

সেইটোৱেই একমাত্ৰ আলি,— সমুদ্ৰই কয়। বৰনগৰৰ পৰা সৰ্ভৰাজিভা বেছি দূৰ নহয়। তাৰ পৰা ডাঙৰ আলিটো পোনে পোনে তৰাবনৰ ফালে গৈছে। আন এটা ৰাস্তা এই ফালে আহি— আকৌ বৰনৈৰ পাৰেদি মৈবাং ওলাইছেগৈ। গাৰীৰ পথ সেই একেটা। সেই বাটেদি আহি এই এমাইল ৰাস্তা উজানঘাটলৈ সোমাই আহিব লাগে। জিপ গাৰীৰ বাহিৰে আন গাৰী এই এমাইল ৰাস্তা আহিব যে পাৰিব, সন্দেহ। উজানঘাটত মই দুৰাতি আছিলোঁ। নাৰায়ণক লগ পাইছ হবলা তই?

শিৱনাথে আকৌ বাৰলৈ ধৰে। এন্ধাৰৰ মাজতে সি এবাৰ সমুদ্ৰৰ ফালে চায়। আৰু সোধে—

মূৰত যে টুপি লগাইছ,— মানে ভিতৰত বেণ্ডেজ আছে, —নহয় জানো? কি জানো, তোৰ গাত জানো সম্পূৰ্ণ বল পাইছ নে নাই!

সমুদ্ৰই একো নামাতে। সি জানে, শিৱনাথে যি সিদ্ধান্ত কৰে কৰিবই, তাৰ মূৰে ভাঙক বা বলেই নাথাকক। অলপ সময় মনে মনে থাকি শিৱনাথে আকৌ কয়,—

গান শুনিবি নেকি সমুদ্ৰ? ৰ বাৰু, অলপ পাছত গাম। কিন্তু এটা কথা তই জানো ভাবিছ নে নাই। আমাৰ দিনবোৰ কমি আহিছে। অথচ কামবোৰ যেন বাঢ়িয়ে আহিছে— দিনক দিনে। আৰু ধৰ সাত দিন। আৰু মাত্ৰ সাত দিনৰ ভিতৰত বৰনগৰ-তৰাবন অঞ্চলৰ কাম আমাৰ শেষ হব লাগিব। তাৰ পাছতো মই যে জী থাকিম সন্দেহ। আৰু থাকিলেও থাকিম জেলত। গতিকে ইয়াৰ পাছত কি কৰ, সেয়া তোৰ কথা সমুদ্ৰ।

তোৰ কথাৰ কোনো অৰ্থ নাই। ইমানদিনে যদি নমৰাকৈ আছ— আৰু বহুদিন নমৰাকৈ থাকিব পাৰিবি। আৰু জেললৈ যোৱা নোযোৱাটো তোৰ ইচ্ছাৰ কথা।

বাৰু, তোৰ কথাই সঁচা। কিন্তু এই কথা তই মনতে ঠিৰাং কৰি লোৱাৰ চেষ্টা কৰ যে সাত দিনৰ ভিতৰত ইয়াৰ কাম আমাৰ শেষ হব লাগিব। এই কথা মই কৈছোঁ এই কাৰণে যে ইয়াৰ অৱস্থা ইতিমধ্যে বিপদজনক হৈ পৰিছে। হৈছে বুলিয়েই ইতিমধ্যে ইয়াত কালেকটিভ্ টেক্স্ লগাইছেই। আৰু তহঁতে যিখন আৰম্ভ কৰিছ— দেখিছ পোন্ধৰ দিনৰ ভিতৰত ইয়াত মিলিটাৰী পিয়াপি দি পৰিব। ইমান অসংখ্য মিলিটাৰীৰ আগত কি কাম কৰিবি তই? সেইবাবে কৈছিলোঁ— সাত দিন। মাত্ৰ সাত দিন সময়। গান শুনিবি নেকি এতিয়া?

সিহঁতে আহি আলিটো পায়। তাৰ পৰা পোনেপোনে পথাৰৰ মাজেদি তৰাবনলৈ যাব পাৰি। এবাৰ সমুদ্ৰই কয়,—

নিজামে মদনক মাৰ ধৰ কৰাটো সমীচীন নহ'ল, মোৰ মতে। তই হয়তো শুনা নাই, মদন একপ্ৰকাৰৰ চোৰাং চোৰা, অথচ ইপিনে আমাৰো বন্ধু। কাৰিকৰ নথকা হ'লে কিজানিবা মদন জীয়াই নাথাকিলহেঁতেন।

তোৰ যে কথা সমুদ্ৰ! মদনে মাৰ নাখালে কোনে মাৰ খাব? যদি মদন তেনেকুৱাই, তেনে তাক নামাৰি তই চুমা খাবি নেকি? মাৰিছে তো ভাল কৰিছে। সি বিশ্বাসঘাতক। তাৰ বাবে তই নেভাবিবি। মাৰিছে কেতিয়া?

কালি ৰাতি। কালি ৰাতি দুখন দলং ভাঙিছে সিহঁতে। এখন বৰনগৰ মৈৰাং ৰাস্তাত, আনখন সিটো ৰাস্তাত যি ৰাস্তা ৰতনপুৰত লাগিছে গৈ। কাৰিকৰ ইমান অদ্ভুত মানুহ যে তেওঁ মোক, ধৰিবলৈ গলে, বান্ধি পেলাই থৈ দিলে ৰূপাককাইৰ ওচৰত। কাৰণ কাৰিকৰৰ মতে মোৰ অসুখ। তই নিজেও আচৰিত হৈ যাবি সাবিত্ৰীৰ সাহসৰ কথা ভাবিলে। যিহওক, কালি ৰাতিয়ে নিজামে কিবাকৈ ক'ৰবাত পালে মদনক। মদনৰ ওপৰত কিছুদিন ধৰি নিজামৰ খং আছিলেই, গতিকে—

শুন সমুদ্ৰ, এটা কথা আছে। —শিৱনাথে কয়। কিয় জানো ঠিক কব নোৱাৰোঁ, কিন্তু মোৰ এটা প্ৰবল ইচ্ছা, যে অন্ততঃ দুদিনৰ বাবে উজানঘাট শান্তিত থাকক। তাৰ পাছত যাব য'ত যি হব লগা আছে, হ হব। কিন্তু কাইলৈ পুৱাতে, বৰং আজিয়ে শেষ নিশা পুলিছ ইয়ালৈ আহিবই, তই বোধহয় ইতিমধ্যে গম পাইছ। নাৰায়ণক তই লগ পাইছ— নহয় জানো? মোৰ কথা হ'ল, কেনেকৈ ইয়াক বন্ধ কৰিব পাৰি।

সমুদ্ৰই কয়,—

ৰবনগৰৰ থানাত ইমান পুলিছ কোনেও কেতিয়াও দেখা নাছিল। বিশেষকৈ সশস্ত্র পুলিছ বোধহয় এজনো নাছিল থানাখনত। আজি সশস্ত্র পুলিছৰ সংখ্যা তই লেখি শেষ কৰিব নোৱাৰ। ইয়াৰ প্রকৃত কাৰণটো হ'ল, তবাবনৰ বিমান কোঠ; অৱশ্যে মোৰ মতে। বিমান কোঠৰ বাবেই আকৌ নতুন ৰেল লাইন এটাৰ বন্দোবস্তও হব ধৰিছে।

নতুন ৰেল লাইনটো কোন ফালে?— শিৱনাথে সোধে।

আগৰ পুৰণি ৰেল লাইনটো তই বোধহয় জান।— সমুদ্রই কয়! সেই লাইনটো গৈছে পশ্চিমৰ পৰা পূবলৈ ৰবনগৰৰ মাজেদি। ৰবনগৰৰ উত্তৰে বা দক্ষিণে কোনো ৰেল লাইন নাই। এতিয়া ৰবনগৰৰ পৰা লাইন এটা দক্ষিণলৈ তবাবনৰ ফালে বহুৱলৈ আৰম্ভ কৰিছে। নিশ্চয় বিমান কোঠটোৰ বাবে। তাত নানাৰকমৰ মেছিন আদি লাগিব। ৰেল গাড়ী হলে সুবিধা।

সমুদ্র, মিলিটাৰীবোৰ ক'ত আছে? —শিৱনাথে আকৌ সোধে। অর্থাৎ, মই এটা কথা জানিবলৈ বিচাৰিছোঁ। ৰবনগৰৰ ওচৰে পাজৰে যদি বহুত মিলিটাৰী আছে, তেনে আনকি সিহঁতেও উজানঘাটলৈ আহিবলৈ বিচাৰিব পাৰে। পুলিছে কেইজনমান মানুহক ধৰি তাৰ পাছত লৈ যাব নোৱাৰাটো কম গুৰুতৰ কথা নহয়। আনকি মই নিজেও প্রথমে ভাবিব পৰা নাছিলোঁ যে পুলিছে উজানঘাটত মানুহ কেইটাক এৰি দি যাব। কিন্তু হাবালদাৰ জন অতি চতুৰ মানুহ। নিজলৈ চেষ্টা কৰি বিফল হলে যিমান অপমান হ'লহেঁতেন, তিমান অপমান এতিয়া নহ'ল। অথচ জোৰকৰি নিবলগা হলে অন্ততঃ কেইজনমান মানুহক গুলীয়াই মাৰিব লাগিলহেঁতেন। হাবালদাৰ জনক মই চতুৰ বুলিছোঁ।

ক'ৰবাত নহয় ক'ৰবাত মানুহতো মৰিবই,— সমুদ্রই কয়।

বুজিছোঁ— শিৱনাথে হাঁহে। তই'ত একেবাৰে স্থিতপ্রজ্ঞ হৈ গৈছ। যি নহওক, মানুহ কেইজনমান মাৰিলে আনৰ ক্ষতি যিমানেই নহওক

লাগে, পুলিছৰ ক্ষতি যে একেবাৰে নাই তেনে নহয়। বাদ দে বাক, সেই বোৰ কথা। মই তোৰ পৰা এটা কথা জানিবলৈ চেষ্টা কৰিছিলোঁ যে উজানঘাটলৈ মিলিটাৰী অহাৰো সম্ভাৱনা আছে নেকি। যদি নাই, পুলিছ আহিব নোৱাৰাৰ বন্দোবস্ত হয়তো কৰিব পৰা যাব। তই কৈছিলি বৰনগৰৰ পৰা নতুন ৰেল লাইন হোৱাৰ কথা। সেই লাইনত পহৰা দিছে কোনে, পুলিছে নে মিলিটাৰীয়ে?

সমুদ্ৰই এবাৰ শিৱনাথৰ ফালে চায়। এক্কাৰত বিশেষ একো নেদেখি। তাৰ কান্ধেদি মোনা এখন ওলোমাই থোৱা আছে। তাৰ ভিতৰত কি কি থাকিব পাৰে সমুদ্ৰই অনুমান কৰিব পাৰে। তাৰ পাছত সি অকাশলৈ চায়। আকাশখন পৰিষ্কাৰ। আজি ৰাতি আৰু বৰষুণ নহয়। সি অনুভব কৰে, তাৰ মূৰটোৰ কোনোবাখিনিতে যথেষ্ট বিষায়। সি লাহে লাহে কয়,—

উজানঘাটলৈ অন্ততঃ দুদিন কিয় পুলিছ আহিব নালাগে, দুদিন নহাৰ বাবে ইয়াৰ কি উন্নতি বা কি লাভ হব, এই কথা জানিবলৈ আগ্ৰহ হৈছিল। অৱশ্যে মই জনাৰ কিবা দৰ্কাৰ হলে তই নিজেই মোক ক'লিহেঁতেন।

অতিষ্ঠ হৈ শিৱনাথে কয়,—

মই তোক মিলিটাৰীৰ কথা সুধিছিলোঁ। তই ভাবিছ নেকি যে আজি ৰাতিটো আমি ধীৰে সুস্থিৰে সুখ দুখৰ কথা পাতিম?

মিলিটাৰী বৰনগৰত বিশেষ নাই। — সমুদ্ৰই কয়। সশস্ত্ৰ পুলিছ কিন্তু আছে। কিছুমান মিলিটাৰী আছে, —আটাইখিনি আছে তৰাবনৰ বিমান কোঠত। বৰনগৰৰ ওচৰত নতুন ৰেল লাইনৰ ওপৰত বনুৱা বিলাকৰ আৰু ঠিকাদাৰ বিলাকৰ বিবিলাক কেম্প, তাত, মই জানত, কেৱল পুলিছ আছে। মিলিটাৰী নাই।

হঠাৎ শিৱনাথে সমুদ্ৰৰ হাত খনত ধৰি থিয় হয়, আৰু কয়,—

এয়া তোৰ ৰাজ আলি। কি নাম কৈছিলি? —বৰনগৰ-মৈৰাং ৰাস্তা, নহয় জানো? এৰা, এয়া আমা ৰাজপথ। আহ, বহোঁ আহ অকণমান ইয়াতে।

দুয়ো আলিৰ দাঁতিতে বহে। শিৱনাথে আপোন মনে কৈ থাকে,—

এতিয়া কিজানি ন মান বাজিল। নে, দহেই বাজিল নেকি অ' সমুদ্ৰ? ইয়াৰপৰা বৰনগৰ দহ মাইল কি এঘাৰ মাইল। পোনে পোনে পথাৰৰ মাজেদি কিন্তু কম, আঠ কি ন মাইল। মই অৱশ্যে পোন বাট চিনি নাপাওঁ! যি নহওক, তিনি ঘন্টাৰ বাট। অ', ৰ', মই পাহৰিয়ে গৈছিলোঁ।

শিৱনাথে পেন্টৰ জেপৰপৰা এটা মুড়িৰ লাৰু উলিয়াই সমুদ্ৰক দিয়ে।—

এয়া,ল। উমাই দিছিল দুটা লাৰু। মোৰটো মই ৰাখিছোঁ, পাছত খাম। তই খাই 'ল। কিজানি তই ভাত খোৱাই নাই। উমাজনী বৰ আচৰিত। তই কাৰ কথা কৈছিলি? —কোনোবা সাবিত্ৰী, নহয় জানো?

ৰূপা ককাইৰ ছোৱালী। —সমুদ্ৰই কয়। এখন দলং পুৰি শেষ কৰিছে, সাবিত্ৰী আৰু অৰবিন্দ দুয়ো। লগত আৰু কোনো নাছিল। ভাগ্য ভাল যে, অৰবিন্দৰ উৰুত গুলিটো নাই, ওলাই গৈছে। কাৰিকৰৰ দৰৱ বোৰ বৰ চোকা। খন্তেকৰ ভিতৰতে অসুখবোৰ ভাল হৈ যায়।

তই সোনকালে লাৰুটো খাই ল, সমুদ্ৰ। —শিৱনাথে কয়। —এইটো আলিতে দলং এখন আছে। ইয়াৰ পৰা কিজানি তিনি মাইল দূৰত। সেইখন দলং ভঙাটো দৰ্কাৰ। অৱশ্যে দলংখন ভাঙিলেও পুলিছ আহিব পাৰিব। কিন্তু আহোঁতে পলম হ'ব। কৈইজন পুলিছ আহিব খোজ কাঢ়ি?

সেই কাৰণে সুধিছিলোঁ, তোৰ গাত বল পাইছ নে নাই। তোৰ লগত দেখিছোঁ, আন কোনো নাই। অথচ মইও তোৰ লগত থাকিব নোৱাৰোঁ।

এই কামৰ বাবে তই ভাবিব নালাগে— সমুদ্ৰই কয়। এই কামৰ বাবে সাহায্যৰ আৱশ্যক মোৰ নাই।

শিৱনাথে আকৌ সোধে,—

দলংখনত পহৰা থাকিব নিশ্চয়। কিন্তু মোৰ বিশ্বাস দুজনৰ বেছি পুলিছ নাথাকে। কোনো পুলিছ নাথাকিবও পাৰে। তথাপি সাৱধান হোৱা উচিত। তই তেনে কিবা এটা কৰিবি।

শিৱনাথ উঠে। সমুদ্ৰও থিয় হয় আৰু কয়,—

ৰৱনগৰৰ দূৰত্বৰ কথা মই ভবা নাই। তোৰ কোনো কথাত আমি বাধা নিদিওঁ— দিয়াৰ ক্ষমতাও নাই, অধিকাৰো নাই। কিন্তু ৰৱনগৰ অতি সন্ত্ৰস্ত হৈ উঠিছে। ইপিনে নতুন ৰেলৰ লাইন, সিপিনে বিমান কোঠ। ইপিনে তৰাবনৰ বিদ্ৰোহ, আনপিনে উজানঘাটৰ অপমান। আৰু, তই নিজে কোৱাৰ দৰে এইখন দলং ভঙা নভঙা সমান কথা। গতিকে মইও যাম তোৰ লগত। ব'ল এইবাৰ।

শিৱনাথে সমুদ্ৰৰ ডিঙিত সাবটি ধৰে আৰু কয়,—

তইঁতে কথাবোৰ অযথা বহুত বেছিকৈ ভাব। আমি দুয়ো আলোচনা কৰি এটা সিদ্ধান্ত কৰিলোঁ নহয় জানো? এতিয়া তোৰ কাম তোৰ; আৰু মোৰ কাম মোৰ।

সমুদ্ৰ তাতেই খন্তেক থিয় হৈ থাকে। আৰু শিৱনাথ আঁতৰি যাবলৈ ধৰে। সমুদ্ৰৰ মুখৰ বিষটো ক্ৰমে বাঢ়িবলৈ ধৰে। সি আলিৰ দাঁতিতে বহি পৰে।

শিৱনাথে গান গায় আৰু গৈ থাকে—

পৰশী আপোনাৰ নয় বান্ধবৰে।
নলেৰ আগুন তলে তলে,
খাগৰাৰ আগুন জ্বলে।
মোৰ অভাগীৰ মনেৰ আগুন
থাকিয়া থাকিয়া জ্বলেৰে।
বনে কান্দে বনশুৰা
অমৰে কান্দে টীয়া
ভৰ যুৰ্বতী কন্যা কান্দে
পালঙেতে শুইয়াৰে।

হঠাৎ শিৱনাথৰ গান বন্ধ হৈ যায়। গান বন্ধ কৰাৰ লগে লগে তাৰ ধাৰণা হয় গোটেই পৃথিৱীখন যেন আচৰিত ৰকমে নিস্তব্ধ হৈ গৈছে। এই মাত্ৰ তাৰ গানৰ সুৰবোৰ কেঁচা ঘাঁহৰ ওপৰত ওপঙি আছিল,—গছৰ সেউজীয়া পাতৰ মাজত বিয়পি পৰিছিল, আলিটোৰ পাৰে পাৰে বাগৰি গৈ হয়তো সমুদ্ৰৰ কাণত পৰিছিল। হয়তো আৰু দূৰলৈ গৈছিল। বতাহত ওপঙি ওপঙি, ফুলপাতৰ ওপৰত থমকি থমকি, কোনোবা বিনিদ্ৰ হিয়া পৰশি পৰশি, কোনোবা ৰাধাৰ ব্যাকুলতা সামৰি সামৰি, তাৰ সুৰবোৰ হয়তো ৰৰনৈত মিলিছিল গৈ।

ইমান নিজম এখন পৃথিৱী শিৱনাথৰ ভাল নালাগে। এই নিৰ্জনতাৰ মাজত শিৱনাথে ক'ৰবাত কিবা এটা যেন শুনি পায়। তাৰ গীত বন্ধ হোৱাৰ লগে লগে যেন বতাহৰ সোঁতো নিশ্চল হৈ গৈছে। সি তাৰ নিজৰ উশাহটোকে যেন স্পষ্ট শুনি পায়। তথাপি, এখন্তেক আগেয়ে ক'ৰবাত কোনোবাই যেন হুমুনিয়াহ পেলাইছিল। যেন ক্লান্ত, মধুৰ, মৃদু পদক্ষেপে তাৰ কাষে কাষে তাক অনুসৰণ কৰিছিল। যেন এটা উকা কায়াহীন পদক্ষেপ, মাত্ৰ পদক্ষেপৰ এটি পাতল শিহৰণ, পদধ্বনিৰ এটা মৃদু গুঞ্জন।

বোধহয় অতিকায় কোনো প্ৰাণীয়ে দূৰত টোপনিতে নিশ্বাস পেলাইছে। বোধহয়, পৃথিবীৰেই ভিতৰৰপৰা কেঁচা মাটিবোৰৰ মাজেদি কিবা অচিনাকী জীৱনে বেদনাত কাতৰি আছে।

শিৱনাথে নিস্তব্ধ হৈ খন্তেক বৈ যায়। ৰাতিৰ এন্ধাৰ এতিয়া তাৰ আপোন হৈ গৈছে। ৰাতিৰ পৃথিবী তাৰ পৰিচিত। তথাপিও আজি ৰাতিটো তাৰ অপৰিচিত যেন লাগে। চাৰিওফালে কেৱল এন্ধাৰ, ক'তো একো দেখিবলৈ পোৱা নাযায়। তাৰ ধাৰণা হয়, সি যেন ক'ৰবাত কিবা ছাঁ বোৰ দেখিছিল, ক'ৰবাৰ হুমুনিয়াহ তাৰ যেন গাতে আহি লাগিছিল। মৰণোন্মুখ কোনোবা প্ৰাণীয়ে যেন সেঁহাই সেঁহাই তাক মাতিছিল।

বহল পথাৰ খনৰ মাজেদি আলিটো। এখন বিস্তৃত পথাৰ আৰু তাৰ সোঁ মাজেদি সৰু এটা আলি। পথাৰত ধান। গোটেইখন পথাৰজুৰি বোৱা ধানবোৰ। নিস্তব্ধ ৰাতি ধানৰ পাতবোৰ পৰ্য্যন্ত নলৰে। দূৰৰ গাওঁ বিলাকত মানুহবোৰ বোধহয় শুইছে। শুই শুই পথাৰৰ ধানৰ সপোন দেখিছে। ধানৰ সেউজীয়া পাত বোৰৰ দৰে, সিহঁতৰ সেউজীয়া জীৱন্ত সপোন। এদিন দুদিন, এসপ্তাহ দুসপ্তাহ, এমাহ দুমাহ। দুমাহ পাছত সেউজীয়া পাত সোণালী হব, সোণালী পাতৰ মাজত সোণবৰণৰ ধান হব, পথাৰৰ সোণ ঘৰলৈ আহিব।

শিৱনাথে গৈ থাকে। অস্পষ্ট ভাবে সি কিবা গান গায় আৰু গৈ থাকে। আৰু মাত্ৰ সাতোটাদিন, সি মনতে ভাবে। সাতোটাদিন তেনে কোনো দীঘল সময় নহয়। কিন্তু এই সাত দিনৰ ভিতৰত কত কি হব পাৰে। আৰু হয়তো একো নহবও পাৰে। তথাপি, একো হব নোৱাৰা সম্ভাৱনাটো সি মনৰ পৰা আঁতৰ কৰে। কিবা এটা হবই। অত্যাচাৰ, নিপীড়ন, মৃত্যু—ই অনিবাৰ্য্য। তাৰ পাছত? তাৰ পাছত কি, ভাবিবলৈ তাৰ মন নাযায়। মৃত্যুৰ পাছত কি হব, ভাবি কি লাভ? মৃত্যুৰ আগলৈকে তাৰ দেশ— তাৰ দেশ ভাৰতবৰ্ষ। মৃত্যুৰ আগলৈকে তাৰ অহঙ্কাৰ— নোপোৱা স্বাধীনতাৰ অহঙ্কাৰ। মৃত্যুৰ আগলৈকে তাৰ সপোন —স্বাধীন ভাৰতবৰ্ষ।

সি কেৱল জানে, তাৰ মৃত্যু সৰ্ব্বসমাপ্তি নহয়। তাৰ মৃত্যুতে সোমাই আছে নতুন জন্মৰ বীজ। তাৰদৰে শ শ, হাজাৰ হাজাৰ মানুহৰ মৃত্যুৱে আহিব অমৰত্বৰ জয় শিখা। সেই মৃত্যুৱে আনি দিব, ভাৰতৰ হেৰোৱা গৌৰৱ, ভাৰতৰ হেৰোৱা স্বাধীনতা। দেশৰ স্বাৰ্থৰ আগত তাৰ স্বাৰ্থই বা কি, তাৰ জীৱনেই বা কি।

তথাপি এইবোৰ কথা মনত পৰিলেই তাৰ খং উঠে। ইমান ডাঙৰ কথা ভবাৰ তাৰ কি অধিকাৰ আছে। সেইবোৰ অতি ডাঙৰ মানুহৰ চিন্তা, তাৰ নহয়। সি কেৱল তাৰ নিজৰ কৰ্ত্তব্যৰ কথাই জানে। তাৰ কৰ্ত্তব্যৰ পৰিধি ঠেক, সীমাবদ্ধ তাৰ কাম। সি মাত্ৰ তাৰ কৰ্ত্তব্য কৰিব। কৰ্ত্তব্য পালনত তাৰ স্বাৰ্থই যেন তাক বাধা দিব নোৱাৰে, সেয়া মাত্ৰ তাৰ চিন্তা। তাৰ শৰীৰৰ কষ্টই যেন তাৰ কৰ্ত্তব্য-পালনত তাক দুৰ্ব্বল কৰি নেপেলায়, তাৰ মনৰ অভিলাষে যেন তাৰ মনৰ শক্তি হ্ৰাস কৰিব নোৱাৰে, বিপদে যেন তাক পৰাজিত কৰিব নোৱাৰে।

শিৱনাথে গৈ গাওঁ এখন পালে। সেইখিনিতে গৈ আলিটো গাওঁৰ মাজত সোমাইছে। সেয়া, নহলে, সেই ৰাতি শিৱনাথে গৈ গাওঁত নোসোমালহেঁতেন। অথচ আলিটো এৰি গাওঁৰ বাহিৰেদি গৈ হয়তো কিমান ঘূৰি থাকিব লাগিব, সি নাজানে। দুয়ো ফালে মানুহৰ ঘৰবোৰ, মাজেদি আলি বাটটো। শিৱনাথে আলিৰ দুয়ো পাৰে চাই চাই আগুৱাই যাবলৈ ধৰে। ক'তো অকণো সাৰ সুৰ নাই। আটাইবোৰ মানুহ শুইছে।

গৰুছাগলী বোৰো শুইছে। ঘাঁহবোৰ পাগুলিয়াই গাই বলদ আটাইবোৰে শুইছে। ক'ৰবাত দুই এটা দামুৰিয়ে এবাৰ উঠি মাকক বিচাৰি বিচাৰি আকৌ মাকৰ ওচৰতে আহি শুই পৰিছে। ঘাঁহবোৰ পাগুলিয়াই থাকোঁতে বুঢ়া বলদ বিলাকৰ দুই কোৱাৰিদি ফেনবোৰ ওলাইছে। ক'ৰবাত ছাগলী এজনীৰ ওহাৰত ভৰ হৈছে। গাখীৰৰ ভৰত ৰব নোৱাৰি তাই শোৱাৰ পৰা উঠে; আৰু দুয়োটা পোৱালিয়ে একে জাপে উঠি তাইৰ ওহাৰৰ পৰা গাখীৰ খায়। পোৱালি দুটাৰো কোৱাৰিদি ফেন ওলায়, —গাখীৰৰ ফেন। তাৰ পাছত আকৌ সিহঁত তিনিও শোৱে।

গাওঁখনত মানুহবোৰো শুইছে। বাহিৰত নিস্তব্ধ হৈ ওখ ডাঙৰ গছবোৰো বোধহয় শুইছে। গাওঁৰ খালবিলাকত পানীবোৰো বোধহয় শুইছে। কেঁচুৱা বোৰ বুকুত লৈ মাকবিলাকো শুই আছে। সিহঁতে অকাতৰে শুইছে। মাকৰ বুকুৰ ওচৰতে মুখখন থৈ কেঁচুৱাই আপোনমনে হাঁহি আপোনমনে কান্দি শুইছে। আকৌ শোৱাৰ মাজতে মুখেৰে খেপিয়াই খেপিয়াই বিচাৰি বিচাৰি মাকহঁতৰ বুকুতে মুখ লগাই, দুই এবাৰ পিয়াহ খাই আকৌ শুই পৰিছে। মাক বিলাকে গমকে নাপায়। তেওঁ লোকৰ আবৰণ নথকা বুকু বিলাক অনায়াসে কেঁচুৱা বিলাকে বিচাৰি লয়, অনায়াসে হুপি হুপি খায়। কেৱল প্ৰথম সন্তানৰ মাক বিলাকৰ অসুবিধা হয়। কেঁচুৱাই বুকুত মুখদিয়া মাত্ৰকে তেওঁলোক সাৰ পাই উঠে। বুকুত মুখখন লাগিলেই গাটো তেওঁলোকৰ শিৰশিৰাই যায়। আৰু বুকুত মুখ দি থকা সত্ত্বেও কেঁচুৱা বিলাকে কান্দে। গাখীৰ খিনি হুপি খাবলৈ সিহঁতে টান পায়। কাৰণ, মাকবিলাকৰ বুকু বিলাক ইমান পূৰ, শকত আৰু টান হৈ থাকে যে সিহঁতে অকণি মুখেৰে খাবই নোৱাৰে; মাকে সহায় কৰি দিব লগা হয়। টোপনিৰ জালত দুই আঙুলিৰে নিজৰ বুকু কেঁচুৱাৰ মুখত আলফুলকৈ লগাই দি তেওঁলোকে আকৌ শুবলৈ চেষ্টা কৰে।

নিজম গাওঁখনৰ মাজেদি গৈ শিৱনাথে গাওঁৰ প্ৰায় সিটো মূৰ পায়গৈ। ক্ৰমে তাৰ ধাৰণা হয় যেন সিমূৰে আটাইবোৰ মানুহ শোৱা নাই। যেন কোনোবাই বহি কিবা আলোচনা কৰিছে। বুজি নোপোৱা অস্পষ্ট শব্দ যেন দুটা এটা তাৰ কাণলৈ আহে।

শিৱনাথ খন্তেক ৰয়। তাৰ ভাগৰো লাগিছিল। ভাগৰ লাগিলে, থিয় দিলেই বহিবলৈ মন যায়। কিন্তু বহি থাকিবলৈ তাৰ সময় নাই; আৰু সেই ঠাইতে সি বহিবও নোৱাৰে। গাওঁৰ চাৰিও ফালে সি তন্ন তন্নকৈ চাবলৈ আৰম্ভ কৰে। গাওঁৰ মাজৰ পৰা নানা ফালেদি বাহিৰ ওলাই যাব পাৰি। সিও সেইখিনি ঠাইৰ পৰা আলিটোৰেদি পোনে পোনে নগৈ কাৰোবাৰ বাৰীৰ মাজেদি ওলাই পথাৰ পাবগৈ পাৰে। কিন্তু তাৰ পাছতে তাৰ অসুবিধা আহি পৰিব যে সি ক'লৈ যায়। কাৰণ তাৰ সময় লাহে লাহে কমি আহিছে।

ৰাতি বাৰ মান বাজিছে তেতিয়া। ৰবনগৰলৈ আৰু বেছি দূৰ নাই নিশ্চয়, কিন্তু কিমান দূৰ সি কব নোৱাৰে।

কোন সেয়া?

শিৱনাথৰ তেনেই ওচৰতে কোনোবাই সোধে। শিৱনাথ আচৰিত হয়, কিন্তু সি চক নাখায়। ইমান ওচৰতে কোন ফালৰ পৰা কেতিয়া মানুহজন আহিল, সি ঠিক গম নাপালে।

তুমি নো কোন? —শিৱনাথে ভয় নকৰাকৈ সোধে। মানুহজনে তাৰ উত্তৰটো বা প্ৰশ্নটো ভাল নাপালে, ই দেখা কথা। শিৱনাথে দেখিলে যে মানুহজন উগ্ৰ তাত সন্দেহ নাই। চকু দুটা হিংস্ৰ, হাত ভৰি বোৰ শকত, বলবান। বিশেষ মাৰাত্মক অস্ত্ৰ সি মানুহজনৰ গাত নেদেখিলে। কিন্তু লাঠি এদাল আছে। কাঠৰো হব পাৰে লোৰো হব পাৰে। শিৱনাথে ঠিৰাং কৈ জানিলে যে মানুহজন নিশ্চয় সিহঁতৰ দলৰে কোনোবা ভলণ্টিয়াৰ নহয়, হব নোৱাৰে। গতিকে তাক প্ৰশ্ন সুধিবলৈ নিদি সি নিজেই প্ৰশ্নকৰা উচিত। সি আকৌ ক'লে,—

নকলা দেখোন! মই সুধিছিলোঁ, তুমিনো কোন। তুমি ক'ৰ, এই কথা মই তোমাক সোধা নাই। কাৰণ তুমি এই গাঁৱৰে হবা। তুমি ইয়াত কি কৰিছা, তাকো মই সোধা নাই। কাৰণ তোমাক দেখিয়ে মই গম পাইছোঁ, তুমি ইয়াত গাঁৱৰ ভালৰ হকে একো কাম কৰা নাই। আৰু গাওঁখনৰ বেয়াৰ বাবে কি কাম কৰিছা, তাক জানি মোৰ লাভ নাই। কোৱা তুমি কোন।

মই কোন তুমি জানি কি কৰিবা। —মানুহজনে কয়। ৰাতিৰ এন্ধাৰতো তাৰ দাত বিলাক জিলিকে। সি বোধহয় হাঁহে; শিৱনাথৰ বলিয়ালি দেখি হাঁহে।

কোনো উত্তেজনা নেদেখুৱাকৈ শিৱনাথে যথেষ্ট টানকৈ কয়,—

তুমি কোন জানিলে মই বহুত কিবা কিবি কৰিম। প্ৰথমতে এই গাওঁত কালিয়ে মই জনাই দিম, তুমি কিমান ধুৰন্ধৰ দগাবাজ, আৰু তাৰ পাছত

গাওঁৰ মানুহে তোমাক একো নকৰিলে, তোমাৰ ব্যৱস্থা কি কৰিব লাগে মই জানিম।

মানুহজনে এইবাৰ ডাঙৰকৈ হাঁহে আৰু কয়,—

তুমি ভলন্টিয়াৰ; নহয় জানো? তোমাৰ কথাবোৰৰ উত্তৰ নিদি এই টাঙোনদালেৰে তোমাৰ মুখত লাহেকৈ এটা কোব মাৰিলে তোমাৰ এটা দাঁতো নাথাকে। তাৰ পাছত ইয়াত তিনি দিন পৰি থাকিলেও তোমাৰ সোলা মুখত কোনেও পানী এটোপাও নিদিয়ে। আৰু গাঁৱৰ বন্দুক কেইটা তোমালোকে ইয়াৰ পৰা চুৰি কৰি নি তোমালোকে গাঁওখনক সহায় কৰিবা? নে, আমি ইয়াতে বন্দুক কেইটা ৰাখি, চুৰিকৰাত তোমালোকক বাধা দি, গাঁওখনক আমি সহায় কৰিম?

তোমাৰদৰে মিছলীয়া দ্বিতীয় এজন মই দেখা নাই। —শিৱনাথে কয়। বন্দুক কেইটা তোমালোকে ইয়াতে ৰাখিবা নে পুলিছক সোধাই দিবা? চাওঁ, আঁতৰা। তোমাক নো কি কম। যিবোৰ মানুহ ডকাইত, গুণ্ডা সেইবোৰ মানুহৰো আত্মসম্মান থাকে। সেইবোৰ মানুহৰো দলটোৰ প্ৰতি আনুগত্য থাকে। সেইবোৰ মানুহেও নিজৰ ৰুৱাছোৱালী, ভাই ভনী তিৰোতাৰ মৰ্য্যাদা বুজে। তোমালোক পচা মঙহৰ পোক।

শিৱনাথে ঠিক ধৰিবকে নোৱাৰিলে কেনেকৈ কি হ'ল। মানুহ জনৰ লগত কথা কৈ থাকোঁতে পাছ পিনৰ পৰা কোনোবা আন এজনে আহি তাৰ কোমৰতে সাবোট মাৰি ধৰিলে। সেই মুহূৰ্ত্ততে আগত ঠিয় হৈ থকা মানুহজনে তাৰ দুয়োখন হাততে ৰচি এডালেৰে বান্ধি পেলালে। তেতিয়াহে শিৱনাথে দেখা পালে দ্বিতীয় জন মানুহক। দেখিবলৈ প্ৰথম জনৰে সৈতে একে। ঠিক যেন দুয়ো ভাই ককাই। —দ্বিতীয় জন মানুহে কবলৈ ধৰে—

মই কৈছোঁ নহয় তোক। এই বিলাক মানুহৰ লগত তৰ্ক কৰি থাকি সময় নষ্ট কৰাৰ কোনো দৰ্কাৰ নাই। ৰাতিটো ধৰি বান্ধি পেলাই থলে হৈ গ'ল। কাইলৈ ৰাতি পুৱালতেই ৰৰনগৰৰপৰা শহুৰেক আহি তাক চাহজলপান খুৱাই লৈ যাবহি। তাৰ পাছত আমাৰ কাম অন্ত।

কেলেই? —শিৱনাথে কয়। তোমালোকৰ কাম তাৰ পাছত অন্ত কেলেই? টকা নোপোৱা পৰ্য্যন্ত কাম অন্ত হব কেনেকৈ? কিমান টকা দিব পুলিছে? দুটা কি তিনিটা বন্দুক, এজন মানুহ। মুঠতে কিমান টকা হয়? কোৱাচোন বাৰু কিমান টকা দিব পুলিছে?

ইয়াৰ পিট আছে অ'! —দ্বিতীয় জনে কয়। —কিয়, তোকো লাগিব নেকি এভাগ? ব'ল এতিয়া, গৈ থাক। তোৰ কথা শুনি ওৰে ৰাতি আমি ইয়াত কটাব নোৱাৰোঁ, সোনকালে ব'ল।

শিৱনাথে আগুৱাই গৈ থাকে। ক'লৈ যাব লাগিব, সি নাজানে। হয়তো গাঁৱৰে এমূৰীয়া কোনোবা ঘৰ হব। সিহঁতৰ লগতে সি তালৈ যোৱাৰ বিশেষ আপত্তি তাৰ একো নাই। বৰঞ্চ তালৈ গলে সি আৰু বহুত কথা জানিব পাৰিব। এতিয়াই সি বুজি পাইছে, যে পুলিছে নানা গাৱঁত এনেকুৱা গুণ্ডাৰ দল তৈয়াৰ কৰিছে। লাহে লাহে গুণ্ডাৰ দলবোৰ আটাইবোৰ গাঁৱতে বিয়পি পৰিব। গাঁৱতে থাকি, নিজৰ গাঁৱৰ মানুহৰ ওপৰতেই সিহঁতে শত্ৰুতা কৰিব, পুলিছক সহায় কৰিব। শিৱনাথহঁতৰ সকলো পৰিশ্ৰম ইহঁতেই ব্যৰ্থ কৰি দিব।

কিন্তু তাৰ সময় নাই। ৰৱনগৰত বহুত কাম আছে তাৰ। আৰু কামখিনি কৰিব লাগিব আজি ৰাতিতেই। সেইবাবে সি লাহে লাহে অস্থিৰ হৈ উঠে। তাৰ হাতৰ বান্ধটোৰ কথা সি অকণো নাভাবে। ৰচিগছ ইমান ডাঙৰ যে বান্ধটো টানকৈ লগাই নাই। আপোনা আপুনি বান্ধটো ঢিলা হৈ আহিছে। কিন্তু মানুহ দুটাক সি কি কৰিব। সিহঁতক পাছতলৈ শিৱনাথে আগে আগে দৌৰি গৈ থাকিব নোৱাৰে। সিহঁতৰ লগত লাহে লাহে আগুৱাই গৈ থাকি শিৱনাথে দ্বিতীয়জনৰ কাণে চাই কয়,—

তোমাৰ আক্ৰোহটো দেখিছোঁ বৰ চৰা। তোমাক দেখিছোঁ পুলিছে ভাল কিবা এটা লোভ দেখুৱাইছে। পিছে, অৱশেষত কি কৰে ঠিক নাই দেই। মোক ধৰি দিয়াৰ পাছত পুলিছে তোমালোকক টকা পইচা দি বিদায় কৰিব, এই কথা নাভাবিবা। মোৰ যি অৱস্থা তোমালোকৰো সেই একে অৱস্থাই হব। বৰঞ্চ মোতকৈ তোমালোকৰ অৱস্থা বেয়া হে হব। আৰু ভলণ্টিয়াৰে তোমালোকৰ কথা জানিলে তো তোমালোকৰ কোনো উপায়েই মই নেদেখো।

এইবাৰ প্ৰথম জনে কয়,—

তই আমাৰ কথা ভাবিব নালাগে বাৰু। নিজৰ কথাকে ভাব। ৰাতিটো পুৱালেই দেখিবি কাৰ ক'ত কি হয়। আগৰবাৰ তোৰে দৰে এজনক ধৰি দিওঁতে আমি কিমান পাইছিলোঁ, জান?

লাহে লাহে শিৱনাথে কয়,—

তাকেই তো মই সুধিছিলোঁ। নোকোৱা কিয়? কিমান দিব পুলিছে তোমালোকৰ দুয়োজনকে?

তোক ধৰি দিয়াৰ বাবে পাম এশ। —মানুহজনে কয়। চাৰিটা বন্দুকৰ বাবে কমেও আৰু এশ। কিমান হ'ল মুঠতে? তই তো হিচাব কৰিব জান।

তই মনে মনে থাকিব নোৱাৰ নেকি? —দ্বিতীয় জনে খংকৈ কয়, —এই আটাইবোৰ কথা তোৰ কৰ্কায়েৰক কোৱাৰ পৰা তোৰ কি লাভ হব? মৰিব খুজিছ নেকি?

শিৱনাথে দেখিলে যে ইহঁতৰ লগত তৰ্ক কৰি থাকি একো লাভ নহব। আৰু এবাৰ গৈ সিহঁতৰ ঘৰত সোমাই পৰিব লাগিলে, তাৰ পৰা ওলোৱা তাৰ পক্ষে সম্ভৱপৰ নহয়, এই কথা সি বুজি পায়। সিহঁত যে দুয়ো গুণ্ডা প্ৰকৃতিৰ লোক শিৱনাথৰ বুজিবলৈ বাকী নাথাকে। সিহঁতক দুয়োকে তাত বগৰাই পেলাই থৈ যাবলৈ শিৱনাথৰ বুদ্ধি আছে। কিন্তু তাতো ভয় আছে। হঠাৎ কোনোবা এজন অতিপাত জখম হৈ যাব পাৰে। হাতত বন্ধা ৰচি গছ এনেয়ে সি হাতেৰে ধৰি আছিল। সি হঠাৎ ঘূৰি সিহঁত দুয়োৰে সম্মুখত থিয় হয়, আৰু হাতত বন্ধা ৰচিগছ এহাতেৰে সিহঁতৰ ফালে আগুৱাই দি, কঠোৰ সুৰত সি কয়,—

এয়া নিয়া তোমালোকৰ ৰচি। এতিয়া এইডাল দুয়োৰে ডিঙিত মেৰিয়াই কোনোবা এডাল গছত ফাঁচ লগাই মৰি থাকাগৈ। কিন্তু আৰু এখোজো আগ নেবাঢ়িবা। ইচ্ছা কৰিলে মই এতিয়াই তোমালোক দুয়োকে ইয়াতে মাৰি পেলাব পাৰোঁ। যোৱাগৈ, আৰু ইয়াতে নৰ'বা। আৰু মনত ৰাখিবা, মোৰ নাম শিৱনাথ।

## ছয়

ৰচি গছ সিহঁতৰ গালৈ দলিয়াই দি একমুহূৰ্ত্তও পলম নকৰাকৈ শিৱনাথ আগবাঢ়ে। সি এবাৰো পাছলৈ ঘূৰি নাচায়। মানুহ দুজন স্তব্ধ হৈ তাতেই থিয় হৈ থাকে। ৰচিৰ বান্ধটো হাতৰ পৰা আপোনা আপুনি কেনেকৈ সোলকি গ'ল সিহঁতে ভাবি নাপালে। কিবা এটা ভয় আৰু বিস্ময়ত সিহঁতব কোনেও আগ নেবাঢ়ে।

শিৱনাথৰ মূৰৰ ওপৰত আকাশৰ তৰাৰ জিলিকনি বেছি তীব্ৰ হয়। তৰাৰ পোহৰ আহি পৃথিবীৰ ওপৰত পৰে। গছৰ বহল পাতবিলাক বেছি গম্ভীৰ হয়। সৰু সৰু জোপোহাবোৰ বেছি নিজম হয়। গছৰ গাত বগাই যোৱা লতাবোৰৰ সেউজীয়া ৰং বেছি গাঢ় হয়। বাঁহত থকা অকণ অকণ চৰাই পোৱালি বিলাকে, মাকৰ বুকুৰ উম লৈ শোৱে। ক'ৰবাত ফেঁচা এটাই কুৰুলি দিয়ে। ৰাতি দোভাগ হয়।

দোভাগ নিশা শিৱনাথে অকলে অকলে গৈ থাকে। হঠাৎ দুই এটা শিয়াল তাৰ আগেদি আলিটো পাৰ হৈ যায়। দূৰে দূৰে গাওঁবোৰ অস্পষ্ট হৈ ছাঁৰ দৰে হৈ যায়। শিৱনাথৰ ভৰিৰ জোতা যোৰ অলপ অলপকৈ ফাটিবলৈ আৰম্ভ কৰে। তাৰ ভৰিখনৰ বিষটো অলপ অলপকৈ উজাবলৈ ধৰে। আৰু, সি আগুৱাই গৈ থাকে।

অকস্মাৎ শিৱনাথে বহুত দূৰত পোহৰ দেখিবলৈ পায়। প্ৰথমতে এটা চাকিৰ পোহৰ, তাৰ পাছত আৰু এটা। তাৰ মনত সন্দেহ নাথাকে যে সেয়া দূৰত বৰনগৰ। অইন গাৱঁৰ পৰা ইমান উজ্জ্বল পোহৰ আহিব নোৱাৰে।

তাৰ ভাল লাগে। আৰু অলপ পাছতে তাৰ এই যাত্ৰা শেষ। কোনে জানে তাৰ পাছত কি! তাৰ কিন্তু অসম্ভৱ ভাগৰ লাগে। আৰু অকণমান আগুৱাই গৈ শিৱনাথে দেখিলে যে ৰবনগৰলৈ আৰু বেছি দূৰ নাই। আৰু বোধহয় আধাঘণ্টা লাগিব সেইখিনি পাওঁতে। অকণমান সি জিৰাই লব। আলিটোৰ দাঁতিত পৰি থকা শিল এচটাৰ ওপৰত সি বহে। তাৰ পাছত সি মুড়িৰ লাৰুটো উলিয়াই লয়।

লাৰুটোত একামোৰ মাৰি সি থমকি ৰয়। তাৰ মনত পৰে উমাই দিছিল তাক লাৰুটো। সি খাবলৈ বাদ দি লাৰুটো চকুৰ আগলৈ নি চাবলৈ ধৰে। কোনোবাখিনিতে হয়তো তাইৰ আঙুলিৰ দাগ লাগি আছে, কাৰণ লাৰুটোৰ ওপৰখিনি ঠিক সমান নহয়।

সি এনেয়ে অবাবতে হাঁহে। আৰু লাৰুটো পুনৰ খাবলৈ ধৰে। মনতে সি কৈ যায়—

লাৰু যদি দিলা, পানী নিদিলা কেলৈ? আৰু বোধহয় লাৰুটো লৰালৰিকৈ বান্ধিলা। ক'ৰবাত মিঠা কম, ক'ৰবাত বেছি। আৰু তোমাৰ নামটো উমা। উমা, উমা। উকা উমা।

সি আকৌ এবাৰ হাঁহে আৰু বহাৰ পৰা উঠি আগুৱাই যাবলৈ ধৰে। অলপদূৰ গৈয়ে সি গাওঁৰ মাজৰ আলিটোৰ পৰা নামি আহে আৰু পথাৰেদি পোনাই যাবলৈ ধৰে। অলপ বেলি যোৱাৰ পাছতে সি ৰেল লাইনটো পায়। ৰেল লাইনত থিয় দি সি আগলৈ চায়। আগত কিছুদূৰত ৰবনগৰৰ ষ্টেচন। পাছলৈ সি চায়। দূৰত ৰাতিৰ এন্ধাৰৰ মাজত সি অস্পষ্ট ভাবে দেখা পায় ৰেলৰ দলংখনৰ তলত কংকৃটৰ বিৰাট খুটি, আৰু ওপৰত কাঠৰ তক্তাবোৰ।

শিৱনাথে মনতে হিচাপ কৰি লয়। অগণন কাম, —সময় মাত্ৰ পাঁচ দিন, বা বেছি হলেও সাত দিন। তৰাবনৰ বিমান ঘাটি, ৰেল লাইনৰ প্ৰকাণ্ড দলং, ৰবনগৰৰ থানা। প্ৰথমতে ৰেলৰ দলংখন, হয়তো কালিলৈ দলং খনৰ কিবা এটা দিহা কৰিবই লাগিব, অৱশ্যে যদি পৰহিলৈ কিবা

এখন মিলিটাৰী স্পেচিয়েল ট্ৰেইন অহাৰ সম্ভাৱনা থাকে। আহিবই লাগিব; হয় পৰহিলৈ নহয় তাৰ পাছদিনাখন! সি ৰেললাইনটোৰ পৰা নামি আহে। এন্ধাৰত কোনে ক'ত লুকাই থাকি ৰেল লাইনত পৰ দিয়ে ধৰিবলৈ বৰ টান। আজিৰ বাবে ৰেল লাইনত তাৰ কোনো কাম নাই থেতিয়া অযথা বিপদৰ মাজলৈ যোৱাৰ কোনো অৰ্থ নাই।

ৰেল লাইনৰ পৰা নামি আহি লাইনৰ কাষে কাষে সি গৈ থাকে। অন্ততঃ তিনি ঠাইত সি আজি জুই লগাব। কি পোৰে তাৰ লগত আজি তাৰ সম্বন্ধ নাই। কিবা এটা পুৰিলেই হ'ল। পুলিছ আৰু মিলিটাৰীৰ মাজত এটা উত্তেজনা জগাই তুলিব পাৰিলেই হ'ল। সিহঁতৰ অত্যাচাৰো বাঢ়ক, মানুহৰ অত্যাচাৰো বাঢ়ক। ক্ৰোধ আৰু প্ৰতিহিংসা ভয়ানক হৈ জাগি উঠক। আহক এটা বিপ্লৱ।

বৰনগৰৰ দোকান আটাইবোৰ বন্ধ। দুৱাৰৰ ফাকেদি ভিতৰৰ লেমৰ পোহৰ অলপ অলপ দেখা পোৱা যায়। লেমবিলাক অলপ পোহৰ পৰাকৈ জ্বলাই থৈ দোকানী বিলাক ভিতৰতে শুই আছে। প্ৰায় বোৰ দোকানৰে টিনৰ ঘৰ। দোকানবিলাক পাৰ হৈ গ'লে ডাঙৰ আলিটোৰ পাৰতে পোৱা যায় পোষ্টাফিছ। থানাখন ইফালে অলপ দূৰত। থানাৰ আটাইবোৰ ঘৰ টিনৰ। মুঠতে তিনিটা ডাঙৰ ঘৰ। ওচৰত টম্বুবোৰ। সেই তিনিটা ঘৰত ইমানবোৰ পুলিছৰ বাবে ঠায়ে নোজোৰে বাবে টম্বু। আগেয়ে ইমানবোৰ পুলিছৰ দৰ্কাৰো নাছিল বৰনগৰত, সেইবাবে ঘৰো নাছিল। আটাইকেইটা ঘৰৰে টিনৰ ওপৰত ৰঙা ৰং দিয়া। গেটখন লোৰ। এমূৰে থানা, সিমূৰে পোষ্টাফিছ। মাজত শাৰী শাৰী দোকানবোৰ। আনফালে মানুহৰ ঘৰ, হাইস্কুল। ঘৰবোৰ পিয়াপি দি যেনিতেনি বাঢ়িয়েই আছে। মুঠতে ধৰিবলৈ গলে বৰনগৰ এখন মজলীয়া নগৰ হৈ উঠিছে, মাত্ৰ এমাহৰ ভিতৰত।

যিখিনি ঠাইক ঠিক নগৰ বুলিব পাৰি, তাৰেই এটা সীমাৰে সৰু এখনি জুৰি বৈ গৈছে। হয়তো জুৰি নহৈ মৰা সুঁতিও হব পাৰে। জুৰি টোৰ ইপাৰে নগৰখন আৰু সিপাৰে নগৰখনৰ পাছেদি শাৰীৰ পাছত শাৰী নতুনকৈ সজা অকণ অকণ পজাবোৰ।

শিৱনাথে জুৰিটোৰ সিপাৰে থিয় দি পজাবোৰলৈ চায়। কিজানি দুকুৰিমান পজা হ'ব। একোটা পজাত পাঁচজনকৈ বনুৱা যদি থাকে, দুশ মান বনুৱা তাত নিশ্চয় আছে। চাকিৰ পোহৰ তাত নাই বুলিলেও হয়। বাহিৰত দুই এঠাইত ছাই আৰু নুমাইযোৱা অঙঠাবোৰ পৰি আছে। বাহিৰতে নিশ্চয় সিহঁতে ভাত ৰান্ধি খাইছিল। বাহিৰতে ভাত ৰান্ধি, বাহিৰতে খাই, কোনোমতে পজা বিলাকৰ ভিতৰত ৰাতিটোৰ বাবে সিহঁতে জিৰণি লৈছে। ইয়াত জুই জ্বলিলে দুশমানুহ একেলগে সাৰ পাই উঠিব। তথাপি পজাকেইটাৰ বাবে সিহঁতৰ কোনো মায়া নাই। সাৰ পাই উঠিয়ে সিহঁতে পথাৰলৈ দৌৰিব। কোনোবাই আহি নকয় মানে সিহঁতে জুই নুমাবলৈ চেষ্টা কৰাৰ সম্ভাৱনা নষ্ট। তেতিয়া হ'লে, জুই বিয়পিব। জুই বিয়পিলেই তাৰ উদ্দেশ্য পূৰ্ণ হ'ব।

শিৱনাথৰ মনত কামটো কঠিন যেন নালাগে। মাজৰ এটা পজা জুৰিটোৰ তেনেই ওচৰতে। সেইখিনি ঠাইতে পজাৰ শাৰীটোৱে ধনুৰ দৰে এটা ভাঁজ লৈছে। সি ধীৰে ধীৰে সেই পজাটোৰ ওচৰলৈ যায়। জুৰিটো সি ভালকৈ চাই লয়। জুৰিটোত পানী নিচেই কম। অনায়াসে সি পাৰ হৈ যাব পাৰিব।

তথাপি সি সাৱধান হৈ লয়। এডাল দীঘল মাৰিত সি কিছুমান খেৰ বান্ধি লয়। আৰু খেৰ খিনিত জুই লগাই দি ওচৰৰে পজাটোত লগাই দিয়ে। জুই লাগিবলৈ বেছি সময় নালাগে। জুই অকণমান জ্বলি উঠা মাত্ৰকে সি মাৰিডাল পজাটোলৈ দলিয়াই দি দ্ৰুতবেগে জুৰিটো পাৰ হৈ লয়। এবাৰ মাত্ৰ তাৰ বুকুখন কঁপি উঠে। জুৰিটোৰ ইপাৰে নগৰখন। এই ঘটনাৰ পাছত সি উভতি নগৰত নোসোমোৱাই ভাল আছিল। কিন্তু সি নাভাবে।

জুৰিটো পাৰহৈ, জুৰিটোৰ পাৰে পাৰে কিছুদূৰ সি দৌৰে। তাৰ পাছত সি ডাঙৰ আলিটো পায়। ডাঙৰ আলিটো পাৰ হোৱাৰ আগতে সি এবাৰ জুৰিটোৰ সিপাৰলৈ চায়। বেছ ওখ হৈ উঠিছে জুইৰ শিখা। সি আলিটো পাৰ হয়। সেই খিনি ঠাইৰপৰা দৌৰি গ'লে দহ মিনিট, বেগাই গ'লে পোন্ধৰ মিনিটত সি পোষ্টাফিছ পাবগৈ। প্ৰথম তিনি মিনিট মান সি দৌৰে। তাৰপাছত জোপোহাবিলাকৰ আঁৰালত থিয় দি সি অকণমান জিৰাই লয়। মানুহৰ চিঞৰ

বাঢ়িছে। জুইৰ শিখাবোৰ বিয়পিছে। দোকান বোৰৰ পৰা মানুহবোৰ ওলাবলৈ আৰম্ভ কৰিছে। আৰু দুই মিনিট। ইয়াৰ ভিতৰতে মানুহবোৰে কোৰ্হাল কৰি জুই নুমাবলৈ যাব। মিলিটাৰী যাব, পুলিছ যাব। সিহঁতে গৈ বনুৱাবোৰক জুই নুমাবলৈ লগাই দিব।

জোপোহাৰ আঁৰে আঁৰে, গছৰ ছাঁৰ মাজেদি শিৱনাথে পোষ্টাফিছৰ ফালে আগুৱাই গৈ থাকে। পেট্ৰল নাপালেও কেৰাচিন অকণমান তাক লাগিবই। পোষ্টাফিছৰ ঘৰটো মজবুট। কেৰাচিন নহলে অযথা তাৰ বহুত সময় লাগিব। তথাপি সি বিশেষ চিন্তা নকৰে। ক'ৰবাত লেম এটা পালেই হ'ল। কিন্তু তাৰ কপাল সিদিনা ভাল আছিল। অলপদূৰ গৈয়ে সি দোকান এখন পালে। দোকানৰ মানুহ বোৰ কোন কেনি দৌৰিছে— তাৰ ঠিক নাই। সি দোকানখন সোমায়ে কেৰাচিনৰ টিন এটা লৈ লয়। আৰু ক্ৰমাগত আগুৱাই গৈ থাকে।

পোষ্টাফিছৰ ওচৰ পাই সি দেখিলে যে চকীদাৰ জনে বাহিৰলৈ ওলাই গৈ উত্তেজিত ভাবে আন মানুহৰ লগত কথা পাতি আছে। এজন দুজনকৈ মানুহ ক্ৰমে বাঢ়ি আহিছে, উত্তেজনাও বাঢ়ি আছে! পাছফালেদি আহি পোষ্টাফিছৰ ঘৰটো পাওঁতে তাৰ কোনো অসুবিধা নহয়। ঘৰটোৰ ওচৰতে গছ এডালৰ আঁৰালত বহি সি এচপৰা শিল বুটলি লয়। শিল চটাৰে বেৰৰ মাটি বোৰ সি একৰাই পেলাই দিয়ে। তাৰ পাছত আৰু অলপ দূৰত আনখন বেৰৰ মাটি বোৰো সি পেলাই দিয়ে। তাৰ পাছত আৰু অলপ দূৰত আনখন বেৰৰ মাটি বোৰো সি পেলাই দিয়ে। তাৰ পাছত ছিৰা কাগজ আৰু ফটা কাপোৰ কিছুমানত কেৰাচিন বোৰ ঢালি দি বেৰত কাগজ আৰু কাপোৰ বোৰ গুজি গুজি দিয়ে। বাকীখিনি কেৰাচিন তাৰ ওপৰতে ঢালি দিয়ে। তাৰ পাছত সি অপেক্ষা কৰে।

জুই দিয়াৰ পাছতে সি পলাব লাগিব। কিন্তু পোষ্টাফিছৰ সমুখতে চকীদাৰজনৰ সৈতে ভালেমান মানুহ গোট খাই আছে। সিহঁত সোনকালে তাৰপৰা আঁতৰি যোৱাৰ কোনো আশা নাই। পাছফালে শাৰী শাৰী ঘৰ। ঘৰবোৰ কিমান দূৰলৈ আছে সি কব নোৱাৰে। সি যি বাটেৰে আহিছিল সেই বাটেৰে

ওলাই যাব পাৰি। কিন্তু সেই বাটত মানুহ পিয়াপি দি আছে। গতিকে সি বাওঁফালৰ বাটেৰে ওলাই যাব লাগিব। ৰাতি নৌ পুৱাওঁতেই সি তৰাবন পাবই লাগিব। সেই পিনে জঙ্গলৰ মাজেদি কিমান দূৰ যাব লাগিব সেইবিষয়ে অৱশ্যে তাৰ কোনো ধাৰণাই নাই। তাৰ পাছত সি স্তব্ধ হৈ কাণ পাতি শুনে। পোষ্টাফিছৰ আগৰ আলিটোত মানুহৰ কোৰ্হাল কমি গৈছে। সি আৰু পলম নকৰে। চকীদাৰ জন আহি পায়হি লাগে। কেৰাচিন ঢালি থোৱা কাপোৰ আৰু কাগজ বোৰত সি জুই লগাই দিয়ে।

সেইখিনি ঠাইৰ পৰা বাওঁপিনে আহি জঙ্গল খিনিৰ মাজ পাই সি এবাৰ ঘূৰি চায়। পোষ্টাফিছৰ পাছ ফাল ডোখৰ পোহৰ হৈ উঠিছে। সি হাঁহে। বেতৰ কাঁইটে তাৰ হাতখনৰ এবখলা ছিৰি লৈ গৈছে। তেজ খিনি পিহি পিহি সি হাঁহে আৰু তাতেই থিয় দি থাকে। এতিয়াই যদি কোনোবাই জুই নুমাবলৈ চেষ্টা কৰে তেনে অতি সহজ কথা। চাৰি বাল্টি পানী দিলেই জুই নুমাই যাব। সেই বাবে সি অপেক্ষা কৰে। তাৰ হাতৰ পৰা দুটোপাল তেজ মাটিত পৰে। সি আপোনা আপুনি কৈ থাকে,—

সেয়া বিদ্ৰোহৰ অগনি, এয়া বিদ্ৰোহৰ তেজ। এই বিদ্ৰোহৰ তেজ এটোপোল এটোপাল কৈ দেশখনত বিয়পি পৰিব। য'তে পৰিব এই তেজ, তাতেই জ্বলিব বিদ্ৰোহৰ অগনি। সেই অগনিয়ে দেশ নোপোৰে, পুৰিব বিদেশী শাসন; পুৰিব বৃটিছ চৰকাৰ। আৰু স্বাধীন হব মোৰ ভাৰতবৰ্ষ। টোপাল টোপাল তেজ ধৰণীৰ ধূলিত মিলি যাব। মোৰ তেজ, সমুদ্ৰৰ তেজ। কণা ককাইৰ তেজ, সাবিত্ৰীৰ তেজ। আৰু উমাৰ তেজ। আৰু সহস্ৰ সহস্ৰ অগণন ভাৰতবৰ্ষৰ মানুহৰ তেজ। আমাৰ তেজত স্নান কৰি স্বাধীন হৈ উঠিব আমাৰ ভাৰতবৰ্ষ। হে অগ্নি, হে হুতাশন—

শিৱনাথ চমকি উঠে। ভীষণ শব্দ এটা কৰি জুইৰ শিখাবোৰে ঘৰৰ মুখচেদি আকাশলৈ জপিয়ায়। জঙ্গলৰ মাজেদি শিৱনাথে দ্ৰুত বেগে আগবাঢ়ে।

ৰৰনগৰত যি কেইটা আলি আছিল, আটাই বিলাকতে মানুহৰ ভিৰ। কোন কেনি গৈছে তাৰ উৱাদিহ নাই। কিন্তু প্ৰায় কোনো মানুহেই ঘৰৰ

ভিতৰত নাই। লৰা-ছোৱালী মতা মাইকী আটাইবোৰ মানুহেই সন্ত্ৰাসত বাহিৰলৈ ওলাইছে। আৰু চিঞৰিছে। দুই এখন মিলিটাৰী গাড়ী ইফালৰ পৰা সিফাললৈ গৈছে। গাড়ীৰ কৰ্কশ আৱাজ আৰু মানুহৰ চিঞৰত ৰাতিৰ বৰনগৰ বলিয়া হৈ উঠিছে।

প্ৰায় এমাইল বাট নানা ফালে ঘূৰি ঘূৰি শিৱনাথে হঠাৎ অকলশৰীয়াকৈ থকা ঘৰ এটা পালে। প্ৰকাণ্ড দীঘল এটা ঘৰ। সি ঘৰটোৰ ওচৰলৈ গৈ ভালকৈ চায়। চাইয়ে সি গম পায় যে সেইটো স্কুলৰ ঘৰ। হাইস্কুল হব নিশ্চয়। দীঘল টিনৰ ঘৰ এটা, আৰু ওচৰতে সৰু এটা খেৰৰ ঘৰ। সি স্কুলঘৰটোৰ পিৰালিতে বহি পৰে। তাৰ হাতখনৰ পৰা দুই এটোপাল তেজ তেতিয়াও ওলাই আছিল। তাৰ ধাৰণা হয়, তাৰ অসম্ভৱ ভাগৰ লাগিছে। তাৰ ইচ্ছা হয় যেন ঘৰটোৰ ভিতৰলৈ গৈ বেঞ্চ এখনৰ ওপৰতে সি শুই থাকিব। কঁথাখাৰ মনলৈ অহা মাত্ৰকে তাৰ হাঁহি উঠে। আজি ৰাতি বৰনগৰত শোৱা মানে মৃত্যু।

শোৱাৰ কথা পাহৰি গৈ সি একমনে খেৰৰ ঘৰটোলৈ চাই থাকে। খেৰৰ ঘৰটোৰ ছাল টিনৰ ঘৰটোৰ ছালত প্ৰায় লাগিছেই, মাজতে বোধহয় এগজমান মাত্ৰ খালি ঠাই। তেনেই উজু কথা, সি মনতে ভাবে। খেৰৰ ঘৰটোত সম্পূৰ্ণ জুই লাগিলে টিনৰটোত নালাগি নোৱাৰে। বহুত দূৰত হঠাৎ সি শব্দ শুনে। প্ৰথমে তাৰ ধাৰণা হয় যেন বন্দুকৰ গুলিৰ শব্দ। খন্তেক পাছতে সি বুজি পায়, সেয়া পোষ্টাফিছ ঘৰটোৰ পুৰিযোৱাৰ শব্দ। ওপৰৰ টিনবোৰ ফাটি চিটিকি ওলাই বহুত দূৰত ভীষণ শব্দ কৰি পৰিছে গৈ। এয়া তাৰে শব্দ।

তাৰ তেজত ধ্বংসৰ কামনা জাগি উঠে। ঠিক এনেকৈয়ে শব্দ হব, স্কুল ঘৰটো পুৰি গলে। দপ্ দপ্ কৈ জুই জ্বলি উঠিব। টিনবোৰ চিৰাচিৰ হৈ ফাটিব আৰু ভয়াবহ উচ্চাৰদৰে দূৰত গৈ চিটিকি পৰিব। পৃথিবীখন তেজৰ দৰে ৰঙা হৈ উঠিব।

উভতি তৰাবনলৈ যোৱাৰ পথটো সি এবাৰ ভাবি লয়। যিটো ডাঙৰ আলি বৰনগৰৰ পৰা সৰ্পৰ জিভাৰ কাষেদি শিমলুৱাৰ মাজেদি তৰাবনলৈ

গৈছে, সেই আলিয়েদি যোৱাটো অসম্ভৱ। অন্ততঃ আজি ৰাতি সেই প্ৰশ্ন উঠিবই নোৱাৰে। পুলিছ মিলিটাৰীয়ে ভৰি থাকিব সেই ৰাস্তা। উজানঘাটলৈকে ঘূৰি যাব পাৰি; কিন্তু তাৰ কাম তৰাবনত। তাৰ বাহিৰেও অহা বাটেৰে ঘূৰি ঘোৰাৰ অসুবিধা আছে। হয়তো পোষ্টাফিছৰ জুই দেখি সেই বাটেৰেও দলে দলে মানুহ দৌৰিছে। তাৰ একমাত্ৰ পথ নতুন ৰেলৰ লাইন। সেই নতুন লাইনটো ৰৰনগৰৰ পৰা ওলাই তৰাবনলৈ গৈছে। সেই বাটটোৱেই নিৰল হব। হাইস্কুলৰ ওচৰেদি পূৱমুৱাকৈ আধা মাইল গলেই নতুন ৰেলৰ লাইন। দৌৰিব পাৰিলে পাঁচ মিনিটৰ বাট।

খেৰৰ ঘৰটোৰ এমূৰে ইকৰাৰ বেৰৰ ফাঁকেদি শিৱনাথে ভিতৰলৈ চায়। মাত্ৰ কেইখনমান ভগা বেঞ্চ তাৰ চকুত পৰে। কোঠাটোলৈ সি আৰু নাচায়, ঘৰটোত জুই লগাই দিয়ে। সেই অকণমান জুইৰ পোহৰত সি তাৰ হাতৰ ঘৰীটোলৈ চায়। ডেৰটা বাজিবলৈ তেতিয়াও পাঁচ মিনিট বাকী। আৰু সি অপেক্ষা নকৰে: দৌৰিবলৈ আৰম্ভ কৰে।

সি কিন্তু বেছি দূৰ যাব নোৱাৰিলে। কাৰ যেন বুকুফটা কান্দোন আহি তাৰ কাণত পৰে। সি নিশ্চল হৈ থিয় দি কাণ পাতি শুনে। আকৌ তাৰ কাণলৈ মৰ্মভেদী চিঞৰৰ ভাহি আহে। সেই স্কুলটোৰ ওচৰতে হব। জুই খিনি বোধহয় তেতিয়াও ঘৰৰ ছাল পোৱাহি নাই, জুইৰ শিখা দেখা নাযায়, মাথোন পোহৰ খিনি দেখি। এক মুহূৰ্ত্তৰ বাবে শিৱনাথ স্তব্ধ হৈ থাকে, আৰু তাৰ পাছত আকৌ দৌৰি আহি স্কুলৰ কাষ পায়। আহি সি দেখে যে বাহিৰতে সাত কি আঠ বছৰীয়া ছোৱালী এজনীয়ে টেঁটুফালি চিঞৰি কান্দিছে। ততালিকে শিৱনাথে বুজি পায় যে সিটো কোঠাত কোনোবা মানুহ আছিল নিশ্চয়। সি ছোৱালী জনীৰ কান্ধ খনত জোকাৰি দি সোধে,—

কি হৈছে? কোৱা। কোৱা কি হৈছে। কোৱা।

তাই ফেঁকুৰি ফেঁকুৰি ঘৰটোলৈ আঙুলিয়াই দি কয় ...টি।

শিৱনাথে আকৌ সোধে, —আৰু কোন?

আকৌ তেনেকৈয়ে ফেঁকুৰি ফেঁকুৰি তাই অন্যফালে মুখ ঘূৰাই কয়,— দেউতা— সৌপিনে।

শিৱনাথে বুজি পায় যে দেউতাক ক'ৰবাত জুই নুমাবলৈ গৈছে আৰু ঘৰত আছিল সিহঁত দুয়োটা— ভাই ভনী।

শিৱনাথে ঘৰটোলৈ চায়। জুই লগাই দিয়া ফালৰ কোঠাটোত জুই গৈ মুধচ পাইছে গৈ। আৰু দুমিনিটৰ ভিতৰত সমগ্ৰ ঘৰটো জ্বলি উঠিব; তাৰ পাছত টিনৰ ঘৰটো। সি এক মুহূৰ্ত্তও আৰু পলম নকৰে। ঘৰৰ ভিতৰলৈ সোমাই যায়।

প্ৰথমতে সি একো দেখা নাপায়। অসম্ভৱ পোহৰে তাৰ চকুত চাট্ মাৰি ধৰে। তাৰ চকুহাল যেন অন্ধ হৈ যায়। আৰু তাৰ ধাৰণা হয়, উশাহ লব নোৱাৰি এই মাত্ৰকে সি মৰি যাব। ধোঁৱাবোৰ, প্ৰচণ্ড উত্তাপ বোৰ তাৰ পেটৰ ভিতৰলৈ সোমাই গৈ তাৰ নিশ্বাস বন্ধ কৰি পেলায়। সি নিশ্চয় মৰিব, সি ভাবে। ছোৱালীজনীৰ অকণমান ভায়েকটো আৰু শিৱনাথ,— সিহঁত দুয়ো তাতে পুৰি ভস্ম হৈ যাব। আৰু বেছি সময় নাই,— সি মূৰ্চ্ছিত হৈ পৰিব, কাৰণ সি চকুৰে একো নমনে।

তাৰ পাছত সি মনলৈ বল আনে। জোৰ কৰি চকু দুটা মেলি তললৈ চায়। আৰু ততালিকে দেখে তাৰ ভৰিৰ ওচৰতে মাটিতে এখন বিছনা। তাতে শুই আছে অকণমাণ ল'ৰা এটা। সি ল'ৰাটো বুকুত তুলি লয়। জুইয়ে কোঠাটো আগুৰি পেলাইছে। কিন্তু আৰু সি ভ্ৰূক্ষেপ নকৰে। তাৰ কপালত জুইৰ শিখা লাগে, সি গম পায়। হয়তো কিছুমান চুলি পুৰি যায়। তথাপি সি বাহিৰলৈ আহে। ঠিক বাহিৰ ওলাবৰ সময়ত সি গম পায় যে পাছৰ ফালে কাপোৰত জুই লাগিছে। কিন্তু তাক বতাহ লাগে। জুইয়ে লাগক বা যিয়েই নহওক সি প্ৰথমে উশাহ লব। উশাহ লব নোৱাৰিলে সি মৰিব। তথাপি তাৰ ধাৰণা হয়, আৰু মাত্ৰ দুখোজ, তাৰ পাছত সি মূৰ্চ্ছিত হৈ পৰিব। অথচ সি বাগৰি নপৰিল। লৰাটোক বুকুৰ মাজত লৈ সি গৈ ছোৱালী

জনীৰ ওচৰ পালে, আৰু তাইক হাতত ধৰি প্ৰায় চোঁচৰাই দূৰলৈ লৈ যাবলৈ ধৰিলে। আৰু অলপ পাছতে টিনৰ ঘৰটোতো লাগিব জুই। লৰাটোৰ ফালে সি চালে তাৰ অকণো খতি খুন হোৱা নাই। মাত্ৰ সাৰ পাই উঠি চকুদুটা ডাঙৰ কৈ মেলি চাৰিও ফালে চাবলৈ বিচাৰিছে। আৰু তাৰ ভয় নাই, দুখ নাই। ছোৱালীজনী সুস্থ হৈ আছে, লৰাটো জী আছে। সিহঁত দুয়োকে ক'ৰবাত এৰিব পাৰিলেই আৰু তাৰ ৰক্ষা । অৱশ্যে বেছি পৰ সি ৰব নালাগিল। কেই গৰাকী মান মাইকী মানুহ লৰি আহিল। সিহঁতে লৰাটো আৰু ছোৱালীজনীক কাঢ়ি লৈ নিজৰ ভিতৰতে আবদ্ধ হৈ থাকিল; কোনেও শিৱনাথৰ ফালে মনোযোগ নিদিলে। সেই ছেগতে সি তাৰ পৰা আঁতৰি পৰিল।

ৰৰনগৰৰ চাৰিও ফালে জুই জ্বলি উঠিছে। আৰু ইমান উজ্জ্বল পোহৰৰ মাজতো শিৱনাথ যেন অন্ধ হৈ গৈছে। সি অদম্য মনৰ বলত ক্ৰমশঃ আগুৱাই গৈ থাকে; কিন্তু ক'লৈ গৈছে সি ধৰিব নোৱাৰে; যেন ৰাতিৰ এন্ধাৰ ভীষণ গাঢ় হৈ উঠিছে, সি ক'তো একো দেখা নাপায়। আৰু এঠাইতে সি বোধহয় ঘূৰি আছে; এখোজ আগবাঢ়িলে দুখোজ পিছুৱাই আহিছে। তাৰ ধাৰণা হয় যেন সি হাইস্কুলৰ ওচৰতে। কাৰণ তাৰ গাত যেন অসম্ভৱ উত্তাপ লাগি আছে। সেয়া জানো তাৰ নিজৰ গাৰেই তাপ! অথচ বাহিৰত বতাহবোৰ চেঁচা। একোবাৰ চেঁচা বতাহ লাগি তাৰ গাটো কঁপি কঁপি উঠে।

কিন্তু আৰু সি যাব নোৱাৰে। সি বোধহয় নৈ এখনেৰে উজাই যাব ধৰিছে। পানীৰ সোঁতে তাক আগুৱাই যাবলৈ নিদিয়ে। ভৰি এখন ডাঙি খোজ দিব খুজিলেই ভৰিখন সোঁতে পাছলৈ লৈ যায়। জোৰ কৰি আকৌ সি আগলৈ আনি খোপনি পোতে।

তাৰ পাছত তাৰ টোপনি লাগে! থিয় হৈ থকা অৱস্থাতে তাৰ চকু মুদ্ খাই যায়। আৰু টোপনিতে সি অজ্ঞান হৈ যায়। এইবাৰ বোধহয় সি বাগৰি পৰিব। শুই পৰিব। সি যেন সপোন দেখে। সপোনতে কোনোবাই তাৰ হাতখন কান্ধত তুলি লৈ তাক জোৰ কৰি যেন থিয় কৰাই দিয়ে, আৰু যেন তাক কঢ়িয়াই লৈ যায়। আৰু যেন কৈ থাকে—

তুমি পৰি নাযাবা। চকুমেলি চোৱা। আৰু লাহে লাহে মোৰ কান্ধত ভৰ দি গৈ থাকা। তুমি পৰি গলে মই তোমাক তুলি লব নোৱাৰিম। তুমি জোৰ কৰি সচেতন হৈ থাকা। অলপ দূৰ মাত্ৰ। তুমি পৰি নাযাবা, শিৱ! শিৱ। শুনা শিৱ।

# সাত

শিৱনাথে সাৰ পাই চকু মেলিয়ে দেখে যে উমাই তাৰ ওচৰতে বহি কিবা চিলাই কৰি আছে। সি অকণমান কাটি হবলৈ খোঁজোতেই— উমা উঠি আহি তাৰ ওচৰতে বিছনা খনতে বহে, আৰু কয়,—

আৰু অকণমান শুবা? আৰু দুঘণ্টা শুৱা হলে ভাল আছিল। অকণমান গাখীৰ খাই লৈ আকৌ শুই থাকা। উঠাৰ সময় হলে মই জগাই দিম।

গাখীৰ কণ খাই শিৱনাথে সোধে,—

উঠাৰ সময় কেতিয়া?

সাত বজাত, —উমাই কয়।

আৰু এঘণ্টা পাছতেই তোমাৰ বন্ধুবৰ্গ আহি ওলাবহি। তেওঁলোক আহি পোৱাৰ সময়তো তুমি শুইয়ে থাকিবা, এয়ে নিৰ্দ্দেশ। কেবল সেয়ে নহয়, আহি পাইয়ে তেওঁলোকে তোমাক জগাই নিদিয়ে। এঘণ্টা চুপে চাপে বাট চাব। তাৰ পাছত মই তোমাক জগাই দিম।

এতিয়া তাৰমানে পাঁচ বাজিছে নহয় জানো? যদি সেয়ে হয়, কালি ৰাতি এক বজাৰ পৰা মই শুইয়ে আছোঁ। আৰু তুমি ৰাতি এক বজাৰ পৰা উজাগৰে বহি আছা।

তোমাৰ ঘড়িত এতিয়া পাঁচ বাজিছে। ঘড়িটো চলি আছে। মই ৰাতিপুৱা আঠবজাত চাবি দিছোঁ। আৰু মোৰ কথা যে সুধিছিলা, মই তেনেই উজাগৰে থকা নাই। মাজে মাজে শুইছোঁ। মুঠতে তিনিঘণ্টা অন্ততঃ শুইছোঁ। কিন্তু তুমি কথা পাতি থাকিবা নে শুবা?

কালি সন্ধিয়া তোমাক যেতিয়া লগ পাওঁ, তুমি মোক 'আপুনি' বুলিছিলা। আজি দেখিছোঁ মোক 'তুমি' বুলিবলৈ অকণো কষ্ট নালাগে। দ্বিতীয় কথা, তুমি নো মোক পালা ক'ত? এতিয়া আমি আছোঁ ক'ত?

উমাই শিৱনাথৰ ওচৰৰ পৰা উঠি যায়। বেৰখনত আঁউজি তাৰ মুখৰ ফালে চাই উমাই কয়,—

আমি এতিয়া যি ঠাইত আছোঁ, তাৰ নাম মই নাজানোঁ। এইখিনি ঠাই বৰনগৰৰ থানাৰ পৰা দেড় মাইল আৰু হাইস্কুলৰ পৰা এমাইল। মানে, তিমানেই হব। আৰু ৰূপা ককাই মোৰ লগত নথকা হলে তোমাক মই বিচাৰি নাপালোঁহেঁতেন, সিও ঠিক। কিন্তু পালোঁ যে সেয়ে ভাগ্যৰ কথা। এতিয়া দয়াকৰি চকুদুটা অলপ মুদিবা জানো?

এটা কথাৰ উত্তৰ বাকী থাকিল— শিৱনাথে কয়।

উমাই এখন্তেক শিৱনাথৰ ফালে স্থিৰ দৃষ্টিৰে চায়। শিৱনাথৰ ধাৰণা হয় যেন তাই ভালেখিনিপৰ তালৈ চাই থাকে। তাৰ পাছত তাই মুখ ঘূৰাই লৈ তাৰ ফালে নোচোৱাকৈ কৈ যায়,—

প্ৰথমবাৰ তোমাক যেতিয়া তুমি বুলিলোঁ, নাম কাঢ়ি শিৱ বুলি মাতিলোঁ, তেতিয়া তোমাৰ দুঃসময়। এবাৰ মই ভাবিছিলোঁ যে তুমি হয়তো আৰু ভাল হৈ নুঠিবা, হয়তো তোমাক আৰু ঘূৰাই নাপাম। হঠাৎ মুখৰ পৰা 'তুমি' ওলাই গ'ল। কিন্তু হঠাৎ ওলোৱাৰো এটা যুক্তি থাকে। নহলে তুমি নোলাই তই বা আপুনি নোলাল কেলৈ? বোধহয় এইবাবে যে, মনে মনে মই তোমাক তুমিয়ে বুলি আছিলোঁ তোমাক দেখাৰে পৰা।

হঠাৎ তাই আকৌ মুখ ঘূৰাই শিৱনাথৰ ফালে চাই চিঞৰি খঙেৰে কবলৈ আৰম্ভ কৰে। খঙত তাইৰ লাহে লাহে গাল দুখন ৰঙা পৰি আহিবলৈ ধৰে।

আৰু তুমি কিয় মোৰ মাক মা বুলিবলৈ গৈছিলা? বাটত যাওঁতে মই জানো তোমাক শিকাই দিছিলোঁ যে আমাৰ ঘৰ গৈ পোৱাৰপাছত মোৰ মাক তুমি মা বুলি মাতিবা? নে ৰনজনে তোমাক শিকাই দিছিল এই কথা? মোৰ মাক মা বুলি মাতিবলৈ অকণো তোমাৰ সঙ্কোচ নালাগে। কিন্তু আহিবৰ সময়ত মোক 'আহোঁ' বুলি কবলৈকেও মনত নপৰে। অথচ তুমি অহঙ্কাৰী নোহোৱা। তুমি মোক উপেক্ষা কৰি আহিছিলা। এতিয়াও তুমি মোৰ বিষয়ে সম্পূৰ্ণ উদাসীন। কি বুলি মাতিব লাগিছিল মই তোমাক? জুইয়ে তোমাক আগুৰি পেলাইছিল। মই যেতিয়া গৈ পাওঁ তেতিয়াও তোমাৰ পেণ্টটোত জুই লাগি আছে। তোমাৰ মূৰৰ চুলি আধামান পুৰি গৈছে। তোমাৰ ভৰিদুখন প্ৰায় দেই গৈছে। তুমি যে কেনেকৈ থিয় হৈ আছিলা মই ভাবিবকে নোৱাৰোঁ। ভাগ্য ভাল যে তোমাৰ বুকুত জুই লগা নাছিল। মোৰ আতংক হৈছিল যেন তোমাক আৰু মই নাপাম শিৱ। মোৰ বুকুৰ ভিতৰখনে আৰ্ত্তনাদ কৰি উঠিছিল। একমুহূৰ্ত্তৰ বাবে মোৰ ধাৰণা হৈছিল যেন মই নিজেও তাতেই পৰি যাম। কিন্তু ততালিকে মই সংযত হৈ লৈছিলোঁ। মোৰ বুকু ফাটি ওলাই আহিছিল 'তুমি'। সেইবাবে মই ভণ্ডামি কৰাৰ চেষ্টা কৰা নাই। এয়ে যদি মোৰ অন্তৰৰ মাত, তেনে তুমি 'তুমি' হৈয়ে থাকা সদাশিৱ।

উমাই কান্দে। টোপনিত কাতৰ তাইৰ দুই চকুৰেদি বৈ আহে চকুলো। জোৰ কৰি বন্ধ কৰি থব খোজা উচুপনিত তাইৰ শৰীৰটো কঁপি উঠে।

শিৱনাথে একান্ত মনে এখন্তেক তাইৰ ফালে চায়। এৰা, তাই ক্ষীণ। তাইৰ ক্ষীণ শৰীৰটোত কিবা এটা উদ্বেগ আৰু অনুভূতিয়ে ঢৌ খেলি যায়। যেন তাইৰ আবেগ সেই এধানিমান শৰীৰটোৰে ভিতৰত ৰাখিবলৈ অপাৰগ।

শিৱনাথে মাতে, —উমা। —পাৰ্ব্বতী!

তাই একো নামাতে।

সি আকৌ মাতে, —অকণমান মোৰ ওচৰলৈ আহিবা পাৰ্ব্বতী। ঠিক তেনেকৈয়ে আহিবা। চকুৰ পানীবোৰ মচি নেপেলাবা। তেনেকৈয়ে আহা।

উমাই গৈ তাৰ ওচৰতে বিছনাখনতে বহে। শিৱনাথে তাৰ হাতেৰে তাইৰ দুগালৰ চকুলোবোৰ মচি দিয়ে। তাৰ পাছত কয়,—

অধিকাৰ, —অধিকাৰেই। নহয় জানো উমা? তাৰ আকৌ সৰু বৰ কি আছে! সৰু অধিকাৰো অধিকাৰ, ডাঙৰ অধিকাৰো অধিকাৰ। মোৰ ওচৰত তোমাৰ অধিকাৰ, —তুমি মোক 'তুমি' বোলাটোৱেই, মোক শিৱ বোলাটোৱেই। অৱশ্যে মোৰ নামটো শিৱনাথ, শিৱ নহয়। যি নহওক, মই অধিকাৰৰ কথা কৈছিলোঁ। তোমাৰ অধিকাৰ, মোক তুমি বোলোতেই শেষ। সেয়া তেনেই অকণমান অধিকাৰ, কোনো মানে নোহোৱা, মূল্য নোহোৱা অধিকাৰ। সেই বাবে মইও মোৰ অধিকাৰ প্ৰতিপন্ন কৰিলোঁ; তোমাৰ চকুলো মচি দিলোঁ। মোৰো সেয়ে সীমা।

সি অকণমান ৰয়। তাৰ যেন ভাগৰ লাগে। এক মুহূৰ্ত্তৰ পাছত আকৌ সি কয়;—

তোমাৰ মা মোৰো মা। এনেকুৱা যে আচৰিত পৃথিবীখন। আকৌ তুমিয়ে কোৱা তোমাৰ ভয় হৈছিল যে তুমি মোক হয়তো হেৰুৱাবা। যেন মই তোমাৰ। মই হেৰাই যাওঁ বুলি তোমাৰ বুকু ফাটি আহে কান্দোন। তথাপি তুমি জানা, এয়া মোৰ মৃত্যুৰ পথ। তুমি যদি দুখ পোৱা নকওঁ বাৰু। কিন্তু ইয়াত লুকাবলৈ নাইবা আত্মপ্ৰতাৰণা কৰিবলৈ কোনো অৱকাশ নাই। তথাপি আজিৰ আবেলিটো আবেলি হৈ থাকিব আমাৰ জীৱনত। এই ক্ষণবোৰ, মুহূৰ্ত্তবোৰ, ক্ষণিকৰ কথাবোৰ, —অনুভূতিবোৰ, আনন্দবোৰ—, —সেইবোৰতো বৈ গ'ল পাৰ্ব্বতী। তথাপি, তোমাৰ বাবে মোৰ বেয়া লাগে।

কিয়? মই জীৱনত দুখ পাম বুলি? —উমাই কয়, কি জানো! কিন্তু ৰ'বা, তোমাৰতো আৰু শোৱা নহ'ল। শুবা? টোপনি যাবা জানো আৰু?

আৰু মোৰ টোপনিৰ দৰ্কাৰ নাই। —শিৱনাথে কয়।

মই জানো আৰু তুমি শুব নোৱাৰা। —উমাই ধীৰে ধীৰে কয়। মই বোধ হয় অন্যায় কৰিছোঁ। প্ৰতিটো মুহূৰ্ত্ত তোমাৰ বাবে মূল্যবান। সেইবাবে অকণমান সময় আৰু শুই লব পাৰিলে তোমাৰ বাবে ভাল হ'লহেঁতেন। যি নহওক শোৱা আৰু তোমাৰ নহব। এইকণ দয়া তুমি মোক কৰা। আৰু মাত্ৰ পঁচিশ মিনিট আছে। ইয়াৰ পাছত আটাইবোৰ আহি পাব। এই কণ সময় তুমি অকলে মোৰ। মই দুখ পাম বুলি তুমি ভয় কৰিছিলা। তুমি দুখ নোপোৱাতো? হঠাতে যে আহি মই তোমাৰ মৰমৰ অধিকাৰী হৈ পৰিলোঁ, তুমি ব্যাকুল হৈ নুঠিবা তো? তুমি যেন দুখ নোপোৱা, মোৰ বাবে ব্যাকুল হৈ নুঠা। তথাপি তুমিয়ে যেন মোক সমস্ত জীৱন ধৰি মৰম কৰা।

পাৰ্ব্বতী! আৰু তুমি কথা নকবা পাৰ্ব্বতী। —শিৱনাথে চিঞৰি উঠে। মোৰ পেন্টটো যদি চিলাই কৰি এ'তালা তেনে মোক দিয়া পেন্টটো।

তাৰ পাছত সি উঠি বহিবলৈ চেষ্টা কৰে। তাৰ দুয়োখন উৰুতে বেণ্ডেজ। উৰু দুয়োখনতে বোধ হয় ঘলা ফুটিছে।

থিয় হব পাৰিবা? —উমাই সোধে।

অলপ অলপ জ্বলে। কিন্তু মই থিয় হব পাৰিম।

তেনে তুমি উঠিব নালাগে। শুই থাকা। মই মনতে কিবা নানা কথাবোৰ ভাবি থাকিম আৰু তোমাৰ ওচৰতে বহি থাকিম। ভাবি থাকিম যে ডাঙৰ ডাঙৰ নেতাবোৰৰো কিমান ভুল হয়। অন্যান্য নানাঠাইত নানা সন্ত্ৰাসৰ সৃষ্টি কৰিলে পুলিছে উজানঘাটৰ কথা পাহৰিব। পাহৰি যাব উজানঘাটৰ অপমানৰ কথা। আৰু যদি পাহৰি যায় তেনে উজানঘাটৰ উমা বোলা

ছোৱালীজনী নিৰাপদে থাকিল, তাইৰ আৰু কোনো বিপদ নহ'ল। কিন্তু পুলিছে কথাবোৰ বহীত লিখি ৰাখে। পাহৰিব কি কাৰনে? তথাপি, এই কথাও প্ৰমাণ হ'ল যে ডাঙৰ ডাঙৰ নেতাবো সাধাৰণ ভাব অনুভূতি থাকে। বৰঞ্চ সেই ভাব অনুভূতি কিবা অদ্ভুত ৰকমৰ। নহলে মোৰ দৰে খীণ ছোৱালী এজনীক অন্য যেই সেই মানুহে মৰম কৰিবলৈ নিবিচাৰে। দেখামাত্ৰকে কবলৈ নিবিচাৰে, উমা, ইমান যে ধুনীয়া তুমি, এনে ধুনীয়া তোমাৰ চকুদুটা।

তুমি যে ইমান মিছা কথাবোৰ কৈ থাকিব পাৰা পাৰ্ব্বতী। তোমাক বাৰু মই কেতিয়া কৈছিলোঁ যে তোমাৰ চকুদুটা অপৰূপ?

মুখেৰে কোৱা নাছিলা। কিন্তু তুমি ইমান থৰ লাগি চাই আছিলা মোৰ চকুলৈ, যে মই তাকে নাভাবি আৰু কি ভাবিম! নিজৰ মনতে তুমি জানো তেনেকৈ কোৱা নাছিলা?

আৰু কৈ থাকা মোৰ মনৰ কথাবোৰ। —শিৱনাথে কয়।

নালাগে, — উমাই কয়, তুমি বৰঞ্চ কৈ থাকা মোৰ মনৰ কথাবোৰ।

তাই এবাৰ শিৱনাথৰ কপালত হাতখন দিয়ে, আৰু কয়,—

তোমাৰ কিন্তু জ্বৰ উঠিছে অলপ। জ্বৰো উঠিছে, গাটোও পুৰিছে। জুইয়ে পোৰা মানুহৰ নানাৰকমৰ উপসৰ্গ হয়। তোমাৰ একো নহয়। কাৰণ তুমি অসাধাৰণ। আৰু জ্বৰ গাত থকা সত্ত্বেও তুমি জ্বৰৰ কথা পাহৰি মোৰ কথা ভাবি আছা! আনকি মোৰ হাতখনৰ কথাও ভাবিছা। ভাবিছা যেন মই মোৰ হাতখন তোমাৰ কপালৰ পৰা আঁতৰাই নিনিও। যেন মই তোমাৰ ওচৰতে বহি থাকোঁ, তোমাক এৰি থৈ মই যেন ক'লৈকো নাযাওঁ। আৰু তোমাৰ ইচ্ছা হৈছে যেন তুমি তোমাৰ দুয়োখন হাতেৰে মোৰ গালমুখ পিহি দিবা। আৰু তোমাৰ—

শিৱনাথে তাইৰ হাতখনত ধৰি কয়,

আৰু নালাগে পাৰ্ব্বতী। সঁচাকৈয়ে তুমি বোধ হয় কিবা উপায়ে মোৰ মনৰ ভিতৰত সোমাই পৰিছা।

উমাই তাইৰ হাতখন শিৱনাথৰ মুখৰ ওপৰত থৈ দিয়ে। মুখখনত তেনেকৈ ধৰি থাকি তাই আকৌ কবলৈ ধৰে। শিৱনাথে তাৰ হাতখনেৰে তাইৰ গালমুখ চকু পিহি দিয়ে।

তুমি ভাবিছা, —উমাজনী মোৰ। উমাজনী মোৰ বাবেই, মই তাইক মোৰেই ভাল লগা নামেৰে মাতোঁ। উমাৰ পৰিবৰ্ত্তে মাতোঁ পাৰ্ব্বতী বুলি। তুমি ভাবিছা, —'মোৰ পৃথিৱীত দেহৰ কোনো মূল্য নাই। দেহটোৰ ক'ত যে পতন হয় তাৰ কোনো ঠিক নাই। সেই বাবেই মোৰ পাৰ্ব্বতীৰ অকণমান দেহটোৰ ভিতৰতেই পাম মই বিস্তৃত এখন হিয়া — অগণন অনুভূতি। কঁপনি উঠা শৰীৰ এটা মই নাপাওঁ, মাত্ৰ স্তব্ধ কঁপনিৰ তৰঙ্গবোৰ পাম।' তুমি ভাবিছা বঞ্চিত হৈয়ো তুমি কিমান পুৰস্কৃত।

তাই তাৰ ওচৰৰ পৰা উঠি আহে। বেৰখনত আঁউজি মুখখন ঢাকি ধৰি কান্দে। অৰ পাছত আচম্বিতে শিৱনাথৰ ওচৰলৈ আহি, তাৰ বুকুৰ ওপৰতে মূৰটো থৈ কান্দি কান্দি তাই কয়,—

তুমি জানা শিৱ, মই অহঙ্কাৰ কৰা নাই। এয়া মোৰ অহঙ্কাৰৰ কথা নহয়। আত্মসমৰ্পণৰ কথা। মোক তুমি পাৰ্ব্বতী বুলি মাতি ভালপোৱা। পাৰ্ব্বতীয়ে সেই কালত তাকেই কৰিছিল মহাদেৱক পাবৰ কাৰণে। আজি আমাৰ অতি দুঃসময়। এই দুঃসময়ৰ মাজতো মই তোমাৰ ওচৰত আত্মসমৰ্পণ কৰি গলোঁ।

খন্তেক পাছতে উমা উঠি আহে। চকুৰ পানীবোৰ কাপোৰেৰে মচে আৰু কয়,—

এয়া তোমাৰ পেণ্ট, পিন্ধিবা। সেয়া তোমাৰ কটি আৰু গাখীৰ। উঠি, তুমি সেইখিনি খাবা। মই তোমাৰ বন্ধুসকলক আগবঢ়াই আনো। আজি তুমি য'লৈকে যোৱা মোকো লৈ যাবা, তাতেই যদি মই মৰি যাওঁ, দুখ নকৰিবা। মই মৰি যোৱাই ভাল। নহলে তোমাৰতো মই মহাভাৰ এটা হমেই, তাতোকৈ মই নিজকে চম্ভালিব নোৱাৰিম। তোমাক ভালপোৱা মানে ইমান কষ্ট, মই ভাবিবই পৰা নাছিলোঁ।

তাই ওলাই যায়। বাহিৰত অতি মৃদু ভাবে বতাহ বৈ আছে। আকাশৰ তৰাবোৰ অকণ অকণকৈ জিলিকিছে। ওখ শকত গছ বোৰৰ তলত ছাঁবোৰ গাঢ় হৈ অন্ধকাৰ হৈ আহিছে। চৰাইৰ কিৰিলিবোৰ প্ৰায় বন্ধ হৈ গৈছে। ক'ৰবাত হঠাৎ দামুৰিয়ে হেম্বেলিয়াইছে। আৰু বতাহত মাজে মাজে উটি আহিছে এটা তপত ভাঁপ। সেইখিনি বতাহ বোধ হয় যোৰাবাতিং পুৰিযোৱা ঘৰ বিলাকৰ ওপৰেদি বাগৰি আহিছে। সেইবাবে তপত। তাইৰ নিজৰ নাকৰ পৰা ওলোৱা বতাহখিনি তপত। শিৱনাথৰ নাকৰ নিশ্বাস বোৰ তপত। তাইৰ নিজৰে চকুপানী মচা তাইৰ আচলৰ আগটো তপত। তাইৰ বুকুখন তপত।

তাই গণে। এজন, দুজন, তিনিজন, চাৰিজন। চাৰিজন মানুহ আহিছে। কাৰিকৰ, নিজাম, সমুদ্ৰ, অৰবিন্দ। উমাই সমুদ্ৰক চিনি পায়। বাকী কেইজনৰ নাম তাই শুনিছে। কিন্তু দেখিছে আজি প্ৰথম। আটাইকেইজনেই দেখিবলৈ কিছুপৰিমাণে ক্ৰুৰ, অৰবিন্দৰ বাহিৰে। অৰবিন্দৰ মুখখন দেখিলেই মোহ লাগে, মৰম কৰিবলৈ মন যায়। কাৰিকৰে প্ৰথমতে কথা কয়,—

সন্ধিয়াৰ আকাশত তৰাবোৰ এটাৰ পাছত এটাকৈ উঠা চাই থাকিবলৈ ভাল লাগে, নহয় জানো উমা? মোৰ হলে ভাল লাগে; মই কাৰিকৰ মানুহজো। মানে আৰ্টিষ্ট। তোৰো দেখিছোঁ ভাল লাগে। বাৰু কছোন উমা, মূৰ্ত্তি এটাৰ দীঘল যদি চাৰি ফুট হয়, হাত খনৰ দীঘল কিমান হব?

নিজামে অতিষ্ঠ ভাবে ঘৰটোৰ ওচৰলৈ আগ বাঢ়ে। কাৰিকৰে কয়,—

হেই নিজাম। তই মুছলমান বাবে মূৰ্ত্তিৰ কথা আলোচনা কৰিলেই তই পলাব লাগে নেকি অ'? ঘৰৰ ভিতৰত, এই এন্ধাৰত নো তই কি দেখিবি যে এনেকুৱা জুৰ বতাহ পেলাই থৈ ভিতৰলৈ যাব খোজ?

তাৰ পাছত উমাৰ কাণে ঘূৰি তেওঁ আকৌ কয়,—

নিজামৰ ব্যৱহাৰত তই দুখ নকৰিবি উমা, তাৰ ওপৰত খং কৰিও লাভ নাই।

উমাই খিক্ খিক্ কৈ হাঁহে। কাৰিকৰে হাঁহিলৈ কৰ্ণপাত নকৰি কৈ থাকে—

নিজামে নিজেও লাজ পোৱা উচিত। কিন্তু সি নিজে কয় যে তাৰ বাবে লাজৰ বোলে কোনো প্ৰশ্নই নুঠে। মাৰ খাওঁতে খাওঁতে বোধহয় এনেকুৱা হৈছে। কি কব নিজাম? কোৱা শুনিছোঁ যে পাঠশালা স্কুলত পঢ়োতে, পূৰা এমাহ সি নিতৌ বেতৰ কোব খাইছিল, হেড্ পণ্ডিতৰ মূৰত কুম্‌টি এৰি দিয়াৰ বাবে।

তেনেতে আটাইকেইজনে ঘৰটোৰ ফালে ঘূৰি চায়। শিৱনাথ ওলাই আহিছে। টাপলি দিয়া পেন্টটো তাৰ গাত। আগমূৰৰ চুলিখিনি পুৰি প্ৰায় শেষ হৈ গৈছে। চকুদুটা নিৰ্ভীক, ৰঙা। কাৰিকৰৰ কথা বন্ধ হৈ যায়। নিজামৰ কান্ধত হাতখন থৈ শিৱনাথে কয়,—

তই হবলা নিজাম? তেনে এটা উপদেশ তোক দিওঁ। আৰ্টিষ্টৰ লগ নালাগিবি। আৰ্টিষ্ট সকলে তৰাৰ কথা কব, মলয়াৰ কথা কব, জুৰিৰ কথা কব, পৃথিবীৰ শোভাৰ কথা কব। তোৰ মোৰ মানত সেই বৰ্ণনাৰ সৰহ খিনিয়ে মিছা, কিন্তু তেওঁৰ মানত সঁচা। কাৰণ তেওঁৰ ভিতৰত যি উদ্বেলতা, ব্যাকুলতা আৰু গভীৰতা থাকে, সিয়েই সহস্ৰ চকু হৈ বাহিৰলৈ ওলাই আহে। তেওঁৰ সমস্ত জীৱন-শক্তি, ভাবাবেগত তেওঁৰ জীৱনৰ পৰা বিচ্যুত হৈ আহে। তেওঁ সেইবাবে নিজকে বলিদান দি তেওঁৰ আৰ্টত পুনৰ্জন্ম গ্ৰহণ কৰে। সেই বাবে কৈছিলোঁ নিজাম, শিল্পীৰ লগ নালাগিবি। আত্মদান আমাৰ ব্ৰত নহয়।

শিৱনাথে প্ৰতিজনৰ ফালে আৰু এবাৰ চায় আৰু কয়,—

আহা ভিতৰলৈ।

আটাইকেইজন ঘৰৰ ভিতৰত সোমোৱা মাত্ৰকে শিৱনাথে সমুদ্ৰক কয়,—

সমুদ্ৰ! কালি মই ক'লৈ আহিছিলোঁ তই গৈ উমাক কিয় কৈ দিছিলি?

উমাই ঘপহকৈ মাত দিয়ে,—

সমুদ্ৰই মোক কোনো কথা কোৱা নাই।

শিৱনাথে তাইৰ ফালে নোচোৱাকৈ সমুদ্ৰকে আকৌ সোধে—

কথাষাৰ মই তোকহে সুধিছিলোঁ, সমুদ্ৰ।

সমুদ্ৰই একো নামাতে। তাৰ পাছত কাৰিকৰে কয়,

ৰূপা ককাইৰ পৰা কথা লুকাই ৰখাটো টান শিৱনাথ। উমাই জানো তোমাক কোৱা নাই যে ৰূপাককাই তাইক লৈ আহিছিল তেওঁৰ লগত'?

বাৰু কাৰিকৰ, শিৱনাথে কয়, —তোমাৰ কথাবোৰ কোৱা এতিয়া।

কাৰিকৰে আৰম্ভ কৰে,—

দোকমোকালিৰে পৰা আৰম্ভ কৰি আজিৰ দিনটো বেয়া বুলিবই পাৰি। আটাইখিনি অঞ্চলতে প্ৰায় এশজন সশস্ত্ৰ পুলিছ বিয়পি পৰিছে। তৰাবনতে বোধহয় ত্ৰিশজনৰ অধিক পুলিছ আছে। উজানঘাটৰ সেই পিনেদি আটাই কেইখন গাওঁতে আৰু ত্ৰিশজন ধৰিব পাৰি। আটাই কেইটা আলিতে পহৰা দিয়া আছে কুৰিজন। আৰু কুৰিজন ওচৰৰ গাওঁ কেইখনত। কাউৰিয়ে কা কৰাৰ লগে লগে পুলিছো উপস্থিত হৈছে গৈ। পাছৰখিনি অনুমান কৰিব পাৰি। মানুহে মাৰ খাইছে। মাৰতো খাবই। কিন্তু অকল তৰাবনতে তিনিজনৰ জখম গুৰুতৰ। তাৰ ভিতৰত এগৰাকী মাইকী মানুহ। আটাইবিলাক গাওঁৰে পৰা মানুহবোৰক বান্ধি থানালৈ আনি, দুষ্টামান সিহঁতক কোবাই আকৌ এৰি দিছে। অন্ততঃ তিনিশ মানুহক তেনেকৈ বান্ধি আনিছিল। কোব খোৱাৰ পাছত সিহঁতৰ মাজৰ অন্ততঃ পঞ্চাশজন এতিয়াও ৰাস্তাত আছে। ঘৰ পাবগৈ পৰা নাই। কিন্তু ভয়ৰ কোনো কাৰণ নাই। এখোজ দুখোজ কৈ, বাটত বৈ বৈ সিহঁতে কথমপি ঘৰ পাব পাৰিব। আজি গোটেই ৰাতিটো গৈ থাকিলে ঘৰ নোপোৱাকৈ থাকিব ক'ত'?

ঘৰ পাই তেওঁলোকে কি খাবগৈ'? —অৰবিন্দই কয়।

তাকেই তো মই কম বুলি ভাবিছিলোঁ অৰবিন্দ। ঘৰত খাবলৈ একো নাই। ধান চাউল যি আছিল আটাইখিনি লৈ গৈছে, পুলিছ সকলে। পঠা ছাগলীবোৰো অৱশ্যে এৰা নাই। আনকি সিহঁতে মাইকী মানুহকো বাদ নিদিলে।

মানে? —শিৱনাথে উত্ৰাবল হৈ সোধে।

মানে, মাইকী মানুহকো মাৰধৰ কৰিলে। মাইকী মানুহকো বান্ধি থানালৈ আনিলে। যি ঘৰৰ বোৱাৰীয়ে চোতালৰ বাহিৰখন দেখা নাছিল, সেই বোৱাৰীকো বাদ নিদিলে। বুঢ়া বুঢ়ী লৰাছোৱালী কাকো মৰম কৰা নাই। আৰু—

হঠাৎ কাৰিকৰে উমাৰ ফালে চাই কথা বন্ধ কৰিলে। উমাৰ মুখত আবেগৰ কোনো চিন নাই। তেওঁ আকৌ কব ধৰিলে,—

উমাৰ মা আৰু ৰনজন্ দুয়ো থানালৈ আহিছিল। অৱশ্যে দুয়ো ঘুৰি গৈছে। এতিয়া মানে দুয়ো ঘৰ পাইছেগৈ নিশ্চয়।

উমাই মুখখন ঘূৰাই খুটা এটাত জোৰকৈ ধৰি থাকে। মুখেৰে টু শব্দও তাই নকৰে। শিৱনাথে এবাৰ তাইৰ ফালে চায় আৰু মূৰ তল কৰে। সমুদ্ৰই কয়,—

তই কালি উজানঘাটত ওলাইছিলিহি! সিদিনাখনেই পুলিছক পাইছিলি। গতিকে তই উজানঘাটলৈ আহি উমাৰ ঘৰলৈ যোৱা কাৰণেই পুলিছ উজানঘাটলৈ গ'ল, সেই বুলি দুখ কৰাৰ কোনো হেতু নাই। গ'লহেঁতেন নিশ্চয়, তই তালৈ নাহিলেও। আজি নহলে কাইলৈ। তই পদাৰ্পণ কৰাৰ বাবে যেনিবা আজিয়ে গ'ল।

অৰবিন্দই হঠাৎ উত্তেজিত ভাবে কবলৈ ধৰে। নিজামে বহি থাকিব নোৱাৰি কেতিয়াবাতেই উঠি গৈ ঘৰটোৰ ভিতৰতে ইফাল সিফাল কৰিবলৈ আৰম্ভ কৰে। অৰবিন্দই কয়,—

বন্দুক কেইটামান আছে বুলিয়েই সিহঁতৰ ইমান সাহ। সিহঁত ইমান পশু যে ঘৰৰ ছোৱালী বোৱাৰীকো সিহঁতে সম্ভ্ৰম নকৰে। পশুতকৈও সিহঁত অধম। নহলে সিহঁতে নাৰায়ণৰ ভনীজনীক—

অৰবিন্দ! —কাৰিকৰে প্ৰায় চিএৰি উঠে। তাৰপাছতেই তেওঁ উমাৰ ফালে চায়। তাই তেনেকৈয়ে নিশ্চল হৈ থিয় দি থাকে। মুখখন তাইৰ শেঁতা পৰি যায়। শিৱনাথে এবাৰ এখন্তেক উমাৰ মুখলৈ চায়, তাৰ পাছত অৰবিন্দক সোধে।

নাৰায়ণৰ ভনীজনীৰ কি হ'ল অৰবিন্দ? সোনকালে ক। আমাৰ বেছি সময় নাই। ইয়াৰ ভিতৰতে তহঁতে কিবা খাবও লাগিব।

উত্তৰ দিয়ে কাৰিকৰে,—

নাৰায়ণৰ ভনীয়েক জনীৰ বিয়া হৈছিল।

তাৰ পাছত? শিৱনাথে সোধে।

তাইৰ আৰু দুমাহ পাছত প্ৰসবৰ সময় আছিল। পুলিছে সেইবোৰ আৰু কি হিচাব কৰি চাব? মাৰিছে তো মাৰিছেই। বিয়া দিয়া বোৱাৰী বুলি তাইক বাদ দিব কেলৈ? পুলিছে তাৰ পৰা ঘূৰি অহাৰ এঘণ্টাৰ পাছত তাইৰ প্ৰসব হ'ল। মৰা সন্তান এটা।

কাৰিকৰে একমুহূৰ্ত্ত নীৰৱে থাকে। উমাৰ মুখখন আৰু বেছি শেঁতা পৰে। কাৰিকৰে আকৌ কয়,—

অৰবিন্দ! তই উঠ। উমাক বহিবলৈ ঠাই অকণ দে। অকল সেই কাৰণেই সাবিত্ৰীক আজি এৰি আহিব পাৰিছোঁ শিৱনাথ। নাৰায়ণ হয়তো এতিয়াও থানাতে আছে। তাৰ ভনীয়েক জনীৰ অৱস্থা ভাল নহয়। কোনো ভয় নকৰাকৈ সাবিত্ৰীয়ে তাইক শুশ্ৰূষা কৰিব পাৰিব। তাইৰ বাহিৰেও কেবাজনকো সাবিত্ৰীয়ে আজি শুশ্ৰূষা কৰিব লাগিব যেন ধাৰণা হৈছে। উমাও বোধ কৰোঁ ঘৰলৈ যোৱাই উচিত আছিল।

অলপ সময় কোনেও নামাতে। ঘৰটো নিজম হয়। শিৱনাথে অলপ সময় ভাবে। তাৰ পাছত কয়,—

তহঁতে যদি খোৱাৰ বস্তু কিবা আনিছ, খাই ল। পাছলৈ বোধহয় অসুবিধা হব। খোৱাৰ পাছত অৰবিন্দই বোধকৰোঁ উমাক থৈ আহিবগৈ পাৰে।

উমাই ততালিকে কয়,—

মোৰ কাৰণে তুমি ভাবিব নালাগে শিৱ। মোৰ ব্যৱস্থা মযে কৰিম। আৰু তুমিও খাই লোৱা। কাৰণ তুমি কালিৰ পৰা একো খোৱা নাই। চাওঁ অৰবিন্দ, তোমালোকৰ লগত কি আছে।

কাৰিকৰৰ ফালে চাই শিৱনাথে সোধে,—

তোমাৰ লগত কিবা অস্ত্ৰশস্ত্ৰ জানো আছে কাৰিকৰ?

কি কামৰ কথা ভাবিছা?

দলংখন। ৰেলৰ দলংখন ইয়াৰ পৰা বেছি দুৰ নহয়। এটা চল্লিশত এখন গাড়ী অহাৰ কথা। এখন মিলিটাৰী স্পেচিয়েল। সেইখন গাড়ী পেলাই দিবলৈ এখন দলং ভঙ্গাৰ দৰ্কাৰ নাই, মই বুজোঁ। অন্য উপায়ে, অতি সহজেই ৰেলৰ লাইনটো নষ্ট কৰি থব পাৰি। কিন্তু কেৱল লাইন বেয়া হোৱাৰ বাবে গাড়ীখন পৰি গলে কেইটা চিপাহী মৰিব? অথচ যদি গাড়ীখন দলং ভাঙি পৰি যায়, তেনে মোৰ অনুমান মতে অন্ততঃ দেড়শ দুশ চিপাহী মৰিব। তাৰ উপৰি দলং ভাল নোহোৱা পৰ্য্যন্ত ৰেলেৰে শই শই চিপাহী আহিব নোৱাৰে। কিছু দিনৰ বাবে যাতে সৰহ মিলিটাৰী আহিব নোৱাৰে সেই ব্যৱস্থাৰো আৱশ্যক আছে।

ধৰা, অস্ত্ৰ আহিলা পাতি হলেই বাৰু, ৰবনগৰৰ ওচৰতে এইকাম কেনেকৈ কৰিবা? দলংখনত পহৰা দিয়া চিপাহী নিশ্চয় থাকিব। আৰু সেইখন ৰেছ ডাঙৰ দলং। গতিকে কেবাজনো পহৰা থাকিব। বিশেষকৈ যোৱা নিশাৰ ঘটনাৰ পাছত এই বিষয়ে কোনো সন্দেহেই থাকিব নোৱাৰে।

আহিলা পাতি যদি আছে, তেনে হ'ল। —শিৱনাথে কয়। পহৰা আজি যদি আছে কাইলৈও থাকিব পৰহিলৈও থাকিব। বৰঞ্চ আজি হে নথকাৰ সম্ভৱ। তাৰ মানে দলংখন তুমি তেনেকৈয়ে এৰিবা নেকি? তেনেহলে বহুত কথাই পৰিত্যাগ কৰিব লাগিব। মই ইয়াত আৰু মাত্ৰ তিনি দিন থাকিম। তোমালোকে যদি ইচ্ছা নকৰা, মোৰ জোৰ কৰিবলৈ একো নাই। নিজাম, তই কি কৱ?

সিহঁত আটাইকেইজনে কিবাকিবি অলপ খাই লয়। সিজোৱা কণী ৰুটি আৰু পানী, কেৱল শিৱনাথৰ বাবে অলপ গাখীৰ। শিৱনাথে আকৌ এবাৰ উমাক সোধে,—

তুমি এই ৰাতিখন অকলে কেনেকৈ যাবা?

মই অকলে নহওঁ —উমাই কয়। কিন্তু মই ইতিমধ্যে তোমাক কৈছোঁ, মোৰ কাৰণে চিন্তা কৰাৰ কোনো দৰ্কাৰ নাই। মই তেনেই কেঁচুৱা নহওঁ। তোমালোক ওলোৱা। আৰু এতিয়া ৰাতি বেছি হোৱাও নাই, মাত্ৰ সাড়ে সাতটা বাজিছে।

সিহঁত ওলায়। পাঁচজন মানুহ এজনী ছোৱালী। পাঁচজন মানুহ ওলাই যোৱাৰ পাছত, সিহঁতৰ পাছে পাছে উমা ওলাই যায়। তাইৰ মুখখন তেতিয়াও শেঁতা কিন্তু ধীৰ শান্ত। কোমৰত আচলখন টানকৈ মেৰিয়াই তাই সিহঁতৰ পাছে পাছে গৈ থাকে। শিৱনাথৰ ফালে তাই এবাৰ চায়। সি পোন হৈ নিৰ্ভীক ভাবে আগলৈ গৈ আছে। কাৰিকৰৰ মুখত কোনো উত্তেজনাৰ সঞ্চাৰ নাই। তেওঁ বিৰি এটা জ্বলাই লৈ ধীৰে ধীৰে গৈ আছে। যেন গাওঁৰ ভাওনা চাবলৈহে ওলাইছে। কান্ধৰ মোনাখন কোমৰৰ ওপৰত ওলমি থাকে। অৰবিন্দই অলপ খোৰায়। গুলিখোৱা ভৰিখন এতিয়াও তাৰ ভাল হৈ উঠা নাই। সি চাৰিওফালে চাই যায়। বাকীবিলাকৰ দৰে সি পোন হৈ আগলৈ নাযায়। ওপৰলৈ তললৈ, সোঁহাতে বাওঁহাতে চাৰিওফালে সি চায়। মাজে মাজে আকৌ পাছলৈ ঘূৰি উমালৈ চায়। সমুদ্ৰ আৰু নিজাম ওচৰা ওচৰিকৈ যায়। দুয়ো সন্তৰ্পণে দুয়োৰে মাজত কি কথা পাতে; আৰু আগুৱাই গৈ থাকে। সিহঁতে কাৰো পিনে ঘূৰি নাচায়। দুয়ো বেছ শক্তিশালী। সমুদ্ৰই মূৰৰ বগা কাপোৰৰ বেগেুজটো সোলোকাই পেলায়। ৰাতি বগা কাপোৰ বহুত দূৰৰ পৰা দেখা যায়।

উমাই ধীৰে ধীৰে আগুৱাই গৈ শিৱনাথৰ ওচৰ চাপে। তাইৰ যেন ভাগৰ লাগে। ভাগৰুৱা মাতেৰে তাই লাহে লাহে মাতে,—

শিৱ! শিৱ!

শিৱনাথে তাইৰ ফালে চাই হাঁহে,—

কি হ'ল পাৰ্ব্বতী? —এখন্তেক অপেক্ষা কৰি আকৌ, সি কয়—

কুমাৰসম্ভৱ পঢ়িছিলা? কালিদাসৰ কুমাৰসম্ভৱ?

নাই পঢ়া, —উমাই কয়। মানে, মূল কাব্যখন পঢ়া নাই, কিন্তু কুমাৰসম্ভৱৰ কাহিনী জানো। মই ওচৰতে আছোঁ বাবে তোমাৰ কাব্য কাহিনী মনত পৰিছে? মিছা হলেও কোৱাছোন, সঁচাকৈয়ে এই বাবেই তোমাৰ কাব্যলৈ মনত পৰিছে। অন্ততঃ মনটো মোৰ ভাল লাগিব যে মোক দেখিলে তোমাৰ ভাল লাগে। মিছাকৈ হলেও কোৱাছোন।

বাৰু উমা, এই কথা তোমাক জানো কোনোবাই কেতিয়াবা কৈছিল যে তুমি অতিপাত ধুনীয়া?

এইবাৰ তুমি মোক ধৰা। —উমাই কয়। নহলে মই পৰি যাম আৰু তোমাৰ বন্ধুবৰ্গই হাঁহিব যে উমাজনীয়ে খোজ কাঢ়ি যাওতে পৰি যায়। অথচ মোৰ বুকুখন এনেকুৱা লাগিছে যে মোৰ কি হৈছে মই কবই নোৱাৰোঁ। সঁচা কৈছোঁ শিৱ, তোমাৰ ভৰিত ধৰিছোঁ, কোৱাচোন তোমাৰ মনতো মই ধুনীয়া? সোনকালে কোৱা, নহলে সময় নাপাবা। ইমানদিনে কোনেও মোক এই কথা কোৱা নাই, বন্‌জনৰ বাহিৰে।

তথাপি তুমি ধুনীয়া। —শিৱনাথে কয়। তোমাক দেখিলে কুমাৰসম্ভৱৰ পাৰ্ব্বতীলৈ মনত পৰে। পাৰ্ব্বতী বিশ্বৰ ভিতৰত সবাতোকৈ সুন্দৰী। নাৰী সৌন্দৰ্য্যৰ প্ৰতীক পাৰ্ব্বতী। পাৰ্ব্বতী মূৰ্ত্তিমতী সৌন্দৰ্য্য। কালিদাসৰ বাহিৰে পৃথিৱীত আৰু কোনো কবিয়ে এনে অপৰূপ নাৰীসৌন্দৰ্য্যৰ কল্পনা কৰিব পৰা নাই। তোমাক দেখিলেই মোৰ মনলৈ আহে সেই পাৰ্ব্বতীৰ কল্পনা। ইমান ধুনীয়া তুমি!

আঁজি এনেকুৱা সময়ত, এন্ধাৰ ৰাতিৰ আকাশৰ তলত, তুমি নিশ্চয় মোক মিছাকথা কোৱা নাই শিৱ। তুমি মনে প্ৰাণে যি অনুভৱ কৰিছা তাকেই তুমি কৈছা, এই কথা মই মানি লৈছোঁ। অথচ মোৰ এই শৰীৰটোত কি যে তুমি ৰূপ দেখিছা, তুমিয়ে জানা। তুমি আকৌ খং নকৰিবা, কিন্তু এইমাত্ৰ মই তোমাৰ ভৰি চুই তোমাক সেৱা কৰিম। তেওঁলোকে ভাবিব মই উজুটি খাই প্ৰায় পৰি গৈছিলোঁ। তুমি খং নকৰিবা কিন্তু। তোমাৰ ভৰি চুৱাৰ পাছত আৰু মই নিশ্চিন্ত। জীৱনত আৰু মোৰ কোনো ক্ষোভ নাথাকে।

মুহূৰ্ত্ততে তাই মাটিত বহি পৰি শিৱনাথৰ দুয়োখন ভৰি চুই সেৱা কৰে। তাইৰ মূৰৰ চুলিবোৰ তাৰ দুয়োখন ভৰিৰ ওপৰতে পৰে। মুহূৰ্ত্তৰ ভিতৰতে তাই আকৌ উঠি তাৰ লগে লগে খোজ কাঢ়িবলৈ ধৰে।

উমা!—শিৱনাথে কয়। পাৰ্ব্বতী! আকৌ এবাৰ সি মাতে।

তুমি ভয় নকৰিবা।—উমাই কয়। মই মোৰ বুকুৰ মাজত, বুকুৰ উৰ্দ্ধ মই তোমাক জীয়াই ৰাখিম। মাত্ৰ এটা সুযোগ তুমি মোক দিবা, যেন এক মুহূৰ্ত্তৰ বাবে হলেও মোৰ চকুলোৰে তোমাৰ দুয়োখন ভৰি ধুৱাই দিব পাৰোঁ।

তাই শিৱনাথৰ ওচৰৰ পৰা লাহে লাহে আঁতৰি যায়। লাহে লাহে তাই অৰবিন্দৰ কাষলৈ আহে। হঠাৎ শিৱনাথে অকলে অকলে হাঁহে আৰু গান গাবলৈ ধৰে,—

বাবাৰ দেশেৰ কুকৰা
ক্যানে কান্দেন তোমৰা চন্দন বৃক্ষেৰ ডালেৰে
বাবাৰ দেশেৰ কুকৰা তুই
বিটুল বিদুৱা মুঁই ৰে
কিবা কথা কওৱে মোৰ আগে।

সিহঁত আটাইকেইজনে খিলখিলকৈ হাঁহিবলৈ আৰম্ভ কৰে। কাৰিকৰে চিঞৰি উমাক কয়,—

তয়ো গা উমা। আগলৈ যা, শিৱনাথৰ ওচৰলৈ। দুয়ো একেলগে গালে বেছ জমিব। যা উমা, আগলৈ যা।

তাই আগলৈ নগৈ অৰবিন্দৰ ওচৰে ওচৰে গৈ থাকে, আৰু তাৰ ফালে চাই চাই হাঁহে। নিজাম সমুদ্ৰ—দুয়ো একেলগে হাঁহে। সিহঁত আটায়ে হাঁহে। গছৰ তলৰ লুৰলুৰীয়া বাটেৰে হাবিৰ মাজেদি সিহঁত গৈ থাকে আৰু হাঁহে। অৰবিন্দই তাৰ ওচৰতে খোজত খোজ মিলাই গৈ থকা উমালৈ মাজে মাজে চায়। অৱশেষত সি সোধে,—

তোমাক 'তুমি' বলিলেও বোধ হয় নানাৰকমৰ কৈফিয়ৎ দিব লাগিব, নহয়, জানো?

উমাই তাৰ ফালে চাই মিচিকিয়াই হাঁহি কয়,—

'বুলিলেও' মানে? কাৰোবাক তুমি বুলি ইতিমধ্যে নানা কৈফিয়ৎ দিছিলা হব পায়? 'তুমি' নুবুলিনো আৰু মোক কি বুলিবা? মোক 'আপুনি' বোলা মানুহ মই পোৱাই নাই। তাৰ বাহিৰেও তুমি বুলি ভালপোৱা যেতিয়া, তুমিয়ে বুলিবা।

শিৱনাথৰ গান আকৌ ভাহি আহে—

গাবুৰ বয়সে ছইয আৰি
একেলা পালঙে থাকিবে
বালিশ ভেজে মোৰ দুই নয়নেৰ জলে।

# আঠ

হঠাৎ শিৱনাথৰ গান বন্ধ হৈ যায়। সি থমকি ৰয়। সিহঁতৰ আগত আৰু হ্যাবি নাই। সিহঁতে মুকলি ঠাই পায়হি। সিহঁতৰ সম্মুখত দুশগজ দূৰতে ৰেলৰ নাইনটো।

জোপোহাবিলাকৰ আঁৰালত সিহঁত আটাইকেইজনে বহে। শিৱনাথে কয়,—

সেয়া দূৰত দলংখন দেখিছা কাৰিকৰ?

কাৰিকৰে মূৰ দুপিয়ায়।

কিমান সময় লাগিব?—শিৱনাথে আকৌ সোধে।

দলংখনৰ স্তম্ভৰ দৰে খুটাবোৰ ভাঙিব লাগিলে,—আৰু লুকাই চুৰকৈ ভাঙিব লাগিলে, সাতদিন লাগিব। কিন্তু স্তম্ভবোৰ ভঙাৰ মই কোনো দৰ্কাৰ দেখা নাই, যদিহে আমাৰ উদ্দেশ্য মাত্ৰ ৰেলখন বগৰোৱা। তাৰ বাহিৰে, দলংখনৰ ওপৰত যদি ৰেলখন বাগৰে; তেনে এনেয়ে আটাইখন দলং ভাঙি চুৰমাৰ হৈ যাব। নহয় জানো শিৱনাথ?

উত্তৰলৈ বাট নাচাই কাৰিকৰে আকৌ কয়,—

যদি সেয়ে হয়, তেনে অতি বেছি চাৰিঘন্টা সময়। তিনি ঘন্টা অবিৰাম কাম কৰিব লাগিব, এঘন্টা বাদ। কাৰণ ইয়াৰ ভিতৰতে কিবা নহয় কিবা এখন ট্ৰেইন আহিব। এখন ট্ৰেইন যোৱালৈ বাটচোৱা মানে কমেও আধাঘন্টা। মই ধৰি লৈছোঁ, এটা-চল্লিশৰ ট্ৰেইনখন অহাৰ আগতে দুখনৰ বেছি ট্ৰেইন নাহে।

সমুদ্ৰই কয়,—দুখন নহয় মাত্ৰ এখন। নটা দহত এখন ট্ৰেইন আহিব। তাৰ পাছত আৰু স্পেচিয়েল খনৰ আগতে কোনো ট্ৰেইন নাই।

তেনে চাড়ে তিনি ঘণ্টা—কাৰিকৰে কয়। এতিয়া কিমান বাজিছে বাৰু? আঠটা?

শিৱনাথ উঠে—

ব'লা কাৰিকৰ। নিজাম ব'ল। অৰবিন্দ আৰু সমুদ্ৰ দুয়ো দুইফালে ৰেলৰ লাইনত থাকিব। অৰ্থাৎ দুয়ো পহৰা দিব। এফালে অৰবিন্দ আনফালে সমুদ্ৰ, আৰু মাজতে আমি দলংখনৰ ওপৰে তলে থাকিম। মই কেৱল ইয়াকে আশা কৰিছোঁ যে বৰনগৰৰ ফালৰ পৰাই হওক বা আন ফালৰ পৰাই হওক, যদি কোনো পহৰা দিয়া চিপাহী আহে, সিহঁতে লাইট জ্বলাই আহিব। আৰু ইহঁত দুয়ো দেখা পাব। দলং খনৰ পৰা বৰনগৰ কিমান দূৰ হব অ'সমুদ্ৰ? ৰেলৰ লাইনেদি?

এমাইলৰ অলপ বেছি—সমুদ্ৰই কয়। দলংখনৰ পৰা দহমিনিট খোজ কাঢ়ি গলে আউটাৰ চিগনেল্‌ডালৰ ওচৰ পাব পাৰি।

এই ঠাইখিনি ভালকৈ চাই চিনি ল আটায়ে,— কাৰিকৰে কয়।

ঠিক এইখিনি ঠাইৰ পৰা মুকলি ঠাইখিনিৰে আমি দলংখনলৈ নাযাওঁ। ইয়াৰ পৰা হাবিৰ মাজেদিয়েই আমি পশ্চিমলৈ দলংখনৰ ফালে যাম। দলংখনৰ সেইখিনিতে যি খিনি হাবি দেখিছ তাৰপৰা দলংখন মাত্ৰ আশী কি এশ গজ দূৰ হব। সেই খিনি হাবিৰ পৰা আমি দলংখনলৈ যাম আৰু তালৈকে ঘূৰি আহিম। ঘূৰি যাওঁতে কোনেও পূবৰ ফালে বৰনগৰৰ ফালে নাযাবি। পোনে দক্ষিণৰ ফালে হাবিৰ মাজেদিয়ে আধামাইল গলে পশ্চিম ফালে এটা লুৰলুৰীয়া বাট আছে। সেই বাটেদি পশ্চিমলৈ এমাইল গ'লে কেইটামান ঘৰ পোৱা যাব। মানুহ থাকিবও পাৰে নাথাকিবও পাৰে। কিন্তু সেইখিনি পালে আমাৰ আৰু বিপদ নাই।

শিৱনাথে সকলোৰে আগে আগে হাবিৰ মাজেদি আগবাঢ়ে। কিছুদূৰ গৈয়ে সিহঁতে দলঙৰ ওচৰৰ হাবিখিনি পায়। সি এবাৰ পিছলৈ চায়। আটাই কেইজনে ঠিক তাৰ পাছে পাছে আহি আছে। হাবিখিনি এৰি মুকলি পথাৰলৈ সি নামি যায়।

কাৰিকৰে উমালৈ চাই কয়,—

তই ইয়াতে থাক উমা। অলপ আগতে মই কোৱা কথাখিনি নাপাহৰিবি। বৰনগৰৰফালে ইয়াৰ পৰা পূব। গতিকে পশ্চিম কোন ফালে তই উলিয়াই লব পাৰিবি, দৰ্কাৰ হলে।

সিহঁত আটাইকেইজন নীৰবে দলংখনলৈ আগবাঢ়ে। কোনেও কাৰো ফালে নাচায়। কোনেও একো প্ৰশ্ন নকৰে।

দলংখন প্ৰায় দুশ ফুট দীঘল। দলঙৰ তলত তেতিয়াও অলপ পানী আছে। অকণমান জুৰি এটা তলেৰে বৈ গৈছে। ভৰ বাৰিষা বোধ হয় যথেষ্ট পানী হয়। এতিয়া তেনেই তৰাং।

আটাইকেইজনে দলংখনলৈ চায়। তাৰ পাছত অৰবিন্দই ৰেলৰ লাইনৰ ওপৰ উঠে। এবাৰ সি পশ্চিমলৈ যিমান দূৰ পাৰে মণি মণি চায়। তাৰ পাছত মুখ ঘূৰাই পূবলৈ ধীৰে ধীৰে গৈ থাকে। সি আলিৰ ওপৰেদি গৈ থাকে। সমুদ্ৰই পশ্চিমলৈ যায়। সিও আলিৰ ওপৰেদি গৈ থাকে। এনেয়ে কোনো কাৰণ নোহাৱাকৈ দুয়োৰে ধাৰণা হয় যেন ৰেলৰ লাইনটো কঁপি কঁপি উঠিছে, যেন আলিটোও কঁপিছে।

শিৱনাথেও ৰেলৰ লাইনৰ ওপৰত উঠে। উঠিয়ে সি দলংখনৰ ওপৰলৈ যায়। দলঙৰ ওপৰৰ পৰা সি তললৈ মূৰ কৰি কয়,—

লো-চটা তুমি ওপৰলৈ মোলৈ দিয়া কাৰিকৰ। তোমালোকে তলত দ্বিতীয় খুটাটোৰ ওচৰত কাম কৰা। তাত পানী নাই। নিজাম, তই তলতে থাকি কাৰিকৰক সহায় কৰ। পানীলৈ নামি যাব লাগিলে তই যাবি। এচিদৰ বটলটো অলপ মোলৈ দিবা কাৰিকৰ।

সেই মোনাখনতে চাচোন উমা। ৰঙা লেবেল থকা বটল এটা আনিবি। সাবধানে ধৰিবি কিন্তু। সেই বটলটো শিৱনাথক দে। তই হাতখন তক্তাৰ ফাঁকেৰে তললৈ দে অ' শিৱনাথ। প্লেটৰ ওপৰত এচিদবোৰ নাঢালিবি আকৌ। কেৱল স্ক্ৰু বিলাকৰ ওপৰত দিবি। মনত ৰাখিবি, কেৱল স্ক্ৰুবোৰ। তই বোলোতে বোলোতে অভ্যাস হৈ গৈছে।

শিৱনাথে হাত মেলি বটলটো লয়, আৰু কয়,—

তুমি হাবিখিনিতে বৈ থকাৰ কথা নাছিল জানো পাৰ্ব্বতী?

মোৰ ভয় লাগে—উমাই কয়। শিয়ালক অসম্ভৱ ভয় লাগে মোৰ। আৰু সেইখিনিতে শিয়াল ভৰি আছে। তুমি শুনা নাই জানো হোঁৱা হোঁৱা শব্দবোৰ? আৰু এই এন্ধাৰত তক্তাবিলাকৰ ফাঁকেদি তুমি মোৰ মুখখন দেখা পাইছা জানো, হাঁহিছা যে? মনত ৰাখিবা, এচিদবোৰ কেৱল স্ক্ৰুবোৰৰ ওপৰত দিবা, প্লেটত নহয়। প্লেট মানে লোৰ প্লেটবোৰ।

তই এই পিনে আহ উমা।—কাৰিকৰে মাতে। নিজাম! তই কি কৰিছ? গাৰ জোৰেৰে তই দলং ভাঙিব নোৱাৰ। হাতুৰীটো লৈ এইফালে আহ।

সিহঁতে অবিৰাম কাম কৰে। কোনেও একো কথা নহয়। কাৰিকৰৰ নিৰ্দ্দেশমতে প্ৰত্যেকে কাম কৰি যায়। ইটাৰ পকা খুটা-বিলাকত নিজামে হাতুৰীৰে কোবাই কোবাই কিছুমান গাঁত কৰে। গাঁত বিলাকত ডাইনামাইট্ দিলে ভাল, কাৰিকৰে জানে। কিন্তু তিমানখিনি, ডাইনামাইট্ তেওঁৰ নাই। আকৌ ফিউজবিলাক লগোৱা এটা সমস্যাৰ কথা। তথাপি অন্ততঃ দুটা গাঁতত ডাইনামাইট্ দিবই লাগিব। বাকীখিনিৰ বাবে অন্য ব্যৱস্থা। ফিছ্-প্লেট বিলাকত কিবা নহয় কিবা এটা কৰিবই লাগিব। তলৰ কামখিনি আগেয়ে শেষ কৰি লব লাগে।

শিৱনাথে কয়,—

নটা বাজিবলৈ মাত্ৰ পাঁচ মিনিট আছে কাৰিকৰ। মই তললৈ নামি গৈছোঁ। মোৰ বোধেৰে দলঙৰ তলতে আমি বৈ থাকিব পাৰোঁ। হাবিলৈ উভটি যোৱাৰ কোনো দৰ্কাৰ নাই। কি কোৱা কাৰিকৰ?

কাৰিকৰে টোপোলাবোৰ এফালে গোটাই থয়। কপালৰ ঘামবোৰ দুয়োখন হাতেৰে মচে, আৰু দলংখনৰ তলত একান্নাৰে এমূৰে গৈ বহে। আৰু কয়,—

তোৰ জোলোঙাত কিবা আছে নেকি চাচোন উমা। দহমিনিট আছে। এটুকুৰা কটি অনায়াসে গিলিব পৰা যাব। আৰু চাহৰ বটলটোৰ সোপাটো টানকৈ দি থবি। চাহখিনিৰ দৰ্কাৰ পাছত হব।

এই দুয়োটা একেবাৰে মূৰ্খ,—শিৱনাথে কয়। সমুদ্ৰ আৰু অৰবিন্দ দুয়োৰে হাতত দুটা ঘৰী আছে, মই লক্ষ্য কৰিছিলোঁ। সিহঁতেও এতিয়া আহিব পাৰিলেহেঁতেন ইয়ালৈ। কিন্তু এটাৰো দেখাদেখি নাই। অৰবিন্দই যদি চিগনেল্ পাতৰ ওপৰত উঠি বহি আছে, তাতো মই আচৰিত নহম।

মই চিঞৰি মাতিলে দুয়ো শুনিব।—উমাই কয়। এমাইললৈকে শুনা যাব মোৰ চিঞৰ। মাতিম চিঞৰি?

সিটোমূৰৰ পৰা নিজামে কয়,—

এই ছোৱালীবিলাকৰ সহজ বুদ্ধিটো কিয় নাথাকে, মই বুজি নাপাওঁ। চিঞৰ মাৰিলে দেশদেশান্তৰলৈ শব্দ ভেদি যাব এই কথা জানিও তেওঁ সিহঁতক চিঞৰি মাতিব। কি বুদ্ধি! মোৰ বাবে কিন্তু দুখন কটি থবা দেই উমা।

অতি মৃদু শব্দ এটা হয়। লোৰ ওপৰত সৰু টানশিল এটা পৰিলে যেনেকুৱা শব্দ হয়, তেনে মৃদু তীক্ষ্ণ এটা শব্দ। শিৱনাথে ৰেলৰ আলিটোত কাণ পেলাই দি শুনে। অলপ সময় তেনেকৈয়ে মাটিতে কাণ পেলাই থাকি, তাৰ পাছত সি কয়,—

সেয়া আহি আছে নটাদহৰ পেছেঞ্জাৰ ট্ৰেইন। কোনো ভুল নাই। খন্তেক পাছতে আমি পোহৰ দেখিবলৈ পাম। এই দুটাৰ বাবে মোৰ ভয় হৈছে। বিশেষকৈ অৰবিন্দৰ বাবে। সিহঁতে যদি আলিৰ পৰা, পোহৰ পৰাৰ আগতে নামি তললৈ নাহে তেনে বিপদ। ড্ৰাইভাৰে এজন মানুহ আলিৰ ওপৰত দেখিলেই সন্দেহ কৰিব, আৰু ট্ৰেইনখন ষ্টেচনপোৱাৰ লগে লগে আহিব ছাৰ্জ্জ পাৰ্টি।

অলপ পাছতে সিহঁতে পোহৰ দেখা পায়। ৰেলৰ ইঞ্জিনৰ তীব্ৰ পোহৰ। হঠাৎ কাৰিকৰে মাতে,—

হেই নিজাম! তই সেইপিনে ওপৰলৈ ক'লৈ যাব? ইয়ালৈ আহ্। তহঁতৰ বাবে কোনেও একমুহূৰ্ত্ত শান্তিৰে থাকিব নোৱাৰে। আৰু তয়ে উমাক বৰ উপদেশ দিয়।

নিজামে লাহে লাহে নামি আহে। তাৰ কোমৰত থকা চুৰিখন পোহৰ পৰি এবাৰ চিক্‌চিকাই জিলিকি উঠে। দিগন্ত কঁপাই ট্ৰেইনখন সিহঁতৰ ফালে আগুৱাই আহে। ইমান প্ৰচণ্ড শব্দ হয় যে উমাই দুয়োখন কাণতে আঙুলিৰে সোপা দি ধৰে। যিমানে ট্ৰেইনখন ওচৰ চাপি আহে তাই চকুদুটা মুদি দিয়ে। ৰেলখন দলঙৰ ওপৰত উঠাৰ পাছত আৰু তাই সহ্য কৰিব নোৱাৰিলে। তাই শিৱনাথৰ পিঠিতে মূৰটো আকৌ বেছি জোৰে চকু মুদি দিয়ে।

সিহঁতে আকৌ সিহঁতৰ কাম আৰম্ভ কৰে। শিৱনাথ এইবাব আৰু ওপৰলৈ নাযায়। সি তলতে কাৰিকৰৰ লগত কাম কৰে। সিহঁত তিনিওজন মানুহৰে ঘামত গাৰ কাপোৰ পৰ্য্যন্ত তিতি যায়। এচপৰা ইটা ভাঙোতে ইমান পৰিশ্ৰম হয়, শিৱনাথৰ আগেয়ে ধাৰণা নাছিল। খুটাৰ ইটাবোৰ লোৰদৰে টান। আন হাতে, য'ত গাঁত কৰিব, লাগে সেই ঠাইখিনি মাটিৰপৰা ঢুকি নাপায়। প্ৰকাণ্ড একোটা খুটা তলৰে পৰা খান্দি নিবলৈ হলে, এটা খুটাতেই সিহঁতৰ তিনিমাহ লাগিব। সেইবাবে সিহঁতে পূৰা একোটাহত খুটা ভাঙিব নোৱাৰে। কাৰিকৰৰ বুদ্ধি হ'ল যে ৰেল লাইনৰ লোৰ পাত চটাৰ তলতে খুটাৰ ওপৰত সিহঁতে গাঁত কৰি লব। চাৰিটা খুটাত চাৰিটা গাঁত। তাকেই কৰিব লাগিব সাবধানে। নহলে সিহঁতৰ ইমান পৰিশ্ৰম ব্যৰ্থ হৈ যাব।

এঘণ্টা যায়, দুঘণ্টা যায়, সিহঁতে কাম কৰি থাকে। উমাই চাহৰ বটলটোৰ পৰা চাহ অকণ অকণ সিহঁতক দিয়ে। তাৰ পাছত তাই বটলটো লৈ অদৃশ্য হৈ যায়। তাই ঘূৰি অহাৰ পাছত কাৰিকৰে গম পায়, যে তাই সমুদ্ৰকো চাহ দি আহিছে আৰু এতিয়া বোধহয় অৰবিন্দৰ ওচৰলৈ গৈছে চাহ দিবলৈ।

আটাইবোৰকে চাহ দি এতাই ভোটাহোৱা হাতুৰি এটা শিল এচটাত ঘঁহি ঘঁহি তাই আপোনমনে কৈ থাকে,—

চাহবোৰ চেঁচা হৈ গৈছে। অথচ তপতাবলৈ ইয়াত আকৌ জুই ধৰিবও নাপায়। অৰবিন্দৰ পেটৰ ছাল অকণমান উঠি যোৱা যেন পালোঁ। তাৰ গৰমচাহৰ দৰ্কাৰ আছিল।

তাৰ পেটৰ ছাল কিয় গ'ল?—কাৰিকৰে সোধে।

কি জানো!—উমাই কয়। ট্ৰেইনখন যোৱাৰ পাছত সি এবাৰ ষ্টেছনৰ ফালে দুই এখোজ আগবাঢ়িছিল। এনেয়ে ৰেহৰূপ চাই লবলৈ। অৱশ্যে সি আউটাৰ চিগ্‌নেল পাৰ হৈ এখোজো আগবঢ়া নাই। লাইন্‌মেন দুই এটাই ইফালে সিফালে হাতত লেম্পলৈ ঘূৰি থকাৰ বাহিৰে সি আৰু একো দেখা পোৱা নাই। কিন্তু মই গৈ পোৱাৰ কিছু সময়ৰ আগতে তাৰ বোলে এবাৰ ধাৰণা হ'ল যেন সি এজনক ছয়াময়া দেখিলে যাক সি চিনিপোৱা যেন লাগিল। সি আকৌ লাইন্‌মেন্ কেনেকৈ হবলৈ পালে, সি হেনো মনতে ভাবিলে। অলপ ভালকৈ চাই লবৰ বাবে মাটিতে পেট পেলাই সি সামান্য আগবাঢ়ি গ'ল। কিন্তু পেট পেলাই পৰি থাকি দেখা নাযায়। গতিকে সি হঠাৎ এবাৰ থিয় হ'ল। দেখিলে লাইন্‌মেন্ দুজন। এজনৰ হাতত লেম্প নাই। তাৰ স্পষ্ট ধাৰণা হ'ল যে ইজন মানুহ সি চিনিপোৱা মানুহ জনেই হয়। প্ৰথম তাৰ ইচ্ছা হ'ল যে তাৰ কোমৰত থকা চুৰিখন সি মানুহজনৰ পেটত সুমুৱাই দিব। কিন্তু মানুহ দুজন, আনপিনে তাকো চিনিপোৱাৰ আশঙ্কা। গতিকে সি ততালিকে পেট পেলালে আৰু বাগৰি বাগৰি গৈ একেবাৰে তল পালেগৈ। পেটৰ চাল নগৈ তাৰ কি হব?

হাতৰ হাতুৰিটো কান্ধত থৈ নিজামে কৈ উঠে,—

ইহঁতৰ বাবে চুৰিখন একপ্ৰকাৰৰ অলঙ্কাৰ মাত্ৰ। নহলে চুৰিখন এজন মানুহৰ পেটত যদি সোমাই দিব পাৰি, দুজনৰ পেটত নোৱাৰি কিয়?

তই মনে মনে থাক নিজাম।—শিৱনাথ কয়। দুজনৰ পেটত চুৰি মাৰিব লাগিলে, মৰাৰ আগত অন্ততঃ এজনে চিঞৰিব। তাৰ পাছত কি হব তই আন্দাজ কৰিব পাৰ। কাৰ কথা কৈছিল অৰবিন্দই, উমা? সি চিনি পোৱা মানুহজন কোন?

সি কোনোবা মদনৰ কথা কৈছিল,—উমাই কয়।

মদন!—কাৰিকৰে প্ৰায় চিঞৰি উঠে।

একমুহূৰ্ত্তৰ বাবে সিহঁত আটাইকেইজন স্তব্ধ হৈ ৰয়। খন্তেক পাছতে শিৱনাথে উমাক আকৌ সোধে।—

ঠিক কিমান সময় আগতে অৰবিন্দই মদনকে দেখিছিল তুমি জানা জানো উমা? আৰু তুমি কোনোবা লাইন্‌মেন্ দেখিছিলা নেকি দূৰত?

উমা সন্ত্ৰস্ত হয়। ঘটনাটোৰ কিবা অৰ্থ আছে বুলি তাই আগেয়ে ভবা নাছিল। তাই উঠি শিৱনাথৰ ওচৰলৈ আহে। তাৰ মুখত যথেষ্ট উদ্বেগৰ চিন। কাৰিকৰ আৰু নিজামেও কি যেন আশঙ্কাত গম্ভীৰ হৈ পৰিছে। তাই কয়,—

দূৰত মই ৰঙা পোহৰৰ লেম্প এটা গৈ থকা দেখিছিলোঁ। মোৰ পৰা ভালেখিনি নিলগত। গতিকে মানুহ এজন নে দুজন মই সঠিককৈ ধৰিব নোৱাৰিলোঁ। তথাপি মোৰ ধাৰণা হয় যেন মই অস্পষ্ট দুটা ছাঁ দেখা পাইছিলোঁ। অৰবিন্দই সিহঁতক দেখিছিল মই গৈ পোৱাৰ অলপ আগতে। মই যেতিয়া গৈ পাওঁ তেতিয়া সি চুচৰি চুচৰি আকৌ ৰেলৰ আলিৰ ওপৰলৈ উঠি আহিছে মাথোন।

নিজামে দাঁত কামোৰে আৰু নিজকে কোৱাৰ দৰে কৈ যায়,

পহিলা বাৰেই মই কৈছিলোঁ, মদনক সম্পূৰ্ণ আঁতৰ কৰিব লাগে। সি জীৱ থাকে মানে মানুহজাতিৰ কল্যাণ নাই। কিন্তু তহঁত আটাইবোৰৰে মনবিলাক তিৰোতা মানুহৰ দৰে। তহঁতৰ লগত কাম কৰাও বিপদ।

একমুহূৰ্ত্ত চিন্তা কৰি শিৱনাথে কয়,—

কাৰিকৰ, আমাৰ সময় অতি সংক্ষেপ হৈ আহিল। মই ওপৰলৈ যাওঁগৈ। কুৰি মিনিটৰ ভিতৰত যি কেইটা স্ক্ৰু খুলিব পাৰি সেই কেইটা মই খুলিম। অন্ততঃ চাৰিখন ফিছ-প্লেটৰ স্ক্ৰু আঁতৰাব পাৰিম বুলি আশা কৰোঁ। বাকীখিনি ডিনামাইটে কৰিব। নিজাম আৰু তুমি গাঁত কেইটাৰ যি

পাৰা কৰিবা। উমাই ফিউজৰ তাঁৰবোৰ লগাব, তুমি অলপ দেখুৱাই দিবা। কাৰিকৰ, ডিনামাইট্‌খিনি ভালকৈ দিবা। যাতে পিলাৰ বিলাকৰ ওপৰত অন্ততঃ আধুফুট উৰি যায়। পাৰ্ব্বতী, আৰু দুবটল এচিদ মোক দিয়া আৰু ফটা কাপোৰ। ফিউজবোৰ ভালকৈ ভুল নকৰাকৈ লগাব লাগিব, পাহৰি নাযাবা পাৰ্ব্বতী।

সি দ্ৰুতবেগে ওপৰলৈ উঠি যায়। গৈ থাকোঁতে কৈ যায়,

আৰু শুনা কাৰিকৰ। এটা ডিনামাইট্‌ ৰাখি থবা। আৰু উমাক অকণমান দেখুৱাই দিবা।

শিৱনাথ যেতিয়া ওপৰৰ পৰা দলংখনৰ তললৈ নামি আহে, তেতিয়া তলৰ কাম প্ৰায় শেষ হৈ গৈছে। কাৰিকৰে ফিউজ বিলাক লগ লগাই দীঘল তাঁৰ এডাল টানিবলৈ লৈছে। নিজামে উশাহক উশাহে লব পৰা নাই, ইমান ভাগৰ লাগিছে তাৰ। উমাৰ চাদৰ খনৰ অলপখিনিহে বাকী আছে গৈ। বাকীখিনি অ'ত ত'ত লাগি ছিৰি ফাটি নাইকিয়া হৈছে। ধৰিবলৈ গলে তাইৰ গাত কোমৰৰ ওপৰ ফালে মাত্ৰ ব্লাউজটো। মুখখনত নানা ফালে ক'লা ক'লা দাগবোৰ। তাই শিৱনাথৰ ফালে নোচোৱাকৈ কাম কৰি থাকে।

শিৱনাথে কয়,—

কিমান ডাঙৰ শব্দ হব কাৰিকৰ?

কাৰিকৰে মুখ-নোতোলাকৈ কয়,—

শব্দ বেছি নহয়। প্ৰায়বোৰে খোলা বস্তু। কিমান সেমেকিছে তাকো কব নোৱাৰোঁ। অপৰ্য্যাপ্ত ধোঁৱা হোৱা উচিত, যদিহে ফিউজ বিলাকে কাম কৰে। কিন্তু চাৰি ঠাইত একেলগে জ্বলিব। অকণমান শব্দ হোৱা স্বাভাৱিক। চলিথকা, মটৰ গাড়ী এখনৰ টায়াৰ ফাটি গলে যেনেকুৱা শব্দ হয়, প্ৰায় তেনেকুৱা বুলি ধৰিব পাৰ।

তেনে তাৰাতাৰি কৰা।—শিৱনাথে আকৌ কয়। উমা ঘূৰি আহি পোৱাৰ আধাঘন্টা হ'ল। মিলিটাৰী বা পুলিছ যদি আহে, তেনে সিহঁত ওলাল হি প্ৰায়। আৰু সিহঁতে যদি শব্দ শুনে তেনে সমস্ত বিফল হ'ল। পাঁচ মিনিটৰ ভিতৰত তুমি শেষ কৰা।

হৈ যাব, তই চিন্তা নকৰিবি শিৱনাথ,—কাৰিকৰে কয়-। যেনে খৰধৰ কৰিবলৈ তই আৰম্ভ কৰিছ অৱশেষত নিজামৰ কথাই ৰব যেন পাইছোঁ। আৰ্টৰ ফালে আগ্ৰহটো নিজামৰ কম, এই কথা তই বোধ হয় লক্ষ্য কৰিছ। তাৰ মতে কাৰিকৰী বিদ্যাৰ দৰে প্ৰবঞ্চনা আৰু নাই। কাৰণ মূৰ্ত্তি এটা সাজি মাত্ৰ সম্মুখৰফালে তই ৰং চং দিয়, চকুমুখ দিয়, মণি অলংকাৰ দিয়। অথচ পাছফালে জুমুঠিটো তেনেই ওলাই থাকে। তাৰ উপদেশ হ'ল, মই কাৰিকৰী পৰিত্যাগ কৰিব লাগে; লাগিলে তাৰ পাছত চুৰি-ডকাইতিকে কৰি নাখাওঁ কিয়। তাৰ কথাই এইবাৰ ৰব যেন পাইছোঁ। কাৰণ আঙুলিবোৰৰ তত নাইকিয়া হৈ আহিছে লাহে লাহে।

এইবাৰ তহঁত আঁতৰ। উমা, তোৰ হৈছে। তোৰ আৰু কাম নাই। সোনকালে যা ইয়াৰ পৰা। নিজাম তয়ো যা আঁতৰলৈ। এক মুহূৰ্ত্ত আৰু পলম নকৰিবি। শিৱনাথ, তোবো ইয়াত কাম নাই এতিয়া।

কাৰিকৰে এডাল তাঁৰ দূৰলৈ টানি নিয়ে। শিৱনাথ কাৰিকৰৰ লগে লগে যায়।

অলপ পাছত নীলাজুইৰ শিখা দলংখনৰ ফালে আগবাঢ়ে। আৰু খন্তেক পাছতে শব্দ হয়। কাৰিকৰে যদিও শব্দটো ডাঙৰ নহব বুলি কৈছিল, শব্দটো কিন্তু যথেষ্ট ডাঙৰেই হয়। সিহঁত আটাই কেইজনেই মাটিত বহি পৰে। নিজামে জোৰ কৰি উমাক মাটিত বগৰাই দিয়ে।

শিৱনাথ আৰু কাৰিকৰ উভয়ে প্ৰথমে দলংখনলৈ চায়। ধোঁৱাৰ মাজত একোকে দেখা নাযায়। ইমান মন্থৰ ধোঁৱাবোৰ, যে অকণমান পৰিষ্কাৰ হওঁতে বেছ সময় লাগে। দূৰৰ পৰা সিহঁত দুয়ো দেখা পায় দলংখন ঠিক আগৰদৰে আছে। ক'তো অকণো যেন ক্ষতি হোৱা নাই তেনেকুৱা লাগে। শিৱনাথ আগবাঢ়িব খোজোতেই কাৰিকৰে বাধা দি কয়,

অকণমান ৰ' শিৱনাথ, আৰু মাত্র পাঁচমিনিট। তাৰ পাছত তালৈ যাম।

খন্তেক সময় ৰৈ দুয়ো দলংখনৰ ওচৰলৈ যায়। যাওঁতে দুয়ো দুই পিনে চাই যায়। কিন্তু যিমানদূৰ মনিব পাৰি ক'তো একো দেখা নাযায়। ক'তো লাইট নাইবা আন কোনো পোহৰ দেখা নাযায়। দুয়ো দলং-খনৰ তললৈ সোমাই যায়। কাৰিকৰে তন্ন তন্ন কৈ চায়। যি চাৰিটা স্তম্ভত ডিনামাইট দিয়া হৈছিল তাৰে তিনিটাৰ মূৰৰ ফালে এফুটমান একেবাৰেই নাই। ওপৰত ৰেলৰ লোৰ চটাবোৰ ওপঙি আছে। কাৰিকৰে আপোনমনে হাঁহে; আৰু কয়,—

তাঁৰবোৰ নুচুৰি শিৱনাথ, সিহঁতৰ বিশ্বাস নাই।

শুনা কাৰিকৰ। মই এবাৰ ওপৰলৈ যাওঁ। মই তক্তাবোৰ আৰু ৰেলৰ লোবোৰ ভালকৈ সজাই থম। যাতে কোনোবা আহিলেও হঠাতে দলংখনৰ কোনো ক্রটী বা ক্ষতি লক্ষ্য কৰিব নোৱাৰে। তাৰ বাহিৰেও মই চাম প্লেটবোৰৰ অৱস্থা কেনেকুৱা হৈছে। ইতিমধ্যে তুমি তলৰ কিবা কাম থাকিলে শেষ কৰা। আৰু নিজাম আৰু উমাই গৈ সিহঁত দুয়োকে লৈ আহিব পাৰে। ইয়াত আৰু বেছি সময় আমি অপেক্ষা নকৰোঁ, হাবিখনলৈ যাম। এতিয়া বাৰ বাজি কুৰি মিনিট গৈছে। আৰু কুৰি মিনিট পাছত আমাৰ কোনো এটা প্রাণীও ইয়াত থাকিব নোৱাৰে।

শব্দটো অৰবিন্দইও শুনি পায়। ৰেলৰ লাইনটো হাবিখনৰ ওচৰতে এটা ভাঁজ লৈ আহিছে। গতিকে সি একো দেখা নাপায়। কিন্তু সি বুজি পায়, কিহৰ বাবে হৈছে এই শব্দ। অকণমান তলকা মাৰি থাকি সি ষ্টেছনৰ ফালে চায়। সি মনতে দূৰত্ব খিনি জুখি লয়। ষ্টেছনৰ পৰা কোনেও নিশ্চয় এই শব্দ শুনি পোৱা নাই, সি মনতে থিৰ কৰে। কাণ পাতি নাথাকিলে শুনাৰ কথা নহয়। সি আকৌ পাছলৈ ঘূৰি চায়। হাবিখনৰ ওখ গছবোৰৰ ওপৰেদি ধোঁৱাবিলাকৰ অকণ আভাস পোৱা যায়। ধোঁৱাবোৰ ভালকৈ দেখা নাযায়। সি আকৌ ষ্টেছনৰ ফালে চায়। ক'তো একো দেখা নাযায়। ষ্টেছন ঘৰটোৰ আগতে শাৰী শাৰী কৈ থৈ দিয়া ৰঙা লেম্পবোৰ

দেখা যায়। কিছু সময়ৰ পাছত বোধহয় লাইনমেন বোৰ আহিব। এখন্তেক সি ভালকৈ মণি মণি চায়। ক'তো একো পৰিবৰ্ত্তন সি নেদেখে। মানুহ-দুনুহৰ সাৰ সুৰ নাই।

এইবাৰ তাৰ যোৱাৰ পাল। আজি ৰাতিৰ কাম অন্ত। সি ৰেলৰ আলিটোৰ পৰা তললৈ নামি আহে। ৰেলৰ আলিয়েদি উভতি যোৱাৰ কোনো অৰ্থ হব নোৱাৰে। তললৈ নামি আহি দলংখনৰ পিনে দুখোজমান আগবাঢ়িয়েই সি স্তম্ভিত হৈ যায়। আলিটোৰ আনপিনে তলৰ পৰা ৰেললাইনৰ ওপৰলৈ উঠি আহিছে তিনিজন পুলিছ। তিনিওজনৰ হাতত তিনিটা বন্দুক। একমুহূৰ্ত্তৰ বাবে সি একো ভাবিব নোৱাৰে। ঠিক সেইখিনি ঠাইতে ষ্টেছনৰ পাছ ফালেদি যোৱা ৰাস্তা এটা আছে সি জানে। কিন্তু জানিলেই বা লাভ কি?

প্ৰথমতে সি ভাবে দলংখনলৈ দৌৰি গৈ সিহঁতৰ আটাইবিলাককে কৈ দিবগৈ। তেতিয়া হলে আটাই কেইজনে পলাই যোৱাৰ সম্ভাবনা আছে। কিন্তু পুলিছ কেইটা যদি দলংখন পায় গৈ, তেতিয়া হলে সিহঁতে সকলোবোৰ দেখিব। আৰু তাৰপাছত স্পেচিয়েল ট্ৰেইনখনৰ অকণো হানি বিঘিনি নহয়। সিহঁতৰ ইমান কষ্ট তেনেই অথলে যাব। সি মনটো স্থিৰ কৰি লয় আৰু দীঘল জোঙা চুৰিখন সি উলিয়ায় লয়। তাৰ পাছত লাহে লাহে চুপি চুপি সিহঁতৰ পাছ লয়।

পুলিছ কেইটাই তৰ্কিবই নোৱাৰিলে কোন মুহূৰ্ত্তত অৰবিন্দৰ চোকা তীক্ষ্ণ চুৰিখন এজনৰ পিঠিৰ সোঁমাজেদি সোমাই গ'ল। সি আৰ্ত্তনাদ কৰি ঢলি পৰিল। একেটা টানতে অৰবিন্দই চুৰিখন তাৰ পিঠিৰ পৰা টানি উলিয়াই আনি দ্বিতীয় জনৰ পিঠিলৈ বুলি মাৰিলে। সি হঠাতে ঘুৰি গ'ল বাবে চুৰিখন তাৰ বাউসীৰে সোমাই গ'ল। বন্দুকটো তাৰ হাতৰ পৰা পৰি গ'ল। কিন্তু তৃতীয় জনৰ বন্দুকটো গৰ্জি উঠিল। অৰবিন্দ ঢলি পৰি গ'ল। পৰি গৈয়ে সি বাগৰি বাগৰি তললৈ আহিবলৈ ধৰিলে। আৰু শব্দ হ'ল। দ্বিতীয় গুলীটো আহি তাৰ বুকুত লাগিল। তাৰ মুখেৰে এজোলোক তেজ ওলাই ঘাঁহৰ ওপৰতে পৰিল।

উমাই পাৰেমানে দৌৰিলে। তাইৰ গাত যিমান শক্তি আছিল, তিমান শক্তিৰে তাই দৌৰিলে। তাই যেতিয়া আহি অৰবিন্দৰ কাষ পালে, তেতিয়া নির্বিঘ্নে থকা পুলিছজনে মৰি যোৱা জনক টানি টানি ৰেল লাইনৰ সিপাৰলৈ নিয়াৰ চেষ্টা কৰিছে। আনজনে বাওঁখন হাতেৰে তিনিওটা বন্দুক সাবটি লৈ তাৰ পাছে পাছে কষ্টেৰে খোজ দিছে। তাঁৰ সোঁ হাতখনৰ পৰা তেজবোৰ টপ্‌টপ্ কৈ পৰি গৈ আছে। সিপাৰলৈ গৈ সিহঁত দুয়ো বহে। আন জন আলিতে পৰি থাকে। হাতখনত কিবা এটাৰে নেবান্ধিলে তাৰ তেজ বন্ধ নহয় আৰু সি মূচ্‌কচ্ গৈ পৰি যাব। গতিকে সি চাৰ্টটো ফালি তাৰ হাতখনত বেণ্ডেজ কৰাৰ দিহা কৰে।

অৰবিন্দ যে মৰিছে সেই বিষয়ে পুলিছ কেইটাই সন্দেহ কৰা নাই বুলি উমাই বুজি পায়। প্ৰথমে সিহঁতে সিহঁতৰ নিহত পুলিছ জনক লৈ থানাত সোধাব। পাছত অন্য কথা। অৰবিন্দৰ গোটেই গাতে তেজ। তাৰ মুখৰ পৰা ওলোৱা তেজেৰে মাটিখিনি তেনেই তিতি গৈছে।

উমাই তাৰ মূৰটো অকণমান দাঙি ধৰি তাৰ দুয়োখন হাত তাইৰ কান্ধেদি পেলাই লয়। গাৰ সমস্ত শক্তিৰে তাই কথমপি অকণমান পোন হয়। আৰু তাক চোচৰাই আঁতৰলৈ নিবলৈ যত্ন কৰে। সেই হাবিখনৰ মাজলৈ নিব পাৰিলে বোধহয় দুই এজন পুলিছে আৰু বিচাৰি তালৈ নাযায়। ৰাতি, হাবিৰ মাজলৈ এনে অৱস্থাত পুলিছে যাবলৈ সাহ নকৰিব। তাই মাজতে জিৰাই লয়। আকৌ দুই এখোজ কৈ পিঠিত অৰবিন্দক লৈ তাই আগুৱাবলৈ ধৰে। অৰবিন্দৰ তেজবোৰ তাইৰ গাতে পৰে। তাইৰ ব্লাউজটোৰ যিখিনি কাপোৰ তেতিয়াও তাইৰ গাত লাগি আছিল, সেই খিনি তেজেৰে ৰাঙলী হৈ যায়।

অকণমান জোপোহাটোৰ আঁৰালত উমাই তাক শুৱাই থয়। এখন্তেক তাইও বহে আৰু দীঘলকৈ উশাহ লবলৈ চেষ্টা কৰে। তাৰ পাছত কপালৰ ঘামবোৰ মচি তাই নিজৰ ফালে এবাৰ চায়। তাইৰ পিঠি বুকু পেট আটাই বোৰতে তেজ। অৰবিন্দলৈ তাই চায়। জীয়াই থকাৰ কোনো লক্ষণ তাই দেখা নাপায়। তাই তাৰ মূৰটো কোলাত লৈ তাক মাতে। কিন্তু কোনো সহাৰি নাপায়। তাৰ পাছত তাই তাৰ মূৰটো মাটিতে থৈ দি ওচৰৰ

নলাৰ পৰা অলপ পানী আনি তাৰ মুখত দিয়ে। পানীখিনি অৰবিন্দই গিলে। তাই আকৌ অলপমান পানী আনি তাৰ মুখত দি তাৰ মূৰটো কোলাত লৈ তাক মাতিবলৈ ধৰে,—

অৰবিন্দ! অৰবিন্দ!

এবাৰ তাৰ চকুদুটা মেল খায়। চকুদুটা তেনেই ঢেল'। চকুদুটা আকৌ মুদ খাই যাবলৈ ধৰোঁতেই উমাই তাক আকৌ মাতে আৰু তাৰ মূৰটো জোকাৰি দিয়ে। সি স্থিৰ দৃষ্টিৰে তাইৰ ফালে চায় আৰু অস্পষ্ট ভাবে কয়—

উমা! মোৰ নিচানখন—কাৰিকৰে জানে—তুলি দিবা ৰবনগৰৰ থানাৰ ওপৰত। উমা! পানী অকণমান।

তাই পানী আনি তাৰ মুখত দিলে। কিন্তু পানীখিনি আৰু ভিতৰলৈ নগ'ল। তেজৰ লগত মিহলি হৈ দুই কোৰাৰেদি বাহিৰলৈ ওলাই আহিল। তাৰ স্থিৰ হৈ যোৱা চকু দুটাই যেন আকাশৰ পিনে চাই থাকিল।

শিৱনাথহঁতে আহি সেইখিনি পোৱাৰ আগতে অৰবিন্দৰ জীৱ উৰি গ'ল। সিহঁতে তাক কাপোৰেৰে মেৰিয়াই কান্ধত তুলি ললে। হাবিৰ মাজেদি সিহঁতে আগুৱাই যাবলৈ ধৰিলে। প্ৰায় এমাইল যোৱাৰ পাছত সিহঁতে এবাৰ স্তব্ধ হৈ থমকি ৰ'ল। তুমুল শব্দ হ'ল। যেন প্ৰলয়ৰ ভূমিকম্প হৈ পৃথিৱীখন ফাটি চিৰাচিৰ হৈ গ'ল।

চূৰ্ণাকৃত হৈ যোৱা লো আৰু তিখাৰ শব্দ—মানুহৰ আৰ্ত্তনাদ—আৰু কয়লাৰ ধোঁৱাই পৃথিৱীখন যেন আবৰি পেলালে। ভয়ে ভয়ে উমাই কাৰিকৰক সোধে,—

সেয়া মিলিটাৰী স্পেচিয়েলখন দলঙৰ ওপৰত বিধ্বস্ত হৈ গ'ল, নহয়?

কাৰিকৰে হয়হে। কান্ধত কঢ়িয়াই নিয়া জীউনোহোৱা অৰবিন্দক 'সি কয়,—

এবাৰ তই জী উঠ অৰবিন্দ। সেয়া তোৰ জন্মভূমিৰ শৃঙ্খলবোৰ ভাঙিচিঙি চুৰমাৰ হৈ গ'ল।

# ন

পাছদিনাখন ৰাতি পুৱাতেই বাৰখন গাওঁতে জুই জ্বলি উঠিল। আগদিনাখন ৰাতি পুলিছৰ গুলিত অৰবিন্দৰ মৃত্যু হৈছে। সিদিনাখনেই আবেলি নাৰায়ণৰ ভনীয়েকৰো জনীৰো মৃত্যু হৈছে। সিদিনা আবেলি যিখিনি ঠাইত নাৰায়ণৰ ভনীয়েকৰ শৱদাহ কৰা হ'ল, পাছদিনা আবেলি সেই খিনি ঠাইতে অৰবিন্দক দাহন কৰা হ'ল। ৰাতিপুৱাৰ পৰা আৰম্ভ কৰি দুপৰীয়ালৈকে যিবিলাক ঘৰত পুলিছে জুই লগাই দিলে, সেই পুৰি যোৱা ঘৰবোৰৰ ধোঁৱা আৰু ছাই ধীৰে ধীৰে আহি আবেলি অৰবিন্দক দাহন কৰা ধোঁৱাৰ লগত মিহলি হৈ গ'ল।

আৰু জুই জ্বলিল নানা প্ৰকাৰৰ।

দুদিন আগেয়ে গাওঁৰ প্ৰায় পঞ্চাশজন মানুহৰ লগত নাৰায়ণকো পুলিছে ধৰি লৈ গৈছিল। সিহঁতৰ ভিতৰত প্ৰায় বিলাকেই আকৌ ৰাতি ঘূৰি আহি ঘৰ পাইছিলহি। মাত্ৰ পাঁচজন মানুহে সুস্থভাবে আহি ঘৰ পালে। বাকীবোৰৰ কাৰোবাৰ হাত ভাগিল, কাৰোবাৰ ভৰি ভাগিল। কিছুমানে আকৌ কোমৰৰ বিষত পোন হব নোৱাৰিলে। তথাপি সিহঁতে চুচৰি বাগৰি কোনোৰকমে ঘৰ আহি পালে। নাৰায়ণ নাহিল। নাৰায়ণৰ লগত আৰু আঠজন লৰা নাহিল। পুলিছে সিহঁতক ক'ত ৰাখিলে কোনেও ধৰিব নোৱাৰিলে। আনকি সিহঁতৰ চিঞৰৰ বাতৰো কোনেও নুশুনিলে। হয়তো সিহঁত কোনেও এটা চিঞৰো নামাৰিলে। অথচ গাওঁৰ মানুহবিলাকে জানিছিল যে সিহঁতৰ ওপৰত কি অত্যাচাৰ চলিছিল।

তিৰোতা মানুহৰতো কথাই নাই। আজি দুদিন উকলি গৈছে। কিন্তু আজিও তেওঁলোকে লাজত মতামানুহৰ আগত মুখ উলিয়াব পৰা নাই। তেওঁলোককো থানালৈ গৰু খেদাৰ দৰে খেদি লৈ গৈছিল। তেওঁলোকৰ নিজৰ মতামানুহৰ আগত আৰু গাওঁৰ আন শ শ মানুহৰ আগত তেওঁলোকৰ কেইবা গৰাকী মাজে সময়ে বিবস্ত্ৰা হৈ গৈছিল। কাপোৰ কানি ভালকৈ লবৰ বাবে তেওঁলোকে সময়কে পোৱা নাছিল। পাছৰ ফালৰ পৰা পুলিচে তেওঁলোকক খেদি নিছিল। কাৰোবাৰ গাত কাপোৰ আছিল নে নাই, পুলিছৰ লক্ষ্য কৰাৰ কোনো দৰ্কাৰেই নাছিল। বৰঞ্চ আপত্তি কৰা দুই এজনীৰ গাৰ কাপোৰ তেওঁলোকে জোৰ কৰি পেলাই দিছিল। পেলাই দি আনন্দতে তেওঁলোকে হাঁহিছিল।

তেনেকুৱা এটা অৱস্থাতেই পুলিচে উমাৰ মাকক মাৰিছিল। মাৰি থানালৈ টানি লৈ গৈছিল। পুলিছ এজনে ছোৱালী এজনীৰ গাৰ ব্লাউজটো টানি ফালি পেলাইছিল। তাই অসহায় ভাবে যেতিয়া কান্দিবলৈ ধৰিলে তেতিয়া উমাৰ মাকে পুলিছজনৰ আগলৈ আহি কৈছিল,—

থানালৈ নিবলৈ ওলাইছা। ব'লা যাওঁ। তাত তোমালোকৰ যি কৰ লগা আছে কৰা। কিন্তু পশুৰ দৰে আচৰণ কৰিছা কিয়? তোমাৰ নিজৰ মা নাই? ভনী নাই?

পুলিছজনে কোনো লাজ নকৰাকৈ কৈছিল,—

তুমি শিৱনাথক ক'ত লুকাই থৈছা? নিজৰ ছোৱালীজনী তাৰ লগত দিবলৈ তোমাৰ লাজ নালাগে? তুমি বোধ হয় মনত আনন্দ পাইছা যে এতিয়া মানে জঙ্গলৰ মাজত তাই শিৱনাথৰ লগত আৰামত বলিয়া হৈ উঠিছে।

উমাৰ মাকে তাৰ গালত এটা চৰ মাৰি দিয়াৰ লগে লগে তেওঁক আন দুজন পুলিচে আহি মাৰিছিল। তাৰ পাছত তেওঁক গচকিয়াই গচকিয়াই লৈ গৈছিল বৰনগৰৰ থানালৈ। যিজনী ছোৱালীৰ গাৰ ব্লাউজটো ফালি পেলাইছিল, খণ্ডত সিহঁতে তাইৰ চাদৰখনো টানি আনি ফালি পেলাইছিল।

মেখেলাখনকে কোনোমতে বুকুলৈ টানি আনি তাই গৈ থানা পাইছিল আৰু তেনেকৈয়ে আহি গধূলি ঘৰ পাইছিল। লাজত তাই কান্দিছিল। পাছত গৈ তাই কান্দিছিল খঙত। আৰু তাইৰ খং গোট মাৰি মাৰি পৰিণত হৈছিল প্ৰতিহিংসাত, বিদ্ৰোহত। তাইৰ নাম আছিল সুমিত্ৰা। গধূলি ঘৰ আহি পাই তাই একোএটা নাখালে। এখন চাদৰ আনি গাত মেৰিয়ালে; আৰু তাই সাবিত্ৰীক বিচাৰি ওলাই গ'ল।

কিন্তু পুলিছজনক তাই ভালকৈ চিনি ৰাখিলে। খং, দুখ আৰু লাজত তাই কান্দিছিল। পাছত চকুৰ পানী মচি পেলাই বাৰে বাৰে তাই ওচৰেদি গৈ থকা পুলিছ জনলৈ চাইছিল। পুলিছটোৱে আধা উদং হৈ থকা তাইৰ গাটোলৈ যিমানে চাইছিল, তিমানে তাই লাজ অনুভব নকৰা হৈ গৈছিল, তিমানে তাই ভালকৈ তাক চাই লৈছিল, তিমানে তাইৰ বুকুৰ মঙহবোৰ টানহৈ শিলবদৰে কটকটীয়া হৈ পৰিছিল। তাই তাক নাপাহৰে।

কিন্তু সেয়া আছিল দুদিন আগৰ কথা। সিদিনাখন তৰাবন শিমলুৰা উজানঘাট আটাইবোৰ গাওঁতে পুলিছে পিয়াপি দি শিৱনাথক বিচাৰিছিল, জাকে জাকে মানুহবোৰক, থানালৈ লৈ গৈছিল। আৰু সিদিনাখনেই ৰাতি ৰবনগৰৰ পোষ্টাফিছ, হাইস্কুল আৰু বনুৱাৰ কেম্পত জুই জ্বলি উঠিছিল।

আজি কেৱল পুলিছেই নহয়, শ শ মিলিটাৰী আহি গাওঁবোৰ ভৰি পৰিছে। যোৱা নিশা এজন পুলিছ মৰিছে, এখন মিলিটাৰী ট্ৰেইন বাগৰিছে। ৰবনগৰতেই কেবাটাও ঘৰ জ্বলিছে। ৰবনগৰৰ টেলিগ্ৰাফ অফিছ বন্ধ হৈ গৈছে। গতিকে আজিৰ কথা সুকীয়া।

মিলিটাৰী আৰু পুলিছৰ দলবোৰ দোকমোকালিতে ওলাল। মিলিটাৰী আৰু পুলিছৰ দল বোৰৰ লগত ওলাল কিছুমান গুণ্ডা। বেলেগ বেলেগ দূৰৰ গাওঁ বিলাকৰ চোৰ ডকাইত আৰু গুণ্ডা বিলাকৰ ৰহতেই আহি পুলিছ সহায়ক কৰিলে, আৰু সিহঁতৰ লগ লাগিল। জেলত থকাতকৈ কেইদিনমান সুখেৰে খাই লৈ ফুৰিবলৈ পালেই ভাল, সেয়ে তাহঁতৰ বাঞ্ছা।

এদল মিলিটাৰী বৰনগৰৰ পৰা উত্তৰলৈ কিছু গৈ ৰতনপুৰলৈ যাত্ৰা কৰিলে, বৰনগৰ-ৰতনপুৰ ৰাস্তাৰে। সেইটো ৰাস্তাই হ'ল আটাইতকৈ দীঘল ৰাস্তা। আন এদল মিলিটাৰী বৰনগৰৰ পৰা পোনে দক্ষিণলৈ অকণমান আহি আকৌ সৰ্পৰজিডাৰ পৰা পশ্চিমলৈ ঘূৰি উজান-ঘাটলৈ যাত্ৰা কৰিলে। তৃতীয় মিলিটাৰী দলটো বৰনগৰ-মৈৰাং ৰাস্তাৰে পোনে পোনে দক্ষিণলৈ আহিবলৈ ধৰিলে, তৰাবনলৈ। তৰাবন আৰু উজানঘাটেই সিহঁতৰ মূল লক্ষ্য। প্ৰথম দলটোৱে মূল বৰনগৰ-মৈৰাং ৰাস্তা বাদ দি দূৰে দূৰে আহি ৰতনপুৰ পাব আৰু তাৰ পাছত উত্তৰলৈ ঘূৰি আহিয়ে পাব তৰাবন। তৃতীয় দলটোৱে পোনে পোনেই আহি পাব তৰাবন। দ্বিতীয় দলটোৱে উজানঘাটৰ কামশেষ কৰি তাতেই বাট চাই থাকি, আন অঞ্চলৰ খবৰ লৈ থাকিব।

পুলিছো আহিল দলেবলে। সিহঁতৰো তিনিটা দল আহিল। প্ৰতিটো দলৰ লগতে দুই তিনিজনকৈ গুণ্ডা। তিনিওটা দল পোনে পোনে আহি এটা দল প্ৰথমতে বৈ যাব ইছলামপুৰত। দ্বিতীয়টোৱে ইছলামপুৰ শিমলুৱা পাৰ হৈ আহিব তৰাবনলৈ। তৃতীয় দলটোৱে তৰাবনৰ পৰা পথাৰেদি পোন কৰিব পশ্চিমলৈ উজানঘাটলৈ।

ৰূপৰামহঁতে সেই অঞ্চলৰ প্ৰতিটো জানজুৰি, প্ৰতিটো আলি বাট, প্ৰতিটো পদূলি জানে আৰু চিনি পায়। প্ৰতিটো টিলা, প্ৰতিটো বিল-খাল সিহঁতে জানে। কিন্তু জানিলে কি লাভ হ'ব? ত্ৰিশজনৰো অধিক মিলিটাৰী আৰু পঞ্চাশৰো অধিক পুলিছ। বিদ্ৰোহৰ কথা সিদিনা বৃথা। বিদ্ৰোহৰ আয়োজন কৰিলেই সম্মুখ সমৰ; আৰু অস্ত্ৰধাৰী মিলিটাৰী আৰু পুলিছৰ লগত নিৰস্ত্ৰ মানুহৰ বিদ্ৰোহ মানেই ৰক্তপাত, মৃত্যু। আৰু ৰক্তৰ হ'ব নৈ, মৃত্যু হ'ব অগণন।

তথাপি ৰক্তপাত হ'ল।

ইছলামপুৰত শতকৰা এশজন মানুহেই খেতিয়ক। প্ৰায়বিনি মানুহেই মুছলমান। মচজিদ এটা। খেৰৰ সৰু এটা মচজিদ ঘৰ। গাওঁৰ এমূৰে

কেইঘৰমান মাত্ৰ হিন্দু মানুহ। তেনেই দুখীয়া সিহঁত। সিহঁতৰ আনেকি সৰু নাম ঘৰ এটাও নাই। এই সিদিনালৈকে বুঢ়া যদুৰামে কৈছিল—

কি জানো ভাই, কথাবোৰ মই বুজি নাপাওঁ। এই যে আমাৰ ইব্ৰাহিম, ইব্ৰাহিমৰ ককাক হেনো আছিল হিন্দু। আমাৰ বাখৰ মৌলবীৰো সেই একে কথা। আজি অৱশ্যে বাখৰ, মৌলবী হ'ল। সি এই বিলাক কথা শুনিলে ভাল নাপাব পাৰে। কিন্তু সঁচা কথা, সঁচাই। আজি সিপাৰা মুছলমান, ইপাৰা হিন্দু। আমি একেখন পথাৰতে হাল বাও, একেলগে ধান ৰোও আৰু একলগে ধান কাটো। সিহঁতৰ ফালে ধান কটা শেষ হোৱা মাত্ৰকে আমাৰ ফালৰ গৰুৱে সেইফালৰ পথাৰত ঘাঁহ খায়। আমাৰ পথাৰত ধান কটা শেষ হলে সিহঁতৰ ফালৰ গৰুৱে এই পথাৰত ঘাঁহ খায়। এই ফালৰ চিৰিপতিৰ লগত নিতৌ পথাৰত ধপাত খাওঁ আৰু মাহেকত এবাৰ কাজিয়া কৰোঁ। সেইফালৰ ইব্ৰাহিমৰ লগতো নিতৌ পথাৰত ধপাত খাওঁ আৰু মাহেকত এবাৰ কাজিয়া কৰোঁ।

তথাপি সিফালৰ মানুহৰ চক বেলেগ, আমাৰ চক বেলেগ। সিহঁতৰ মচজিদ আছে, আমাৰ নামঘৰ নাই। মই সেইবাবে সিদিনাখন বাখৰ মৌলবীক কৈছিলোঁ, বোলে বাখৰ, তুমি মৌলবী হ'লা। পঢ়ি শুনি জনা মানুহ হ'লা। ধৰ্মৰ কথা জানিলা, ঈশ্বৰৰ কথা জানিলা। তুমিয়ে মচজিদৰ ভগবানকে কবা, বোলে ভগবান! আমাৰ গাওঁখনলৈ চাবা। গাওঁৰ আটাইবিলাক মানুহকে চাবা। আমাৰ গাই-গৰু চাবা, আমাৰ ধানৰ পথাৰখন চাবা, তুমি আমাক আটাইকে ভালে কুশলে ৰাখিবা।

ইছলামপুৰত মানুহে ৰাতিপুৱা গৰু-গাই বাহিৰলৈ উলিয়াইছিল মাথোন, তেনেতে পুলিছৰ দলটো আহি ওলাল। আহিয়ে সিহঁতে পালে ইব্ৰাহিমক। ইব্ৰাহিম বয়সিয়াল মানুহ। সি বাহিৰতে ধপাত হুপি বহি আছিল। পুলিছে পোনে পোনে আহি তাক সুধিলে নিজাম ক'ত? নিজাম ক'ত ইব্ৰাহিমে কেনেকৈ জানিব। তৰ্কাতৰ্কি অলপ হ'ল। গাওঁৰ ডেকা দুই এজন আহি ওলাল। ইব্ৰাহিমৰ পৰা কোনো খবৰ উলিয়াব নোৱাৰি দুজন পুলিছ ঘৰৰ

ভিতৰলৈ সোমাই গ'ল। ভিতৰত জীয়াৰী বোৱাৰী আটাইবোৰ আছিল, ঘৰৰ কাম বন কৰি। ৰাতিপুৱা কাম কৰি থকাৰ সময়ত কোনে নো কাপোৰ-কানি পৰিপাটিকৈ লয়? পুলিছ দুটাৰ আনন্দৰ সীমা নাই।

এজন ডেকাই আৰু ৰব নোৱাৰিলে। ঢকিয়াই গাঁতিয়াই পুলিছ দুটাক বাহিৰলৈ লৈ আহিল। বাহিৰত ৰৈ থকা আন এটা পুলিছে আহি তাৰ বন্দুকটোৰে ডেকাজনৰ মূৰত কোব মাৰি দিলে। ৰক্তাক্ত হৈ ডেকাজন মাটিত পৰি গ'ল। লাহে লাহে মানুহ আহি জমা হবলৈ আৰম্ভ কৰিলে। পুলিছ কেইটাই দেখিলে যে কথা ভাল নহয়। সিহঁতে লৰালৰিকৈ গ্ৰেপ্তাৰ কৰিবলৈ আৰম্ভ কৰিলে। যাকে যেনি পালে সিহঁতে বান্ধি লবলৈ ধৰিলে। কেইজনমান ডেকা হঠাৎ অদৃশ্য হৈ গ'ল। এনেকৈ মৰিলেও মৰিম, তেনেকৈ মৰিলেও মৰিম, সিহঁতে মনতে স্থিৰ কৰিলে। আৰু ততালিকে ঘৰ এৰি তৰাবনৰ ফালে যাত্ৰা কৰিলে।

শিমলুবাতো সেই একে ধৰণৰ কাম আৰম্ভ হ'ল। আহি পোৱা মাত্ৰকে পুলিছে মানুহক সুধিলে শিৱনাথ সমুদ্ৰৰ কথা। তেতিয়া গাওঁৰ মানুহবোৰ পথাৰলৈ যাবলৈ ওলাইছে। কিছুমানে গৈ পথাৰ পাইছেগৈ ইতিমধ্যে। কান্ধত নাঙল লৈ পথাৰলৈ যাবলৈ ওলোৱা মানুহবোৰ থমকি ৰৈ গ'ল। কাৰণ পুলিছ সোমোৱাৰ আধাঘণ্টাৰ পাছত দুটা ঘৰত জুই জ্বলি উঠিল। তাৰে এটা ঘৰ আছিল শান্তি সেনাৰ অফিছ। গাওঁৰ মানুহৰ নিৰপত্তৰ বাবে ৰাতি পহৰা দিবলৈ এদল ডেকাই শান্তি সেনা নাম দি অনুষ্ঠান এটা গঢ়ি তুলিছিল। ইমান দিনলৈ তেওঁলোক কোনো হিংসাত্মক কামত লিপ্ত হোৱা নাছিল। যি ঘৰটোত তেওঁলোকৰ দুই এটা বহীপত্ৰ আছিল, সেই ঘৰটোতে পুলিছে জুই লগাই দিলে। এজন মাত্ৰ ডেকা ল'ৰা তাত আছিল, তাক তেওঁলোকে গ্ৰেপ্তাৰ কৰি ললে।

ইতিমধ্যে ছজন মিলিটাৰী আহি সোমাল গাওঁত। পুলিছৰ লগৰ এজন গুগুাই দুজন মিলিটাৰীক এটা ঘৰলৈ লৈ গ'ল। সেই ঘৰৰ গিৰিহঁত তেতিয়া পথাৰত। পুলিছ আৰু মিলিটাৰীৰ নাম শুনি তেওঁ ঘৰলৈ আহিবলৈ বুলি

গৰু হালে যুৱলিৰ পৰা মেলি দিছিল মাথোন। বোৱাৰী জনীয়ে মিলিটাৰী চিপাহীক দেখা মাত্ৰকে ঘৰৰ ভিতৰত সোমাই দুৱাৰৰ ডাং দি দিলে। চিপাহীৰ লগৰ মানুহজনে দুৱাৰখন খুলি দিয়াৰ বাবে নানাভাবে তাইক বুজালে, কিন্তু দুৱাৰ মেল নাখালে। চিপাহী দুটাৰ ধৈৰ্য্যচ্যুতি হ'ল। সিহঁতে বন্দুকৰ নালেৰে কোবাই দুৱাৰখন ভাঙি ভিতৰ সোমাই গ'ল। বোৱাৰী জনী ভয়ত মূৰ্চ্ছা গ'ল। কিন্তু ততালিকে আকৌ সাৰ পাবলৈ বাধ্য হ'ল। তাই তাইৰ নিষ্পেষিত শৰীৰটোৰ ফালে আওকাণ কৰি চিঞৰিলে। তাইৰ বিকট অথচ নিঃসহায় আৰ্ত্তনাদ দশোদিশে বিয়পি গ'ল।

বাহিৰত তেতিয়া মানুহ ভৰি পৰিছে। দাং যাঠি লৈ মানুহবোৰে ঘৰটোৰ ফালে লৰ দিলে। কোবত চিপাহী দুজনৰে মূৰৰ পৰা, কুমৰ পৰা, হাতৰ পৰা তেজ ওলাবলৈ ধৰিলে। কিন্তু পাছৰ ফালৰ পৰা বন্দুকৰ শব্দ হ'ল। এজন ডেকা তাতেই ঢলি পৰি গ'ল। বাকী কেইজনমানৰ জখম হ'ল। পুলিছ আৰু চিপাহী কেইজনে কুৰিজন মান মানুহক ধৰি লৈ গ'ল।

বাৰখন গাওঁৰ প্ৰতিজন মানুহেই শুনিছে যে পুলিছ আৰু মিলিটাৰী সিহঁতৰ আটাইকেইখন গাওঁতেই বিয়পি পৰিছে। বেছি ভাগ মানুহেই ভয় খাইছে। বিশেষকৈ তিৰোতা মানুহখিনিৰ সন্ত্ৰাস হৈ গৈছে। শিমলুৱাৰ ঘটনা ইতিমধ্যে চাৰিওফালে প্ৰচাৰিত হৈছে। বোৱাৰীজনীৰ আতঙ্কৰ উন্মাদ চিৎকাৰ যেন প্ৰতি গৰাকী তিৰোতাই শুনি পাইছে।

কিন্তু সুমিত্ৰাৰ ভয় নালাগে। উজানঘাটত তাই ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰে। তাই সাবিত্ৰীক লগ পাবই লাগিব। তাই কাৰোবাৰ মুখত শুনিছিল যে সাবিত্ৰী উজানঘাটতে আছে নাৰায়ণৰ ঘৰত। কিন্তু নাৰায়ণৰ ভনীয়েকজনী ঢুকোৱাৰ পাছত তাই ক'লৈ গ'ল কোনেও কব নোৱাৰে। তথাপি সুমিত্ৰাই তাই বিচাৰি উলিয়াবই। পুলিছক তাই আৰু ভয় নকৰে। মিলিটাৰীকো ভয় নকৰে। তাই আপোনমনে কয়,—

মোৰ আপোন ভাই ককাইৰ আগত, মোৰ নিজৰ গাওঁৰ মানুহৰ আগত সিহঁতে মোৰ গাৰ কাপোৰ ফালি পেলাইছে। গাওঁৰ মানুহে, মোৰ

ভাই ককায়ে মোৰ উদং গাটো দেখিছে। আৰু মোৰ কিহৰ লাজ? চিপাহী, দুজন নালাগে এশ জনে, এহেজাৰ জনে মোৰ গাটো চাই নাথাকক কেলৈ? সিহঁতৰ আগত আকৌ কিহৰ লাজ? পথাৰত গৰু চৰাওতে শ শ গৰুৰ মাজত মই নিঃসঙ্কোচে কাপোৰ সলাব পাৰোঁ। তেনে আকৌ পুলিছ চিপাহীৰ আগত লাজ কৰিবলৈ যাম কিহৰ বাবে? আৰু মোৰ লাজ নাই। লাজ নাই বাবে ভয়ো নাই। মই লাজো নকৰোঁ ভয়ো নকৰোঁ। আকৌ এবাৰ মোক পালে সিহঁতে কি কৰিব? মোৰ গাৰ কাপোৰবোৰ টানি আজুৰি ফালি পেলাব। পেলাওক। মোৰ কেৱল হাঁহি উঠিব, পুতৌ লাগিব। মোৰ লাজ নলগা বুকুখন চালে তহঁতৰ কি লাভ হব? চা। বুকুৰ ভিতৰত মোৰ কি আছে তাক তো তহঁতে দেখা নাপাব। তহঁতে মোক চাব মানে মইও তহঁতক চাম। আৰু যদি পাৰোঁ—পাৰিমেই, নোৰাৰিম কিয়! যিমানে তহঁত মোৰ ওচৰ চাপিবি, সিমানে মোৰ ভাল লাগিব। মোৰ হাঁহি উঠিব।

অবশেষত তাই সাবিত্ৰীক বিচাৰি পালে। উজানঘাটৰ জুৰিটোৰ আনটো পাৰত থকা কোনোবা মজদুৰৰ ঘৰত সাবিত্ৰী আছিল। তিনি গৰাকী তিৰোতা মানুহৰ শুশ্ৰূষা কৰি উঠি, এগৰাকীৰ করুণ মৃত্যুৰ সময়ত ওচৰত থাকি তাৰ পাছত তাই ইয়ালৈ আহিছিল। এজন মজদুৰৰ ঘৰলৈ আহি তাই ভাবিছিল যে তাই অকণমান শুই লব। কিন্তু তাই আহি পোৱাৰ অলপ পাছতে অৰবিন্দৰ মৃত্যুৰ কথা তাই শুনিলে। তাৰ পাছত তাইৰ চকুলৈ আৰু টোপনি নাহিল।

সুমিত্ৰাই সাবিত্ৰীৰ কথা বহুত শুনিছিল। তাই ভাবিছিল সাবিত্ৰী বয়সিয়াল তিৰোতা। গতিকে প্ৰথমবাৰ সাবিত্ৰীক দেখি তাই আচৰিত হৈ গ'ল। তাইৰে সমান ছোৱালী। সুমিত্ৰা আৰু বেছি আচৰিত হ'ল, তাইৰ চকুত চকু পানী দেখি। চকুত পানী ওলোৱা ছোৱালীয়ে জানো কেতিয়াবা বাতি গৈ দলং ভাঙি থৈ আহিব পাৰে! সুমিত্ৰাই অলপ সঙ্কোচেৰে কয়,—

বাইদেউ! তুমি সঁচাকৈ জানো সাবিত্ৰী?

সাবিত্ৰীয়ে অকণমান হাঁহি কয়,—

মোৰ নাম ঠিকেই সাবিত্ৰী। কিন্তু তুমি মোক বাইদেউ বোলাৰ কোনো দৰ্কাৰ নাই। সাবিত্ৰী বুলিয়ে মাতিবা। আৰু মোক তই বুলিলেই ভাল। কাৰণ আমি দুয়ো প্ৰায় সমান বয়সৰ হ'ম। ইহঁতে কলে, তোমাৰ নাম হেনো সুমিত্ৰা।

এৰা, মোৰ নাম সুমিত্ৰা। মোৰ লগতে একে স্কুলতে পঢ়া ল'ৰা এটাই মোক মাতিছিল মিত্ৰা বুলি। তোক বিচাৰি উলিয়াওতে মোৰ যে কি কষ্ট গৈছে। জান, ধৰিবলৈ গলে মোৰ এতিয়া নাম ধাম একো নাই। ঘৰো নাই। মই মাত্ৰ এজনী ছোৱালী। মানুহৰ নাম ধাম, থকা ঘৰ, এইবোৰৰ দৰ্কাৰ—মান-সম্ভ্ৰমৰ বাবে। মোৰ আৰু মান-সম্ভ্ৰম নাই, লাজ-লজ্জা নাই। গতিকে মোৰ নামো নাই ঘৰো নাই। বাৰু, তই ঘৰলৈ নাযাৱ? তোৰ ঘৰ যে উজানঘাটত নহয় এইকথা মই জানো। গলে ব'ল, মই লগত যাম।

তোৰ কথা মই অলপ শুনিছোঁ—সাবিত্ৰীয়ে কয়। কিন্তু যিবোৰ ঘটনা নিতৌ এশটা ঘটিব ধৰিছে, তাৰ তুলনাত তোৰ একো হোৱা নাই। তই ইমান দুখ কৰিছ কেলৈ?

দুখ?—সুমিত্ৰাই কয়!—দুখ মই অকণো কৰা নাই। মই আৰু লাজ নকৰা হৈছোঁ তাকেহে তোক মই কৈছোঁ। অৰ্থাৎ মই মোৰ শৰীৰটোক লৈ আৰু লাজ নকৰোঁ। গাওঁৰ মানুহৰ আগতেই যেতিয়া মোৰ লাজ নাথাকিল, চিপাহীৰ আগত লাজ কৰিম নে? তই জানো জান, সিহঁতে মোৰ ব্লাউজটো ফালি দিছিল? আৰু ব্লাউজৰ তলত মই একো এটা পিন্ধা নাছিলোঁ।

জানোঁ। মই শুনিছোঁ।—সাবিত্ৰীয়ে অৰাঅৰি কয়। তই মোক কিয় বিচাৰিছিলি?

মই তোৰ লগত কাম কৰিম। তহঁতে মোক অবিশ্বাস নকৰিবি। মৰণলৈ মই ভ্ৰূক্ষেপকে নকৰোঁ। মোৰ অন্তৰত কি দাহ এই কথা তহঁতে কোনেও বুজি নাপাব। কিন্তু মোৰ দাহ মোৰ নিজৰ কথা, তহঁতৰ নহয়। আৰু মোৰ লগত কি আছে—জান? লোৰ শলা। দীঘল দীঘল, বন্তা চিলাই কৰা বেজি। তাক মই চিক্‌চিকীয়া কৰি জোঙা কৰি ৰাখিছোঁ। দুৰছৰৰ কেঁচুৱা এটাইও অনায়াসে এজনৰ গাত সোমাই দিব পাৰিব। কেতিয়াবা কামত লাগিব কিজানি। তেনেকুৱা শলা মোৰ বহুত আছে। তোকো দিম দুটামান লাগে যদি।

খন্তেক তাই ৰয়, আৰু কাণ পাতি শুনে। তাৰ পাছত তাই খপহ কৰে যাবলৈ ওলায়,—

সেয়া পুলিছৰ আৱাজ। সিহঁতৰ মাত শুনিলেই মই সিহঁতক চিনি পাওঁ। শুন সাবিত্ৰী, তই ইয়াতে থাক। মই অকণমান আহোঁগৈ। আহোঁতে খাবলৈকেও কিবা লৈ আহিম। দুপৰীয়া হবই এতিয়া। তাৰ পাছত তোৰ ঘৰলৈ যাম। মই নাহোঁ মানে তই ইয়াতে থাকিবি।

উত্তৰলৈ বাট নাচাই তাই সাউৎ কৰে ওলাই যায়। তাই গৈ উজানঘাটৰ ডাঙৰ আলিটো পোৱা মাত্ৰকে দেখিলে, হয় পুলিছ আহিছে। অলপ দূৰতে এখন মিলিটাৰী জীপ গাড়ী। তাই কাকো ভ্ৰূক্ষেপ নকৰি চাৰিও ফালে ভালকৈ চায়। আন কোনো গাড়ী নাই। মাত্ৰ এখন গাড়ী। পুলিছ বিলাকে নিশ্চয় খোজ কাঢ়ি আহিছে।

মুঠতে চাৰিজন চিপাহী। সিহঁতৰ এজন গাড়ীতে থাকিল। বাকী তিনিজন গৈ এখন দোকানত সোমাল, আৰু বিচাৰি বিচাৰি দোকান খনত এখন নিচান পালে। প্ৰথমেই সিহঁতে নিচানখন বাহিৰলৈ আনি নিচানখনত জুই লগাই দিলে। আধাপোৰা হওঁতেই নিচানখন পেলাই দি সিহঁতে আকৌ

দোকানৰ ভিতৰলৈ সোমাই গ'ল। দোকানত যিখিনি লাগতিয়াল বয়বস্তু আছিল, সেইখিনি সিহঁতে বাহিৰলৈ উলিয়াই পুলিছকেইটাক দিলে। আৰু পুলিছ বিলাকে বস্তুবোৰ জীপ গাড়ী খনৰ পাছৰ ট্ৰেইলাৰ খনত দমাবলৈ ধৰিলে। গাড়ীতে বহি থকা চিপাহীজনকো সিহঁতে মাতি আনিলে। কম্বল, চাৰ্ট, ধুতি, শাড়ী, জোতা, মোজা আটাইবোৰ উলিয়াই আনি সিহঁতে দোকানীজনক বাহিৰলৈ আনি কোবাবলৈ আৰম্ভ কৰিলে। আনকেইজনে দোকানৰ ঘৰটোত জুই লগাই দিলে। মানুহৰ চিঞৰ বাখৰত উজানঘাটত খলক লাগিল।

সুমিত্ৰাই আধাপোৰা নিচানখন দুটনি ললে। তাই লাহে লাহে গৈ জীপ গাড়ীখনৰ ওচৰ পালে, আধাপোৰা নিচানখনত আকৌ জুই লগালে, আৰু কোনেও তৰ্কিব নোৱাৰাকৈ জীপৰ বস্তুবিলাকৰ মাজত নিচানখন থৈ দিলে! তাৰ পাছত তাই আঁতৰি আহিল। দোকান ঘৰত দম্ দম্ কৈ জুই লাগি উঠিল, মানুহৰ কোঢ়াল বাঢ়িল; আৰু আনফালে জীপগাড়ী খনতো সমানে জ্বলিল জুই।

মানুহৰ সংখ্যা লাহে লাহে বাঢ়ি আহিবলৈ ধৰিলে। তিৰোতা মতা বনুৱা বিলাকো লাহে লাহে আহিবলৈ আৰম্ভ কৰিলে! সুমিত্ৰাই জানে যে অলপ পাছতে চিপাহী বিলাকে বন্দুক চলাব। তাৰ আগতে যদি তাই সিদিনাখনৰ পুলিছ জনক পাব পাৰে তেনে তাইৰ কাম হয়। কেবা ঠাইতো চিপাহী বিলাকে মানুহ বিলাকক বেঢ়ি লৈ কোবাবলৈ আৰম্ভ কৰিছে। তাই ঘূৰি ঘূৰি চাবলৈ ধৰিলে। এঠাইত তাই দেখা পালে দীঘল ৰচি এগছেৰে এজন পুলিছে কেইবাজন মানুহক সাঙুৰি বান্ধিবলৈ লৈছে আৰু আনজনে ডেকা এজনক বগৰাই পেলাই দি কোবাবলৈ লৈছে। কোনোবাই মুখেৰে এষাৰ মাত মাতিলেই হ'ল আৰু। পুৰুষেই হওক তিৰোতাই হওক, মাৰ খাবই।

হঠাৎ তাই শুনিলে, পুলিছজনক ওচৰৰে কোনোবা এজনে তাইৰ কথা কৈ আছে। তাই ওচৰতে থিয় দি আছিল। পুলিছ জনে ডেকাজনক

কোবাবলৈ বাদ দি উভটি চালে। সুমিত্ৰাই দেখিলে যে সিদিনাখনৰ পুলিছ জন। সিয়েই সিদিনা তাইৰ ব্লাউজ টানি ফালি পেলাইছিল। পুলিছ জনেও তাইক চিনি পালে। সুমিত্ৰা দুখোজ পিছুৱাই আহিল। পুলিছ জনো আহিল। আহি সি হাতখন সুমিত্ৰাৰ কান্ধত থলে। সুমিত্ৰাই আকৌ দুখোজ পিছুৱালে। তাই লাহে লাহে আহি ডাঙৰ গছ এডালৰ আঁৰালত গছতে আঁউজি থাকিল। হাত দুয়োখন তাই তললৈ ৰাখিলে। পুলিছ জনে তাইৰ আগলৈ আহি এখন হাত তাইৰ বুকুৰ ওপৰত ৰাখিলে। তাই নলৰিল, স্থিৰ দৃষ্টিৰে তাৰ চকুলৈ চাই থাকিল। সি আনখন হাতো আনি তাইৰ বুকুৰ ওপৰত থলে। ঠিক সেই মুহূৰ্ত্ততে তাইৰ দুয়োখন হাত ওপৰলৈ উঠিল। দুয়োখন হাতৰ দীঘল, চোকা চিক্‌চিকীয়া দুডাল লোৰ শলা তাৰ দুই চকুৰেদি সোমাই গ'ল। উজানঘাটৰ সমস্ত কোঢ়াল চেৰ পেলাই পুলিছজনৰ আৰ্ত্তনাদ দশোদিশ জন্‌জনাই গ'ল।

লগে লগে শুনা গ'ল বন্দুকৰ শব্দ। একেলগে চাৰিটা বন্দুকৰ পৰা চিপাহী বিলাকে গুলি মাৰিবলৈ ধৰিলে। প্ৰথমে সিহঁতে এনেয়ে ওপৰলৈ গুলি চলালে, কাৰো গালৈ লক্ষ্য নকৰিলে। মানুহৰ ভিৰ পাতলিল।

ভিৰ অলপ পাতলি যোৱা মাত্ৰকে হুকুম হ'ল যে সিহঁতক ম'হৰ গাড়ী দিব লাগিব, অন্ততঃ তিনিখন গাড়ী। মানুহে গাড়ী আনিবলৈ গ'ল। ইতিমধ্যে আহত হোৱা পুলিছজনক সিহঁতে আনিলে। তাৰ চকুৰে ধাৰাসাৰ তেজ বৈ তাৰ কাপোৰ ৰাঙলী হৈ গৈছে। তাৰ দুয়োটা চকু সম্পূৰ্ণ অন্ধ হৈ গৈছে, তাত সন্দেহ নাই। সিহঁতে সাধাৰণ ভাবে তাৰ চকুদুটা কাপোৰেৰে বেণ্ডেজ কৰিলে। আনফালে চিপাহী বিলাকে দহজন ডেকা লৰা আৰু কুৰিজন আন মানুহক বান্ধি পেলালে। এই ডেকা কেইজনৰ ভিতৰতে কোনোবাই জীপ খন পুৰিছে নিশ্চয়। দুই একজনৰ গাত ইমান কোব পৰিছে যে সিহঁতে দুয়োখন হাত বন্ধা অৱস্থাত কোনোমতে থিয় দি থাকিব নোৱাৰে। তথাপি, ম'হৰ গাড়ীৰ পাছে পাছে তেনেকৈয়ে সিহঁতে যাব লাগিব থানালৈ।

পুলিছ আৰু চিপাহী আটাইবোৰে যাবলৈ সাজু হ'ল। তিনিখন ম'হৰ গাড়ীত সিহঁতে বহি ললে। আহত হোৱা চিপাহীজনক শুৱাই দিলে। এজন চিপাহী আৰু এজন পুলিছ গাড়ীৰ ওচৰত থিয় দিলে। এজন পুলিছ গাড়ী কেইখনৰ আগত থাকিল আৰু এজন চিপাহী পাছত। সাঙুৰি বান্ধি লোৱা মানুহ কেইজনক থিয় হবলৈ হুকুম দিলে। ত্ৰিশজন মানুহ। সেই ত্ৰিশজন মানুহক সিহঁতে টানি লৈ যাব। তিনিজন মানুহ উঠিবলৈ একেবাৰে অপাৰগ। মূৰ ফাটি সিহঁতৰ তেজ দুই কুমেদি বৈয়ে আছে।

সুমিত্ৰাই গাড়ীৰ ভিতৰলৈ চায়। পুলিছজন তাত পৰি আছে। তাৰ ডিঙিৰ পৰা গোঁ গোঁৱানি শব্দ এটা উঠিছে। তাই আপোন মনে হাঁহে, আৰু তাইৰ বুকু দুটা কঠিন হৈ শিলৰ দৰে হৈ উঠে। অকস্মাৎ তাই এবাৰ সাবিত্ৰীক দেখা পায়। সাবিত্ৰীয়ে এজন ল'ৰাৰ লগত অলপ দূৰত মানুহৰ ভিৰৰ মাজত থিয় দি কিবা কৈ আছে। তাই আকৌ ভালকৈ চায়। লগৰ ল'বা জন নাৰায়ণ। তাই মানুহৰ মাজেদি ভিৰ ঠেলি সাবিত্ৰীৰ ওচৰলৈ যাবলৈ চেষ্টা কৰে। অথচ সাঙুৰি নিয়া মানুহ কেইজনৰ কি ব্যৱস্থা কৰিব পাৰি তাই ভাবি নাপায়।

হঠাৎ তাই দেখিলে যে ল'ৰা এটাই মানুহবিলাকক পানী খুৱাবলৈ ধৰিছে। ক'ৰবাৰ পৰা সি দুটো প্লাষ্টিকৰ বেগ জোগাৰ কৰিছে। বেগ দুটা পানীৰে পূৰাই কান্ধত ওলোমাই লৈ সি বান্ধি থোৱা মানুহবিলাকৰ ওচৰলৈ গৈ সিহঁতৰ মুখত পানী ঢালি দিছে। দুপৰীয়াৰ ৰ'দত, গাৰ দুৰন্ত বেদনাৰ মাজত পানীখিনি সিহঁতৰ অমৃত যেন লাগিছে। সুমিত্ৰাই আকৌ তাৰ ফালে চায়। তাই তাক চিনি পায়। সি বনজন্। চাৰিজন মান মানুহক পানী দিয়াৰ পাছতে চিপাহী এজন গাড়ীৰপৰা নামি আহি বনজনৰ পেটতে গোৰ মাৰি দিলে। পানীৰ বেগ দুটা তাৰ কান্ধৰ পৰা চিটিকি পৰিল। সি অজ্ঞান হৈ পৰি গ'ল।

দৌৰ মাৰি আহি সুমিত্ৰাই তাক সাবটি ধৰিলে। তৎক্ষণাৎ ভিৰ ঠেলি অন্য কেইজনীমান ছোৱালী আৰু তিৰোতা মানুহ সোমাই আহিল। সিহঁতে পানীৰ বটল দুটা আনি মানুহবিলাকক পুনৰ পানী খুৱাবলৈ ধৰিলে। আন এজন চিপাহী আহি আগৰজনক সহায় কৰিলে। সিহঁতে দুয়ো মিলি ছোৱালী বিলাককো বান্ধি পেলালে। সুমিত্ৰাই ইতিমধ্যে বনজনক আঁতৰ কৰি উলিয়াই নিছে। মানুহৰ মাজত উত্তেজনাৰ সৃষ্টি হ'ল। সিহঁতে চিপাহী দুটাৰ ওচৰলৈ আগুৱাই আহিবলৈ ধৰিলে।

হঠাৎ শব্দ হ'ল একেলগে দুটা। নাৰায়ণৰ হাতবোমা দুটা ম'হৰ গাড়ীৰ ওচৰতে পৰি ফুটিল। এজন পুলিছে চকুত হাত দি বহি পৰিল। তীব্ৰ গতিৰে চাৰিজন চিপাহীয়ে বন্দুক লৈ থিয় হ'ল। সিহঁতে গুলি চলালে। চাৰিজন মানুহ বাগৰি পৰিল। সিহঁতে আকৌ এবাৰ গুলি চলালে। আকৌ চাৰিজন মানুহ পৰিল। এই বাৰ নাৰায়ণো পৰি গ'ল। মানুহ বিলাক সিচৰতি হৈ পৰিল।

চাৰিওফালে তেজ বৰলৈ ধৰিলে। উজানঘাটৰ ৰাস্তাৰ ধূলিৰ ওপৰত তেজ পৰি পৰি বোকা হৈ গ'ল। চিপাহীবিলাকে গাড়ী চলালে। তিনিখন গাড়ী লাহে লাহে বৰনগৰৰ ফালে যাত্ৰা কৰিলে। গাড়ীৰ পাছত গ'ল সাঙোৰত যুতি লোৱা ত্ৰিশজন মতা, ছয়জনী ছোৱালী। চাৰিটা বন্দুক সাজু হৈ থাকিল উজানঘাটৰ পিনে মুখ কৰি।

গুলিখোৱা মানুহকেইজনৰ ভিতৰত তিনিজন তত্তালিকে মৰিল। বাকী কেইজন আহত হৈ কোনোৰকম জী থাকিল। নাৰায়ণৰ বাওঁ হাতখন হয়তো আৰু কোনোদিনেই ভাল নহব। হয় যদিও আগৰদৰে আৰু বল পাব নোৱাৰে।

সাবিত্ৰীয়ে নাৰায়ণৰ হাতখনত বেণ্ডেজ লগাই আছিল। তেনেতে সুমিত্ৰাই বনজনক লৈ সেইখিনি পালেহি। বনজনে তেতিয়াও পেটটো হাতেৰে মোহাৰি

আছিন। পেটত সি যি গোৰ খাইছিল, এতিয়াও তাৰ বিষ উপশম হোৱা নাই। সুমিত্ৰাই কয়,—

সাবিত্ৰী! শুন। তই ঘৰলৈ যাগৈ। ইয়াত আৰু তোৰ কোনো কাম নাই। এই কেইজন মানুহৰ বেণ্ডেজ কৰা আৰু আধাঘণ্টাৰ ভিতৰত হ'ব। তাৰ পাছৰ খিনি কাম ডাক্তাৰৰ। মই ইতিমধ্যে খবৰ পঠাইছোঁ, ডাক্তৰ আহি পায়হি লাগে। তই যাগৈ। কাৰণ তৰাবন আজি নিৰাপদ হৈ থকা নাই, এই কথা মোৰ পৰা জানি ল। মই যদি সোনকালে ঘূৰি আহি পাওঁ তেনে ময়ো যাম তৰাবনলৈ। শুনিছ নে নাই?

সাবিত্ৰীয়ে মূৰ ডাঙি নোচাৱাকৈ কয়,—

তই ক'লৈ যাব?

মই? মই সৌ চিপাহীবিলাকৰ লগে লগে যাওঁ গৈ। সেই ছোৱালী কেইজনীক খালাচ কৰি আনিব লাগিব। নহলে বৰনগৰত সিহঁতৰ কি গতি হ'ব, মই জানোঁ। যদি পাৰোঁ বাটতে সিহঁত কেইজনীক মোকোলাই আনিম, নোৱাৰিলে থানাপৰ্য্যন্ত যাম। সিহঁতক মই আনিমেই ঘূৰাই।

এইবাৰ সাবিত্ৰীয়ে তাইৰ ফালে চায়।

তই মিছাতে ইমান সাহস কৰিছ! তইও ছোৱালী এই কথা তই পাহৰি গৈছ নেকি? সিহঁতে ছয়জনী ছোৱালীক বৰনগৰত যদি অত্যাচাৰ কৰিব পাৰে, সাতজনীৰ ওপৰতো পাৰিব। সিহঁতক মোকোলাই অনাৰ বেলেগ বন্দোবস্ত কৰিব লাগিব। তই অকলে যাব নোৱাৰ।

তই মোতকৈ বহুত বেছি জান, বহুত বেছি বুজ,—সুমিত্ৰাই উত্তেজিত ভাবে কৈ যায়। কিন্তু তইও পাহৰি গৈছ যে তহঁত বিদ্ৰোহী হলেও তহঁতৰ লাজ আছে। মোৰ লাজ নাই। মোৰ বাবে তই চিন্তা নকৰিবি। কিন্তু তই এতিয়াই যাগৈ।

## দহ

তাই এক মুহূৰ্ত্তও পলম নকৰি গুচি যায়। বনজন্ যে তাইৰ পিছে পিছে যায়, বহুত বেলিলৈ তাই মন কৰা নাছিল। ম'হৰ গাড়ীখন যিমান সোনকালে পোৱা যায়, তিমানে মঙ্গল, এয়ে আছিল তাইৰ চিন্তা।

তৰাবনত তুমুল কাণ্ড আৰম্ভ হৈ গৈছে। তালৈ আহিছে এখন মিলিটাৰী ট্ৰাক, এখন পুলিছ জীপ। মিলিটাৰী আৰু পুলিছ উভয়ে প্ৰস্তুত হৈ আহিছে তৰাবনৰ মানুহখিনিক নিষ্পেষিত কৰি, লাঞ্ছনা অপমান দি সিহঁতক সম্পূৰ্ণ নিৰুৎসাহ কৰি দিবলৈ। সিহঁতৰ মন আৰু আৰু তেজ সম্পূৰ্ণ পৰাভূত কৰিব লাগিব। তৰাবন যদি ভগ্নোৎসাহ হৈ ভাগৰি পৰে, তেনে এই ফালৰ গাওঁবোৰ শান্ত হৈ যাব, এই পুলিছৰ আশা। সিহঁতৰ লাঞ্ছনা অপমানৰ সীমা নাইকিয়া কৰি দিব লাগে, এয়ে পুলিছৰ কামনা।

তৰাবনত সোমায়ে সিহঁতে দোকান এখনলৈ গ'ল। তাত কেবাজনো মানুহ গোট খাই আছিল। গৈয়ে মানুহকেইজনক কলে, যে সিহঁত দেশদ্ৰোহী আৰু গোপনে সিহঁতে বিদ্ৰোহৰ চক্ৰান্ত কৰিবলৈ ধৰিছে। মানুহ কেইজনে মুখেৰে মাতিবলৈকে নাপালে, তাৰ আগেয়ে সিহঁতৰ গাত কোব পৰিল। সিহঁতক পিটি পিটি বাহিৰ কৰি দিলে। তাৰ পাছত দোকানৰ চাউল দালি যিমান আছিল সেইবোৰ বাহিৰলৈ টানি আনি ওচৰতে থকা নলা এটাত পেলাই দিলে। দোকানীজনে বাধা দিবলৈ চেষ্টা কৰাৰ কোনো সুযোগেই নাপালে। অৰু ৰচি এগছেৰে দোকান ঘৰৰ খুটা এটাত বান্ধি লৈ পাৰেমানে

পিটিলে। দাঁত ভাঙি যেতিয়া তেজ ওলাল, তেতিয়া তাক তাতেই এৰি থৈ সিহঁত আগুৱালে।

কেইগজমান গৈয়ে সিহঁতে তিৰোতামানুহ এগৰাকী পালে। ওচৰৰে নাদৰ পৰা পানী আহিছিল তেওঁ। এজন চিপাহীয়ে বন্দুকেৰে কোবাই কলহটো ভাঙি দিলে। তিৰোতাজনীয়ে কোনো এটা কথা কবলৈকে সময় নাপালে, তেওঁক জোৰ কৰি ভিতৰলৈ লৈ গ'ল। ঘৰৰ মতা মানুহজনে ক'ৰপাৰ পৰা লাঠি এডাল আনি সিহঁতৰ ফালে খেদি আহিল। কিন্তু তাৰ কোব কোনো এজন চিপাহীৰ গাত নালাগিল। কাৰণ তাৰ আগেয়ে চিপাহীৰ কোবত তাৰ মূৰ ফাটি গ'ল আৰু সি মাটিত পৰি গ'ল। তালৈ কোনো ভ্ৰূক্ষেপ নকৰি সিহঁতে তিৰোতাজনীক ঘৰৰ ভিতৰলৈ লৈ গৈ পাৰেমানে অত্যাচাৰ কৰিলে। আনকি চিঞৰিবলৈকো তেওঁ সুবিধা নাপালে; কাৰণ চিঞৰ মাৰিব খুজিলেই আনজনে তেওঁৰ টেঁটুত চেপি ধৰে।

দুজন চিপাহী ঘৰৰ ভিতৰত থকা সময়তো বাকী কেইজনৰ তিনিজন নাদটোৰ ওচৰলৈ গ'ল। চিপাহী দেখা মাত্ৰকে মাইকী মানুহ খিনি পলাবলৈ চেষ্টা কৰিলে। কিন্তু তাৰে ভিতৰৰে তিনিজনীক সিহঁত তিনিওজনে ধৰি পেলালে। তাৰ পাছত চিপাহীকেইটাই টানি আজুৰি তেওঁলোকৰ গাৰ কাপোৰ মেখেলা আটাইবোৰ ফালি মাটিত পেলাই দিলে। তেওঁলোকে চিঞৰিলে আৰু চিঞৰা মাত্ৰকে গাত পৰিল কোব।

গাঁৱৰ স্কুল যিবিলাক আছিল আটাইবোৰ ইতিমধ্যে বন্ধ হৈ গৈছে। শিক্ষক ছাত্ৰ আটাইবোৰ ঘৰামৰি গুচি গৈছে। কেৱল হাইস্কুলখন প্ৰথমতে অলপ সময়ৰ বাবে বন্ধ হোৱা নাছিল। গাৱঁত পুলিছ মিলিটাৰী আহিয়েই থাকে, আজিকালি। সেইবাবে স্কুলৰ ফালৰ পৰা ভয়ৰ কোনো কাৰণ নাছিল। লাহে লাহে যেতিয়া গোটেই গাওঁখনতে এটা সন্ত্ৰাসৰ ভাব বিয়পি পৰিল তেতিয়া হাইস্কুলখনো ছুটী হৈ গ'ল। লৰাছোৱালী, শিক্ষক আটাইবিলাকেই স্কুলৰ পৰা গুচি যাবলৈ ধৰিলে। স্কুলখনত ছোৱালীৰ সংখ্যা তেনেই কম। ওপৰৰ শ্ৰেণী বিলাকত মুঠতে কুৰিজনী ছোৱালী। তাৰে ভিতৰত নৱমমান দশমমান শ্ৰেণীত ছোৱালী মাত্ৰ সাতজনী। সাধাৰণতঃ ডাঙৰ ছোৱালী কেইজনী যাওঁতে কোনোৰ শিক্ষকৰ লগতে যায়।

সিদিনাখনো অকে কৰিবলৈ ললে। ছাত্ৰবোৰ গুচি নাযায় মানে, শিক্ষক সকল গুচি যোৱাটো সমীচীন নহয়। সেইবাবে যেতিয়া ছাত্ৰবোৰ গুচি গ'ল, দুজন শিক্ষকে ছোৱালী সাতজনী লৈ ঘৰলৈ বুলি ওলাল। তেনেতে আহি ওলাল চাৰিজন চিপাহী, দুজন পুলিছ। শিক্ষক দুজনে প্ৰমাদ গণিলে। তেওঁলোকে নানাভাবে কাকুতি মিনতি কৰি চিপাহী সকলক বুজাবলৈ চেষ্টা কৰিলে। কিন্তু বুজক চাৰি সিহঁতৰ বোৰ বাটি যাবলৈ ধৰিলে। শেষত গৈ দুয়োজন শিক্ষককে সিহঁতে কোবাবলৈ ধৰিলে। এজন শিক্ষকে ওচৰতে পৰি থকা বাহ এদাল লৈ খেদি আহিল। ততালিকে তেওঁৰ উকৰেদি বেয়নেট্ সোমাই গ'ল, তেওঁ বাগৰি পৰিল।

ছোৱালী কেইজনীয়ে পলাবৰ চেষ্টা কৰিলে। চিপাহীকেইটাই আগুৰি খেদি নি তিনিজনীক ধৰি পেলালে। বাকী চাৰিজনী কোনোমতে পলাল। শিক্ষক দুয়োজন পথাৰতে অজ্ঞান হৈ পৰি থাকিল; আৰু ছোৱালী তিনিজনীকে সিহঁতে স্কুলৰ ভিতৰলৈ লৈ গ'ল। সিহঁতৰ চিএৰত গোটেইখন তৰাবন খলকি উঠিল। চিপাহী বিলাকৰে ৰাজত্ব, সিহঁতৰ মনলৈ কোনো ভয় শঙ্কা নাহিল। প্ৰতিজনী ছোৱালীকে এজনে জোৰ কৈ ধৰি থাকিল; আন এজনে ধীৰে ধীৰে তাইৰ গাৰ কাপোৰ বোৰ সোলোকাই পেলালে। এখন এখন কাপোৰ সোলোকালে আৰু অট্টভাৱে হাঁহিবলৈ ধৰিলে। এজনীৰ ব্লাউজটো খুলি তাইৰে মুৰত বান্ধি থলে। আন এজনীৰ মেখেলা খন টানি আনি বেৰত ওলোমাই থলে। সিজনীৰ মেখেলা আৰু পেটিকোট খুলি আনি দুয়োখনতে জুই লগাই দিলে। জুই লগাই দি উঠি তাইৰ উদং উৰু দুখনত পিহি দিবলৈ ধৰিলে। বিজনীৰ গাৰ পৰা ব্লাউজটো খুলি লৈছিল তাইৰ বুকুত চক্‌পেখিলেৰে বাজি দিলে! তাৰ পাছত তিনিও জনীক তিনিখন বেঞ্চত বহিবলৈ কলে। সিহঁতৰ কোমল অঙ্গবোৰ ভয়তে কোঁচ খাই উঠিল।

এনেতে কোলাহল আৰম্ভ হ'ল। হাজাৰ হাজাৰ মানুহৰ আৱাজ একেলগে ধ্বনিত হবলৈ ধৰিলে। চাৰিওফালে চেদেলি ভেদেলি হৈ যোৱা মানুহবোৰ গোট খালে। ইছলামপুৰ-শিমলুবাৰ পৰা পলাই অহা ডেকালবাৰ দলটোৱে আহি ইয়াতে যোগ দিলে। পথাৰত হালবাই থকা মানুহবোৰে হালশক আতেই

পেলাই থৈ আহি ভিৰত যোগ দিলে। ঘৰৰ মাইকী মানুহবোৰে নিজৰ কাম পেলাই থৈ বাহিৰলৈ আহিল। গোটেইখন তৰাবনত মানুহ ভৰি পৰিল।

দুই পিনৰ পৰা মানুহবোৰে যাত্ৰা কৰিলে। এদল আহিল উত্তৰ ফালৰ পৰা আনটো দল আহিল দক্ষিণৰ পৰা। হাইস্কুলত যিকেইজন চিপাহী আছিল সিহঁতে তাৰপৰা ওলাই বাকী চিপাহীবোৰৰ ওচৰলৈ দৌৰিলে। কিন্তু গৈ পোৱাৰ আগতে সিহঁতৰ গাত কোব পৰিবলৈ ধৰিলে। তথাপি সিহঁতে ভ্ৰূক্ষেপ নকৰি সিহঁতৰ বন্দুকবোৰ টোঁৱাই ক্ৰমশঃ আগুৱাই যাবলৈ ধৰিলে। সিহঁতৰ গাড়ী দুখন য'ত আছিল তালৈকে সিহঁতে মানুহৰ ভিৰ ঠেলি আগুৱালে। সিহঁতৰ পিঠিত আৰু মূৰত কোব পৰিয়েই থাকিল। এজনৰ মূৰৰপৰা তেজ ওলাবলৈ ধৰিলে।

বাঁকীবোৰ চিপাহী আৰু পুলিছ যি য'ত আছিল, আটায়ে সিহঁতৰ গাড়ী দুখনৰ ওচৰত একগোট হবলৈ চেষ্টা কৰিলে। এক গোট হব পাৰিলেই সিহঁতে সুবিধাজনক ঠাইৰ পৰা গুলীয়াব। কিন্তু মানুহৰ ভিৰত সিহঁতে বিশেষ আগুৱাব নোৱাৰিলে। যি য'ত আছে তাৰ পৰাই সিহঁতে গুলীয়াব লাগিব, ইয়াৰ বাহিৰে যেন আৰু উপায় নোহোৱা হ'ল।

মানুহৰ ভিৰ ক্ৰমে বাঢ়িবলৈ ধৰিলে। নিচানবোৰৰ সংখ্যাও ক্ৰমাৎ বাঢ়িল। ক'ৰপৰা যে ইমানবোৰ নিচান আহি মানুহৰ হাতে হাতে উৰিবলৈ ধৰিলে, কোনেও তত ধৰিব নোৱাৰিলে। মতা মাইকী সকলোৰে হাতত নিচানবোৰ জিলিকিবলৈ ধৰিলে। আৰু দলটোৰ আগত প্ৰকাণ্ড এখন নিচান লৈ কোনো ফালে ভ্ৰূক্ষেপ নকৰাকৈ আগুৱাই আহিবলৈ ধৰিলে ৰূপৰাম। ৰূপৰামৰ কঠোৰ মুখখনত হাঁহি বিৰিঙি উঠিল। হাজাৰ হাজাৰ মানুহৰ আগত নিচান উৰাই মানুহবোৰক পথ দেখুৱাই ৰূপৰাম আগুৱাই থাকিল।

হঠাৎ গাড়ীদুখনৰ ওচৰত বোমা ফুটিল। একেলগে চাৰিটা বোমা। চাৰিটা বোমা ফুটাৰ লগে লগে... চাৰিটা বোমা অন্তেই ফুটি অন্তেই নাইকিয়া হ'ল, কাৰো একো হানি বিঘিনি কৰিব নোৱাৰিলে। আকৌ বোমা ফুটিল। দুটা বোমা ট্ৰাকখনৰ ভিতৰত পৰিল। ট্ৰাকখনৰ কাপোৰ বিলাকত জুই লাগি উঠিল। এটা বোমা চিপাহী

এজনৰ মুখতে পৰিল। সি অজ্ঞান হৈ পৰি গ'ল। আৰু তাৰ বন্দুকটো মাটিতে পৰি গ'ল। ভিৰৰ মাজৰ পৰা কোনোবা এজনে বন্দুকটো তুলি ললে। আৰু মাটিতে পৰি থকা চিপাহীজনৰ বুকুৰ ওপৰেদি শ শ মানুহ পাৰ হৈ যাবলৈ ধৰিলে। ওচৰতে থকা আন এজন চিপাহীয়ে ভিৰৰ মাজতে গুলি কৰিলে। আৰ্ত্তনাদ কৰি এজন মানুহ বাগৰি পৰিল। সেই মুহূৰ্ত্ততে চিপাহীজনৰ মূৰত টাঙোনৰ কোব পৰিল। ততালিকে সি বাগৰি পৰিল।

ইতিমধ্যে ট্ৰাকখনত সম্পূৰ্ণ জুই জ্বলি উঠিল। জনতাৰ মাজত উত্তেজনা বাঢ়ি গ'ল। কোনোবাই জনতাৰ মাজৰ পৰা চিঞৰি উঠিল,—

বন্দুককেইটা হাত কৰ। সিহঁতৰ হাতৰপৰা আটাইবোৰ কাঢ়ি ল। সেই বন্দুকেৰে সিহঁতক কোবা। সিহঁতে আমাৰ জীয়াৰীবোৱাৰীৰ ওপৰত অত্যাচাৰ কৰিছে। সিহঁতৰ এজনো আজি ঘূৰি যাব নোৱাৰে।

উত্তেজিত জনতাই তাকেই কৰিবলৈ ধৰিলে। টানি আজুৰি চিপাহীবিলাকৰ হাতৰ পৰা সিহঁতে বন্দুকবোৰ কাঢ়ি ললে। সিহঁতৰ মাজৰ পৰা কোনোবাই গৈ কিছুমান ৰচি আনিলে আৰু তাৰে কেইজন মান চিপাহীক বান্ধি পেলালে। তিৰোতা বিলাকৰ মাজৰপৰা দুই এজনীয়ে আহি চিপাহীবিলাকৰ মুখত থুৱাই দিবলৈ ধৰিলে। আন কেইগৰাকীমানে ক'ৰবাৰপৰা বোকা আৰু গোবৰ যোগাৰ কৰিলে। তাৰ পাছত বোকা আৰু গোবৰ, মাটিত পৰিযোৱা চিপাহীবিলাকৰ মুখত সোমাই দিলে। ভিৰৰ মাজত হাঁহিৰ কোৱাল উঠিল।

পাছলৈ কি হব, এই কথা আৰু কাৰো মনলৈ নাহিল। সিহঁতৰ মনতে ধাৰণা হ'ল যেন এই কেইজনৰ বাহিৰে আৰু কোনো পুলিচ বা চিপাহী নাই। এই কেইজনক শেষ কৰিব পাৰিলে যেন আৰু সিহঁতৰ কোনো বিপদ নাই, কোনো ভয় নাই। জনতাৰ মাজৰ পৰা আকৌ কোনোবাই চিঞৰিলে,—

সিহঁতক জুইত পেলাই দে। সিহঁতৰ নিজৰ গাড়ীতে জুই দপ্‌দপাই উঠিছে। তাতেই তাহাঁতক পেলাই দে। সিহঁতৰ গাড়ী আমি চুবলৈ নাযাওঁ। সিহঁতৰ গাড়ীত সিহঁতেই যাওক।

ভিৰৰ মাজত তাৰ প্ৰতিধ্বনি উঠিল। এটা বোল উঠিল,—

পেলাই দে। সিহঁতক জুইত পেলাই দে।

মূৰ্চ্ছিত হৈ পৰা চিপাহী বিলাকক সিহঁতে টানিবলৈ ধৰিলে। জলিথকা ট্ৰাকখনত পেলাই দিব পাৰিলেই সিহঁতৰ কাম অন্ত।

অকস্মাৎ জনতাৰ উত্তেজিত কলৰব বন্ধ হৈ গ'ল। দূৰত বন্দুকৰ আৱাজ শুনা গ'ল। ৰতনপুৰৰ ফালৰপৰা দ্ৰুতবেগে ট্ৰাক এখন আহিল। আঠজন চিপাহী এজন অফিছাৰ। মানুহৰ ভিৰৰপৰা অলপ দূৰত ট্ৰাকখন থামিল আৰু মুহূৰ্ত্তৰ ভিতৰতে তাৰপৰা চিপাহীবোৰ নামি প্ৰতিজনে বন্দুক লৈ সাজু হ'ল।

জনতাৰ মাজত হঠাতে বিশৃঙ্খলতা আৰম্ভ হবলৈ ধৰিলে। ভিৰৰ মাজৰ পৰা দুই এজন মানুহ ওলাই ইফালে সিফালে আঁতৰিবলৈ ধৰিলে। হাতত নিচানখন লৈ ৰূপৰামে ঘূৰি থিয় হ'ল আৰু কবলৈ ধৰিলে,—

তোমালোকে এজনো ইয়াৰপৰা আঁতৰি নাযাবা। সিহঁতে আমাৰ এহেজাৰ মানুহকে মাৰি পেলাব নোৱাৰে। তোমালোকৰ আগতে তোমালোকৰেই ছোৱালী তিৰোতাক সিহঁতে বান্ধি লৈ যাব, তোমালোকে সহ্য নকৰিবা। সিহঁতক আমি চাৰিওপিনৰ পৰা আগুৰি ধৰিম। আমাৰ কোনো ভয় নাই। সিহঁতে এইমাত্ৰ পলাব।

দলটো আগুৰাবলৈ ধৰে। গাওঁৰ মাজৰ ঠেক ৰাস্তাটো মানুহেৰে সম্পূৰ্ণ ভৰি পৰে আৰু মানুহবোৰে গাতে গা লগাই ট্ৰাকখনৰফালে আগুৰাবলৈ ধৰে। ৰূপৰামে আকৌ এবাৰ ঘূৰি থিয় হয় আৰু কয়,—

আমি স্বাধীন। এয়া আমাৰ স্বাধীনতাৰ নিচান। এয়া আমাৰ দেশ। আমাৰ ভাৰতভূমি। সিহঁত স্বাধীনতাৰ শত্ৰু— দেশৰ শত্ৰু। ভাৰতভূমিৰ শত্ৰু। সিহঁতে আমাৰ এজন মানুহকো নিব নোৱাৰে। এজন মানুহৰ গা স্পৰ্শ কৰিব নোৱাৰে। তোমালোকে আগবাঢ়ি আহা। হয় সিহঁতে আমাৰ নিচান লব, নহয় মৰিব।

উত্তেজনাত ৰূপৰামৰ মুখ ৰঙা পৰি উঠে। নিচানখন তেওঁ ওখকৈ ডাঙি ধৰে। আৰু আগুৱাই যায়। মুখখনত নির্ভিকতাৰ তেজ উজলি উঠে। বুকুখন ফুলি উঠে। আৰু ৰূপৰামৰ পাছত সমানে বুকুফুলাই দলটো আগবাঢ়ে।

গুৰুম্ গুৰুম্ কৈ আঠটা বন্দুকে গর্জি উঠে। চাৰিটা গুলি ৰূপৰামৰ বুকেদি সোমাই যায়। তেওঁ বাগৰি পৰে। তেওঁৰ ওচৰতে আন এজন মানুহ বাগৰি পৰে। ৰূপৰাম মাটিতে বাগৰি পৰি আকৌ এবাৰ আঠুকাঢ়ি উঠি বহে। মুখৰপৰা জোলোকে জোলোকে তেজ ওলাই নিচানখনৰ ওপৰতে পৰি নিচানখন ৰঙা হৈ উঠে। তেওঁ আঠুকাঢ়ি বহি নিচানখন শেষ বাৰৰ বাবে ডাঙি ধৰে। ক'ৰবাৰ পৰা ছোৱালী এজনী দৌৰি আহি নিচানখন তেওঁৰ হাতৰ পৰা নিজৰ হাতত লয়। ৰূপৰামে এবাৰ হাঁহে। হাঁহিৰ লগতে তেওঁৰ বুকুৰ মাজৰ পৰা ওলাই আহে আকৌ ৰঙা ৰঙা তেজ। মুখৰ পৰা তেজবোৰ ধূলিৰ ওপৰত পৰি ধূলিবোৰ ৰঙা হৈ উঠে। মুখেৰে তেওঁ কিবা কবলৈ চেষ্টা কৰে। কিন্তু মাত আৰু নোলায়। তেওঁ মাটিত ঢলি পৰে।

এইবাৰ তিৰোতা মানুহৰ দলটো আগ বাঢ়িল। শ শ তিৰোতা মানুহে হাতত নিচানলৈ নতুনকৈ অহা চিপাহীৰ দলটোৰ ফালে আগুৱাবলৈ ধৰিলে। তেওঁলোকৰ কাৰো মুখত ভয়ৰ কোনো ইঙ্গিত নাই। তেওঁলোকে ধীৰে ধীৰে আগবাঢ়ি গ'ল। আলিৰ ওপৰতে'পৰি থকা ৰূপৰামৰ মৃতদেহ কেইজনমানে আহি অলপ আঁতৰ কৰি থলে। আৰু তিৰোতা মানুহৰ পাছে পাছে মতা মানুহবিলাকেও শাৰীপাতি তেওঁলোকক অনুসৰণ কৰিলে। মানুহবিলাকৰ হাতত কোনে অস্ত্ৰ শস্ত্ৰ নাই যদিও, ইমানবোৰ মানুহৰ আগত আঠজন চিপাহীয়ে বেছি পৰ যে তিষ্টিব নোৱাৰিব এই কথা তেওঁলোকে বুজি পায়।

এনেতে পাছৰ ফালৰপৰা বন্দুকৰ শব্দ হ'ল। যি চিপাহীৰ দলটো প্ৰথমেই আহিছিল, সিহঁতৰ কথা মানুহে পাহৰি গৈ নতুনকৈ অহা চিপাহীবোৰকে মানুহবিলাকে লক্ষ্য কৰি গৈছিল। গতিকে প্ৰথমটো দলৰ সুবিধা হ'ল। পাছৰ ফালৰপৰা গুলিয়ালে। দুজন মানুহৰ পিঠিয়েদি গুলি সোমাল আৰু থিতাতে তেওঁলোক বাগৰি পৰি গ'ল। আগৰ ফালৰপৰাও গুলিৰ শব্দ হ'ল। আকৌ দুজন মানুহ বাগৰি পৰিল। এগৰাকী তিৰোতা মানুহো পৰি গ'ল। তেওঁৰ মূৰেদি সোমাই গ'ল বন্দুকৰ গুলি।

এশমান মানুহ আঁতৰি গ'ল যদিও মানুহৰ মাজত বিশেষ কোনো উচ্ছৃঙ্খলতা দেখা নগ'ল। যেন ক'তো একো হোৱা নাই তেনেকৈয়ে তেওঁলোকে আগবাঢ়ি গৈ থাকিল। কিছুমান মানুহে ইতিমধ্যে পাছৰ দল চিপাহীৰ ওচৰ পায় গৈ। তেওঁলোকৰ মাজৰপৰা কেইজনমানে গৈ ট্ৰাকখনত নতুনকৈ জুই জ্বলাই দিয়ে। আন কিছুমানে গৈ চিপাহীবোৰৰ মূৰৰ টুপি খুলি আনি সেই জুইতে পেলাই দিয়ে।

লাহে লাহে মানুহৰ মাজত উত্তেজনা বাঢ়িবলৈ ধৰে। কেইজনমানে গৈ, এজন চিপাহীক বগৰাই পেলায়। তাৰ গাৰ কামিজটো আৰু পেণ্টটো ফালি চিৰাচিৰ কৰি দিয়ে। তাৰ হাতৰ বন্দুকটোও কাঢ়ি লয়। মানুহবিলাকৰ উৎসাহ ক্ৰমাৎ বাঢ়ি যায়। ইচ্ছা কৰিলেই তেওঁলোকে বাকী সাতজন চিপাহীক মাৰি শেষ কৰি দিব পাৰিব, এই সাহ তেওঁলোকৰ মনলৈ আহে। তেওঁলোকৰ ভিতৰৰে কিছুমানে পাছলৈ ঘূৰি আগেয়ে অহা চিপাহীৰ দলটোৰ ফালে আগবাঢ়ে। সেই দলটোৰ হাতত তেতিয়া মাত্ৰ চাৰিটা বন্দুক। তথাপি সেই চাৰিটা বন্দুকেৰে সিহঁতে অন্ততঃ কিছুমান মানুহ মাৰিব পাৰিব, তাত সন্দেহ নাই।

সিহঁতে গুলিয়াবলৈ সাজু হ'ল। মানুহ বিলাকৰো বেগ বাঢ়িল। সিহঁতে হয়তো মাত্ৰ এবাৰ গুলীয়াবৰ সুযোগ পাব, তাৰ পাছত তাহাঁতৰো মৃত্যু। সেইবাবেই মানুহবিলাকৰ মাজৰপৰা কিছুমানে দৌৰিবলৈ আৰম্ভ কৰিলে। সিহঁতক আগুৰি ধৰি বন্দুকবোৰ কাঢ়ি লৈ, সেই বন্দুকেৰেই তাহাঁতক শেষ কৰিব, এনেকুৱা এটা ইঙ্গিত সিহঁতে পালে।

অফিচাৰজনে সমস্ত পৰিস্থিতিটো বুজি পালে। দুজন মানুহক গুলীয়াই মাৰিলে এই জনতাই ভয় নাখায়। আনকি দহজন মানুহক গুলীয়াই মাৰিলেও সিহঁতে ভয় নাখায়, এই কথাও তেওঁ বুজি পালে। আগেয়ে অহা দলটোৰ এজন চিপাহী মাটিতে পৰি আছে, তাকো তেওঁ গম পালে। তেওঁ মানুহৰ ভিৰ ঠেলি অকণমান আগুৱাই আহি চিঞৰি চিঞৰি আটাইবোৰ চিপাহীকে আদেশ দিলে।

গুলি নামাৰিবি, কোনেও এটা গুলিও নামাৰিবি।

মানুহৰ মাজত হাঁহিৰ ৰোল উঠিল। পুলিছ আৰু চিপাহী সম্পূৰ্ণ পৰাজিত হৈ গ'ল। নহলে ইমানবোৰ বন্দুক থকা সত্ত্বেও সিহঁতে গুলি নকৰিব কিয়। তাহাঁতৰ আৰু সাহস নাই। মানুহৰ মাজত নানা কলৰব উঠিল। সিহঁতে চিপাহীবোৰক ইতিকিং কৰিবলৈ ধৰিলে।

নামাৰ কিয় গুলি? মাৰ। মাৰি থাক গুলি। বন্দুকৰ নলিত সোপা লাগিল নেকি তহঁতৰ?

আন কিছুমানে আকৌ কলে,

গুলি সেমেকিল নেকি তহঁতৰ? ওচৰতে জুই জ্বলি আছে। অলপ তপতাই ল। পাৰ যদি। সোনকালে তপতাই ল।

আকৌ কলৰব হ'ল।—

সিহঁতৰ আটাই বিলাককে বান্ধি পেলা। নহয়, সিহঁতক খুচি মাৰ। এজনকো বাদ নিদিবি।

হঠাতে তেওঁলোকৰ মাজৰেপৰা কোনোবা তিৰোতা মানুহৰ মাত শুনা গ'ল,—

তোমালোক ক্ষিৰি আহা। কোনো চিপাহীৰ গাত হাত নিদিবা। সিহঁতে এইমাত্ৰ আমাৰ গাওঁৰপৰা ওলাই যাওক। আমাৰ যি সকল মৰিল, তেওঁলোকৰ মৃতদেহ সিহঁতে লৈ যাব নোৱাৰে। আমি তেওঁলোকৰ সংকাৰ কৰিম। সিহঁত এই মুহূৰ্ত্ততে ওলাই যাওক। বাট এৰি দিয়া।

লাহে লাহে দুয়োদল চিপাহী একগোট হ'ল। সিহঁতৰ দুয়োখন ট্ৰাকেই অচল। মাত্ৰ জীপখন ভাল অৱস্থাত আছিল। অজ্ঞানহৈ পৰি থকা চিপাহীজনক সিহঁতে জীপখনত তুলি ললে। বাকী বিলাকে খোজ কাঢ়ি ওলাল। খন্তেকৰ ভিতৰতে অৰাবনৰপৰা আটাইবোৰ চিপাহী ওলাই গ'ল।

# এঘাৰ

উজানঘাটৰ পৰা প্ৰায় দুমাইল আঁতৰত সুমিত্ৰাই গাড়ী কেইখন লগ পালে। দুখন ম'হৰ গাড়ী, পুলিছ কেইজন, আৰু বান্ধি নিয়া মানুহবোৰ। মাত্ৰ এখন গাড়ী আগতে গুচি গৈছে। যিকেইজন মানুহৰ বিশেষ খতি খুণ হোৱা নাছিল, তেওঁলোকৰ বাবে ম'হৰ গাড়ীৰ মন্থৰ গতিৰ লগত খোজ কাঢ়ি যোৱাত কোনো অসুবিধা হোৱা নাছিল। কোবখোৱা মানুহ কেইজনৰ কিন্তু গাৰ দুখ ক্ৰমাৎ বাঢ়ি গৈ আছিল। ছোৱালী কেইজনীৰ বাবে গাৰ দুখতকৈও লাজ আৰু অপমান বেছি হৈছিল। সিহঁতে তলমূৰকৈ কোনো ফালে নোচাৱাকৈ গৈ আছিল। লাজত সিহঁতৰ মৰিযোৱা যেন লাগিছিল; অথচ সিহঁতৰ আন কোনো উপায় নাছিল। অকণমান আপত্তি বা জোৰ কৰা হলেই যে সিহঁতৰ অপমান বেছি হব, তাত সিহঁতৰ কোনো সন্দেহ নাছিল।

সুমিত্ৰাই বনজনক বাধা দি ঘূৰাই পঠাব নোৱাৰিলে। কান্ধত পানীৰ বটল দুটা ওলোমাই লৈ বনজন সুমিত্ৰাৰ লগে লগে আহি থাকিল। সুমিত্ৰাক সি কলে,—

তুমি মোৰ বাবে নাভাবিবা। মই অসম্ভৱ খোজ কাঢ়িব পাৰোঁ। খোজ কাঢ়োতে মোৰ ভাগৰ নালাগে। আৰু এই পুলিছ বোৰক মই ভয় নকৰোঁ। বাইদেউৰ লগত ঘূৰি ফুৰোঁতে মোৰ অভ্যাস হৈ গৈছে। বাইদেউ য'লৈকে যায়, তাতেই খন্তেক পিছতে পুলিছো আহি ওলায়। গতিকে আজি কিছুদিন ধৰি মই পুলিছৰ লগতে আছোঁ, ধৰিবলৈ গলে।

সুমিত্ৰাই তাৰ হাতৰ পৰা এটা বটল আনি অকণমান পানী খাই কয়,—

কিন্তু মোৰ লগত তুমি ক'লৈ যাবা, বন্‌জন? মই বেগতে ঘূৰি নাহোঁ। মই বৰনগৰলৈকে যাম। কিমান দূৰ হ'ব জানা, বৰনগৰ?

জানোঁ, জানোঁ। তোমাতকৈ মই বেছি জানোঁ। —বন্‌জনে কয়। বৰনগৰ বহুত দূৰ। মই তোমাক কম বুলি ভাবিহে আছিলোঁ। তুমি বৰঞ্চ ছোৱালী কেইজনীৰে সৈতে উজানঘাটলৈ ঘূৰি যোৱা। মইতো বৰনগৰলৈ যাবই লাগিব। তুমি ছোৱালী মানুহ, বৰনগৰত মই তোমাক কেনেকৈ চাম?

সুমিত্ৰাই খিক্‌খিক্‌কৈ হাঁহে। তাইৰ ইমান হাঁহি উঠে যে তাই ওচৰৰে গছ এডালত ধৰি থিয় হৈ পাৰেমানে হাঁহিবলৈ ধৰে। হাঁহি থামিলত তাই কয়,—

বন্‌জন! মই ভাবিয়েই পোৱা নাছিলোঁ যে মোৰ বাবে তোমাৰ ইমান মৰম। বৰনগৰত মোক কোনোবাই অত্যাচাৰ কৰিব বুলি ভাবিহে তুমি মোৰ লগত আহিছা, নহয় জানো? মোৰ কপাল, আগেয়ে জনা হ'লে, মই কেতিয়াবাতেই তোমাক বিয়া কৰালোহেঁতেন। ইমান মৰমৰ কথা মই আগেয়ে কাৰো মুখত কেতিয়াও শুনা নাই।

বন্‌জনে শাসনৰ সুৰত কয়,—

ব'লা, গৈ থাকা। ইয়াত থিয় হৈ হাঁহি থাকিলে নহ'ব। তোমালোকৰ ছোৱালী বিলাকৰ সেই একেটা কথা। পানী আনিবলৈ ঘাটলৈ যাওঁতে বিয়াৰ কথা, স্কুলত বহি পঢ়ি থাকোঁতে বিয়াৰ কথা, সভা ভাওনালৈ যাওঁতে বাটে বাটে বিয়াৰ কথা; আৰু সপোনতো বিয়াৰ কথা। ব'লা এতিয়া গৈ থাকা, বৰনগৰলৈ গৈ তুমি কি কৰিবা? কিন্তু যাওঁ বুলিছা, ব'লা।

সুমিত্ৰা হঠাৎ অতি গম্ভীৰ হৈ পৰে। তাই একান্তমনে বন্‌জনলৈ খন্তেকৰ বাবে চাই থাকে। তাইৰ মুখৰ হাঁহিখিনি হঠাৎ আঁতৰি পৰে। কিবাকৈ তাইৰ মনলৈ অস্বাভাৱিক ৰকমৰ এটা দায়িত্বৰ ভাব আহি পৰে। বৰনগৰৰ কৰ্ত্তব্যৰ কথাবোৰ অতি কঠোৰ কৰ্ত্তব্য যেন ধাৰণা হয়। বৰনগৰত

গৈ কি কৰিব লাগিব সেই বিষয়ে তাইৰ মনত, কোনো স্পষ্ট ধাৰণা নাই। কেৱল ইয়াকে তাইৰ মনলৈ আহে যে সেই ঠাইৰ কামবোৰ দুৰূহ কাম। আৰু তাইৰ মনতো হঠাতে কিবাকৈ সাহসৰ সঞ্চাৰ হয়। ৰন্‌জন্ লগত থাকিব যেতিয়া তাইৰ কিহৰ হয়! তাই আকৌ এবাৰ তাৰ ফালে চায়। তাইৰ ধাৰণা হয়, এক মুহূৰ্ত্তৰ ভিতৰতে ৰন্‌জন্ যেন ডাঙৰ লেখিনি ওখ হৈ উঠিছে।

ৰন্‌জনে তাইৰ ফালে চায়। তাই গছডালতে আঁউজি থিয় হৈ আছিল। সি কয়,—

তোমাৰ বোধহয় গা বেয়া লাগিছে। তেনে, তুমি যোৱাগৈ।

সি আগবাঢ়ে। আৰু সি দুখোজ যোৱা মাত্ৰকে সুমিত্ৰাই তাৰ পাছে পাছে যত্নবলৈ ধৰে। তাই কয়,—

তুমি বৰনগৰলৈ মোৰ বাবে চিন্তা কৰি যাবলৈ ওলাইছা ৰন্‌জন্? মই যাবলৈ নোলোৱাহেঁতেন, তুমিও নগলাহেঁতেন, নহয় জানো?

ঠিক কব নোৱাৰোঁ,— ৰন্‌জনে কয়। মই যোৱা নোযাৱাৰ কথা ভবাই নাই, তেনেতে তুমি ওলালা। তোমাৰ লগতে মই গুচি আহিলোঁ। অহাৰ পাছত মই ভাবিছোঁ, তুমি নো গৈ কি কৰিবা! হলেও, তোমাৰ বাবেই মই আহিলোঁ। তোমাৰ ভয় লাগিব পাৰে, মোৰ নালাগে।

মোৰ কিয় ভয় লাগিব?— সুমিত্ৰাই সোধে।

তোমাৰ ভয় লাগিবই। অকলে গলে তোমাৰ ভয় লাগিবই মই জানোঁ। মায়ে বাইদেউক কওতে শুনিছোঁ, যে খং মানে সাহস নহয়। তোমাৰ খংহে উঠিছে, নহয় জানো? পুলিচৰ ওপৰত খং? খং উঠিলে ভয়ো লাগিব পাছত। মই তোমাৰ লগত থাকিলে তোমাৰ সাহস হব।

তোমাৰ খং উঠা নাই?— সুমিত্ৰাই আকৌ সোধে। তোমাক যে খন্তেক আগতে পেটতে গোৰমাৰি দিলে পুলিচে, তোমাৰ খং উঠা নাই জানো?

খং উঠিবলৈ সময়ে নহ'ল। যি গোৰ মাৰিছে মোৰ পেটত! মই অলপ সময় উশাহ লব পৰা নাছিলোঁ। কিমান যে দুখ পাইছিলোঁ, তোমাক কি কম। ইমান বিষৰ মাজত কাৰো খং উঠিব নোৱাৰে। দুখ খিনি যেতিয়া পাতলিল, তেতিয়া মোৰ মনটো বেছি কঠিন হ'ল। কিন্তু মোৰ খং উঠা মোৰ মনতে নপৰে। কিয় বাৰু? অইন মানুহৰ কিজানি খং উঠিলেহেঁতেন, নহয়?

সুমিত্ৰাই একো নামাতে। দুয়ো গৈ থাকে! আবেলিৰ মেঘৰ মাজৰ ৰ'দবোৰ পথাৰত সিচৰতি হৈ পৰে। এবাৰ উত্তাপটো তীব্ৰ হয়, তাৰ পাছত কমে। দূৰৰ ওখ গছ বিলাকত নানা ধৰণৰ চৰায়ে মাতে। আলিৰ কাষতে বোকাৰ মাজৰ পৰা দুই এটা ভেকুলিয়ে কোৰ-কোৰায়। ধানবোৰৰ পাতবোৰ কঁপি কঁপি লৰে। সুমিত্ৰাৰ মূৰৰ চুলিবোৰ অকণ অকণ সিচঁৰতি হয়। তাইৰ ভৰিৰ পটা দুখনত আলিৰ বগা ধূলিবোৰ পৰি পৰি দুয়োখন পটা বগা হৈ হৈ ক'লা পৰে। বনজনৰ মুখত দুই এটোপাল ঘাম দেখা দিয়ে। আলিটোৰ দুয়োকাষে বহুতদূৰলৈ আৰু কোনো গছগছনি দেখা নাযায়।

বনজনে আকৌ কয়,—

আলিটো তেনেই উকা। বাইদেউৰ লগত এদিন আহোঁতে জঙ্গলৰ মাজেদি আহিছিলোঁ। গছ গছনিৰে ভৰপূৰ জঙ্গলখন। কিবা ভয় লাগিছিল মোৰ। ভয় ঠিক নহয়। মনটো কিবা গধূৰ গধূৰ লাগিছিল। উকা আলিটোৰ মাজত প্ৰায় তেনেকুৱা লাগিছে মোৰ। বেছি থাকিলেও বেয়া লাগে, মুঠেই নাথাকিলেও বেয়া লাগে। তোমাৰ ভাল লাগে উকা আলিটো?

সুমিত্ৰাই উত্তৰ দিয়ে,—

আলিটো তেনেই উকা নহয়। তুমি আছো তো! সেইবাবে কিজানি মোৰ বেয়া লগা নাই। সম্পূৰ্ণ উকা লগা নাই। বৰং ভালহে লাগিছে।

মোৰো ভাল লাগিছিল।— বনজনে কয়। পুলিছে গোৰ মাৰোতে মই যেতিয়া পৰি গৈছিলোঁ তুমি আহি মোক সাৱোট মাৰি ধৰিছিলা। তেতিয়া মোৰ ভাল লাগিছিল।

হঠাৎ সুমিত্ৰাই তাৰ ফালে চাই থিয় হয় আৰু সোধে,—

বনজন! দুদিন আগেয়ে পুলিছে মোকো মাৰিছিল। অৱশ্যে তোমাক যি ধৰণে মাৰিছিল, মোক তেনেকৈ মৰা নাছিল। তথাপি মইও দুখ পাইছিলোঁ। তুমি পেটত যিমান দুখ পাইছিলা, মইও মোৰ বুকুত তিমান দুখ পাইছিলোঁ। যেন, এপাত শেল মোৰ বুকুৰ মাজত সোমাই গ'ল— তেনেকুৱা দুখ মই পাইছিলোঁ। সিদিনাখন তুমি ক'ত আছিলা? মোক দেখা নাছিলা?

দেখিছিলোঁ মই তোমাক। মই তোমাৰ ওচৰে ওচৰে অলপ দূৰ আহিছিলোঁ। পাছত ভাবিলোঁ তোমাৰ বাবে এখন কাপোৰ লৈ আহোঁ। কিন্তু নোৱাৰিলোঁ। মাৰ ওচৰলৈ যাব লগা হ'ল, মাৰ অৱস্থা সিদিনাখন বেয়া আছিল।

নহ'লে, তুমি মোৰ লগতে আহিলাহেঁতেন?

তথাপি তোমাৰ পৰা মই বেছি নিলগত নাছিলোঁ, বনজনে কয়,— মাৰ ওচৰে ওচৰে গৈ থাকোঁতে তোমাক মই দেখিয়ে আছিলোঁ; আমাৰ পৰা দূৰত, আমাৰ আগত।

হঠাৎ সুমিত্ৰাৰ লাজ লাগে। বনজনৰ আগত তাইৰ যেন অযথা লাজ লাগে। তাই আকৌ সোধে,—

মোৰ ওপৰত তোমাৰ খং উঠিছিল? গাৰ কাপোৰ মই ৰাখিব নোৱাৰিলোঁ। সেই বাবে?

তুমি কি কৰিবা? তোমাৰ শক্তিৰে তুমি চেষ্টা কৰিছিলা। কিন্তু তোমাৰ কি উপায় আছিল? মইতো দেখিয়েই আছিলোঁ। সেইবাবেই মোৰ ইচ্ছা হৈছিল, তোমাৰ ওচৰলৈ যাবলৈ। মই তোমাৰ ওচৰত থাকিলে তুমি ইমান দুখ নাপালাহেঁতেন।

সুমিত্ৰাৰ সঁচা যেন লাগে। সঁচাকৈয়ে বোধ হয় তাইৰ ইমান লাজ নালাগিলহেঁতেন যদি বনজন তাইৰ লগত থাকিলহেঁতেন। তাই ইমান অপমানো

নাপালেহেঁতেন। তথাপি তাই কোনো কাৰণ বিচাৰি নাপায়। বনজন ওচৰত থাকিলে তাইৰ ক'ৰবাত কিবা এটা হলহেঁতেন। অন্ততঃ আজি, এই মুহূৰ্ত্তত, তাইৰ তেনেকুৱা যেন লাগে। অবাবতে তাইৰ বাঁও চকুটো এবাৰ নাচে, তলৰ ওঁঠটো শুকাই যোৱা যেন লাগে, অকণমান পোক এটা বুকুৰ ওপৰত বগাই ফুৰা যেন লাগে। আৰু তাইৰ ধাৰণা হয় যেন তাইৰ পেটটো ঘামি উঠিছে।

আলিৰ ভাঁজটো পাৰ হোৱা মাত্ৰকে দুয়ো গাড়ী দুখন দেখা পায়। আৰু বেছি পৰ নাই গাড়ীকেইখন গৈ গাওঁত সোমাব। সিহঁত দুয়ো যদি বেগাই যায়, তেনে গাড়ীকেইখনৰ আগতে সিহঁতে গাওঁখন পাবগৈ। পাৰিলে সেইখন গাওঁতে ছোৱালী কেইজনীৰ কিবা এটা ব্যৱস্থা কৰিব লাগিব,— সুমিত্ৰাই ঠিক কৰি থৈছিল। পুলিছৰ পাছত যোৱাই ভাল, তাই ভাবিলে। পুলিছে সেইখন গাওঁতে অকণমান জিৰাব, তাত কোনো সন্দেহ নাই। এতিয়া সময় আছে। সিহঁত দুয়ো অকণমান জিৰাই লব পাৰে।

খন্তেক পাছতে, গছএজোপাৰ ওচৰতে থিয় দি সুমিত্ৰাই বনজনক কলে যে সিহঁতে অকণমান অতেই জিৰাব। তাই নিজে বহি বনজনক ওচৰতে বহি বলৈ কলে। এটা বটলৰপৰা অলপ পানী তাই খালে আৰু বনজনকো অকণমান দিলে। তাৰ পাছত ওচৰতে বহি থকা বনজনক তাই তাইৰ কোলাতে শুৱাই ললে। সি চকুদুটা মুদিলে। তাই দুয়োখন হাতেৰে তাৰ মূৰটো সাৱটি ধৰি মূৰটো অকণমান ওপৰলৈ তুলি ধৰিলে। বনজনে চকুমেলি চালে, তাৰ পাছতে উমবোৰ লাগি তাৰ চকুদুটা আকৌ মুদ খাই গ'ল।

খন্তেক পাছতে দুয়ো উঠে। বনজনৰ নাকত কিবা এটা গোন্ধ লাগি থাকে; কিবা এটা অদ্ভুত ৰকমৰ ভাল লগা গোন্ধ। হাবিয়ে বননিয়ে কিমান ফুলৰ গোন্ধ সি পাইছে, খালে-বিলে কতবোৰ পদুম-ভেট ফুলৰ গোন্ধ পাইছে; কোমল ধান আৰু কেঁচামাটিৰ গোন্ধ কিমান পাইছে। কিন্তু এনেকুৱা গোন্ধ তাৰ মনত নপৰে।

থিয় দিয়েই সুমিত্ৰাই গম পায়, তাইৰ মূৰটো গৰম হৈ উঠিছে। তাই ডাঙৰ হৈছে, সুমিত্ৰাই জানে। ইমানদিনে তাইৰ এনেকুৱা কেতিয়াও লগা নাছিল। দবাপিটা ৰৰমুণত থিয় দি তিতি গলে এনেকুৱা লাগে নেকি, তাই ভাবে। এদিন তেনেকৈ তাই তিতিছিল। তাইৰ গাৰ কাপোৰবোৰ তিতি তাইৰ গাতে সম্পূৰ্ণভাবে লেপেট খাই গৈছিল। তাইৰ কিবা এটা লাগিছিল গাটো। প্ৰায় যেন তেনেকুৱা কিবা এটা লাগিছিল তাইৰ এতিয়াও। গাৰ কাপোৰবোৰ এনেয়ে তাই এবাৰ জোকাৰি লয় আৰু বন্‌জনৰ হাতত ধৰি তাক প্ৰায় টানি টানি সুমিত্ৰাই দৌৰিবলৈ ধৰে। দৌৰোতে ভাগৰ লাগিলে যেন তাইৰ ভাল লাগিব।

সুমিত্ৰাই ঠিকেই ভাবিছিল। পুলিছ বিলাকে গাড়ীবোৰ ৰখাই গছৰ ছাঁত বহি জিৰাই আছিল। কোনোবা ওচৰৰ মানুহৰ ঘৰৰপৰা পানী খুজি খাবলৈকেও সিহঁতৰ সাহস হোৱা নাছিল। আটাইবোৰ মানুহে সিহঁতক দেখা মাত্ৰকে মুখ ঘূৰাই লৈছিল। সকলোৰে মুখত সেই একেটা ভাষা যেন সিহঁতৰ মুখ দেখা পাপ। সুমিত্ৰাই মানুহ বিলাকলৈ চায়। সিহঁতৰ হাতৰ বান্ধবোৰ তেনেকৈয়ে আছে। আহত হোৱা মানুহ তিনিজনৰ তেজবোৰ শুকাই গৈছে। ছোৱালী কেইজনীৰ চকুবোৰ ফুলি আছে। তাহাঁতে বোধহয় ওৰে বাটে কান্দি আহিছে। পিয়াহত সিহঁতৰ ওঁঠবোৰো শুকাই আছে।

সুমিত্ৰাই পোনে পোনে গৈ পুলিছ কেইটাৰ লগত কথা পাতি থাকোঁতে বন্‌জনে মানুহবিলাকক পানী খুৱাবলৈ ধৰে। প্ৰতিজন মানুহৰে পিয়াহ লাগিছে। আটাইবোৰকে পানী দিব লাগিলে সি আকৌ গৈ পানী আনিব লাগিব, তাৰ লগত থকা পানীৰে নুজুৰিব। সি প্ৰথমে সেইবাবে মানুহবোৰক অকণ অকণ পানী দিয়ে। অন্ততঃ অলপ মান জিপ আহক এয়ে তাৰ ভাব। পুলিছ কেইটাই তাক দেখিও একো নকলে। গতিকে তাৰ সাহ বাঢ়িল। সি ওচৰতে থকা মানুহ এঘৰৰ পৰা একলহ পানী আনি আকৌ মানুহবোৰৰ মাজত বিলাই দিবলৈ ধৰিলে।

পুলিছ কেইটাৰো পিয়াহ লাগিছিল। কিন্তু বনজনক খুজিবলৈ সিহঁতৰ ভাল লগা নাছিল। সুমিত্ৰাই বুজি পাই পানীৰ কলহটো আনি সিহঁতকো পানী দিলে। পানী দি তাই কৈ থাকিল,—

মই চাহৰ বন্দোবস্ত কৰিছোঁ, তোমালোক ৰবা এখন্তেক। মোৰ জনাশুনা মানুহ আছে ইয়াতে,— সৌ ঘৰ। মই এতিয়াই চাহ কৰি লৈ, আহিম গৈ। তোমালোকে কিন্তু এই ছোৱালী কেইজনীক এৰি দিবা। ইহঁতৰ কোনেও একো দোষ কৰা নাই। গতিকে ইহঁতক এৰি দি গলে, একো নহয়। মই চাহ খুৱাই তোমালোকৰ মন পাতলাব নোৱাৰোঁ নিশ্চয়। কিন্তু ইয়াকো মই কলোঁ যে এই ছোৱালী কেইজনী মোৰ কোনো নহয়, একো এটা নালাগে মোৰ। ছোৱালী বুলিহে মই এই কথা কৈছোঁ। এৰি দিবা, নহয় জানো ?

পুলিছ কেইটাই একো নামাতে। এজনে তাইৰ ফালে ঘূৰিকে নাচায়। বাকী কেইজনৰ মুখৰ ফালে চাই তাই বুজি পায় যে সিহঁতৰ কোনো আপত্তি নহব। মাত্ৰ সেই একেজনৰ কথা তাই বুজি নাপালে।

সুমিত্ৰাই কিবা উপায়ে চাহ কৰি আনি যেতিয়া পুলিছ কেইজনৰ আগত ৰাখিলে, কোনো এজনেও খাবলৈ আপত্তি নকৰিলে। বৰঞ্চ আটাই কেইজনেই চাহখিনি তৃপ্তিৰে খালে। চাহ ঢালি দি থাকি সুমিত্ৰাই ধীৰে ধীৰে কৈ যায়।

এই ছোৱালীবোৰ তেনেই আঁকৰী। সিহঁতে আহিছিলি ৰং চাবলৈ। সিহঁতে কেনেকৈ জানিব, তাতেই মাৰপিট আৰম্ভ হব! ঘৰৰ জীয়াৰী বোৱাৰী আটাইবোৰে মাত্ৰ চাবলৈ আহিছিল, কিনো ঘটনা হ'ল। আক ধৰাছোন, আজি এয়া কাণ্ড হ'ল উজান্‌ঘাটত। 'কাইলৈ ক'ত হব কোনে জানে'? যদি তোমালোকৰ গাৱঁত হয়? তাত যদি তোমালোকৰ ভনীয়েৰাহঁতৰ এই বিলৈ হয়? তোমালোকে জানো সহ্য কৰিবা?

অলপ সময় থামি তাই আকৌ কয়,

মই জানো, অত্যাচাৰ কৰাৰ মন তোমালোকৰ নাই। কি কৰিবা, দেশৰ যি নীতি সেইমতেই চলিব লাগিব। তোমালোকৰ কাম তোমালোকেতো কৰিবই লাগিব। তামোল খাবা?

পুলিছ কেইজন উঠে। সিহঁতে আৰু পলম কৰিব নোৱাৰে। এতিয়াও বহুদূৰ বাট আছে বৰনগৰলৈ। এজনে দীঘলকৈ হামিয়ায়, সুমিত্ৰাৰ ফালে পাছ দিয়ে, আৰু কাৰো ফালে নোচোৱাকৈ কৈ দিয়ে!—

মাইকী কেইজনীক যাবলৈ দে।

পুলিছ বিলাক যোৱাৰ পাছত, ছোৱালী কেইজনীক বিদায় দি সুমিত্ৰা আৰু ৰনজন দুয়ো অকলে তাতেই বহি থাকে। অকণমান যিখিনি চাহ আছিল দুয়ো ভগাই খায়। কিছুপৰ কোনেও কথা নকয়। তাৰ পাছত সমিত্ৰাই সোধে;—

তুমি সঁচাকৈ বৰনগৰলৈ আগেয়ে আহিছিলা?

সঁচা আহিছিলোঁ।

এতিয়াই গলে বৰনগৰ সন্ধিয়াৰ আগতে পাম জানো?

মইও ঠিক সেই কথাকে ভাবি আছিলোঁ,— সি কয়। মই পথাৰৰ মাজেদি যোৱা বাটটো চিনি পাওঁ। সেই বাটেৰে বৰনগৰ তেনেই ওচৰ। আমি যদি সেই বাটেৰে যাওঁ, তেনে বেলি পৰাৰ আগতে গৈ বৰনগৰ পাম। মই এটা কথা ভাবিছিলোঁ যে কাম কৰিবলৈ হলে মানুহৰ গাত বল লাগে। আৰু টোপনি নহলে মানুহৰ গাত বল নাথাকে। অথচ বৰনগৰলৈ গৈ ভাত শুবা ক'ত?

ইয়াতেই নো ক'ত শুবা?— সুমিত্ৰাই সোধে।

ইয়াত শোৱা সহজ কথা। ইয়াতেই গছৰ তলত শুব পাৰি, নহলে কোনোবা স্কুল ঘৰত শুই থাকিব পাৰি। সাঁজ লগাৰ লগে লগে বৰনগৰ গৈ পালেই হ'ল।

সুমিত্ৰা উঠে। তাই কয়,—

কি জানো। মোৰ হলে তেনেকৈ টোপনি নাহিব। তুমি খন্তেক ইয়াতে বহি থাকা। মই কিবা নহয় কিবা এটা খাবলৈ বিচাৰি আনিম। সন্ধিয়াৰ লগে লগে তাকেই আমি ক'ৰাবত খাই লম। ইতিমধ্যে ক'ত তুমি শুবা, তাকো থিক কৰি লোৱা। অকণমান আগতে তুমি মোক কৈছিলা যে মোৰ যদি গা বেয়া লাগিছে মই ঘূৰি যাব পাৰোঁ। তোমাৰ এতিয়া গা বেয়া লগা নাই তো? মোৰ কিন্তু সন্দেহ হৈছে যে গোৰ-খোৱা ঠাইখিনিতে তোমাৰ বিষ উঠিছে।

সুমিত্ৰা ঘূৰি অহাৰ পাছত তাত আৰু 'সইত নৰ'য়। সিহঁতে ঠিক কৰিলে যে বৰনগৰৰ ওচৰ নাপায় মানে সিহঁতে ৈগ থাকিব। আৰু যেতিয়া ওচৰ পাব, সিহঁতে ক'ৰবাত শুই লব।

পথৰৰ মাজেৰে পোন বাটেদি সিহঁত দুয়ো গৈ থাকে। বনজনে আপোনমনে নিজকে কোৱাৰ দৰে কৈ থাকে,—

মই যে বুজিকে নাপাওঁ, আমাৰ নো কি হৈছে। বাইদেউজনী ইমান খীণ। তথাপিও দিনে নিশাই কাম কৰে। কাৰো প্ৰতি মোহ নাই, মায়া নাই। নিজৰ কথাও নাভাবে। কাৰ কথা যে ভাৰে, কাৰ বাবে যে কাম কৰে মই ভাবি নাপাওঁ। আনকি মই নিজে কি কৰিছোঁ, তাকো মই ভালদৰে বুজি নাপাওঁ। কি হৈছে বাৰু আমাৰ? তুমি জানা, নহয় জানো?

কিবাকিবি জানোঁ।—সুমিত্ৰাই কয়। আমি পৰাধীন জাতি এই কথা সকলোৱে জানে। তুমিও জানা। আমি যদি পৰাধীন তেনে আমি স্বইচ্ছাই কাৰো লগত যুদ্ধ কৰিব নোৱাৰোঁ। স্বাধীন দেশেহে যুদ্ধ কৰে বা যুদ্ধ স্থগিত কৰে। স্বাধীন দেশ হোৱা হলে যুদ্ধত যোগ দিয়া বা নিদিয়াৰ কথা আমি নিজেই ঠিক কৰিলোহেঁতেন। এতিয়া আন জাতিৰ যুদ্ধত যোগ দিবলৈ আমাক বাধ্য কৰিবলৈ ওলাইছে। আমি কৈছোঁ, এনেকুৱা অৱস্থাত আমি যুদ্ধ নকৰোঁ। সেইবাবে সিহঁতে আমাক মাৰিছে।

সিহঁতে আমাক মাৰিয়ে থাকিব।—বনজনে কয়। ইয়াতকৈ বহুত বেছি মাৰিব, তেতিয়া কি হব?

মাৰ খাই থাকিম, মৰি থাকিম।—সুমিত্ৰাই কয়। এখন প্ৰকাণ্ড দেশৰ আটাইবোৰ মানুহকে মাৰি সিহঁতে শেষ কৰিব নোৱাৰে। আৰু দৰাচলতে আমি স্বাধীন নে পৰাধীন এই কথাৰ প্ৰমাণ দিব এই কথাটোৱেই যে দেশৰ হকে আমি মৰিব পাৰোঁ নে নোৱাৰোঁ। নিজৰ সুখ আৰু স্বাৰ্থ ডাঙৰ নে দেশখন ডাঙৰ। যদি আমাৰ মনত দেশখন সবাতোকৈ শ্ৰেষ্ঠ তেনে আমি মনে প্ৰাণে স্বাধীন।

তুমি বহুত কথা জানা,-ৰনজয়ে কয়। মই আটাইবোৰ কথা বুজি নাপাওঁ। কিন্তু এইবোৰ কথাকে মই শুনি আহিছোঁ। বুজি নাপালেও শুনি ভাল লাগে। শুনি শুনি মই অনুভব কৰোঁ যেন মই ডাঙৰ মানুহ, যেন মোৰ দেশখন আতি বিশাল, যেন মই দেশখনক ভাল পাওঁ। মাৰ খাবলৈ আৰু মোৰ ভয় নালাগে। মাৰ খালে নো কি হয়'? অকণমান সময় বিষায়। ঠিক মাৰ খোৱাৰ সময়ত কবকে নোৱাৰি কি হয়। হঠাৎ গাটোৰ লোনোবাখিনিতে কিবা এটা লাগে। সেইখিনি সময়ত তুমি উমানকে নোপোৱা। বিষাব পাছত, তেতিয়াই নহয়। নিজে পিছল খাই পৰি গলে দুখ নাপায় জানো? তেনেকুৱা কথা। মাৰ খালেই যদি হয়, কাইলৈ মই এশ জন ল'বা লৈ আহিব পাৰোঁ, মাৰ খাবলৈ।

আৰু মৰিবলৈ'?—সুমিত্ৰাই সোধে।

মৰিবলৈ'? মৰিবলৈ কোন আহিব'? কোনো নাহে। কিন্তু নমৰোঁ বুলি ভাবি ওলাই আহোঁতেও কোনোবা নহয় কোনোবা মৰিব। মৰিল যদি মৰিল। মানে, সি আৰু কব নোৱাৰিলে, তাৰ কি হ'ল। ধৰাছোন আজি মোৰ যেনেকুৱা হৈছিল। অকণমান সময় দুখো নাই কষ্টও নাই, পৰি আছিলোঁ। খন্তেকৰ পাছত দেখিলোঁ তুমি মোক সাবোট মাৰি ধৰি আছা। মৰি যোৱা হলে মই কবকে নোৱাৰিলোহেঁতেন তুমি যে মোক সাবটি ধৰি আছিলা, নহয় জানো? তুমি বিমানেই নোকাৱা কিয় দেশৰ কথা, মৰি যোৱাটো বেয়া। মৰি গলে তুমি আৰু একোকে কব নোৱাৰা।

খন্তেক সময় বন্‌জনলৈ চাই থাকি, সুমিত্ৰাই কয়,—

তুমি কথাবোৰ কওঁতে ভয় নলগাৰ দৰে কৈ থাকা। মোৰ কিন্তু ভয় লাগে। বিশেষকৈ ফাঁচিৰ কথা ভাবিলে মোৰ ভয় লাগে।

এৰা হয়। ভাবিলে ভয় লাগে। তথাপি আমাৰ দেশতে বোলে বহুত মানুহক ফাঁচি দি মাৰিছে। ফাঁচি দিলে ডিঙিত ৰচি বান্ধি মানুহ জনক ওলোমাই থয়, নহয় জানো? সেইবোৰ কথা নাভাবিবা। তোমাক বা মোক ফাঁচি দি নামাৰে। তোমাক ফাঁচি নিদিয়ে, কাৰণ তুমি ছোৱালী মানুহ। মোকো নিদিয়ে, কাৰণ মই সৰু ল'ৰা।

হঠাৎ সি সোধে,—শিৱনাথক তুমি দেখিছা?

নাই দেখা।—সুমিত্ৰাই কয়। তুমি দেখিছা, নহয় জানো? তোমা লোকৰ ঘৰলৈ গৈছিল হেনো? শকতে আৱতে ওখই, মস্ত মানুহ?

মুঠেই নহয়, তেনেই লেৰেলা। বাইদেউৰ লগত মিলে প্ৰায়। অৱশ্যে বাইদেউ বেছি খীণ, তেওঁ তিমান খীণ নহয়। চকুদুটা তিৰবিৰাই থাকে সদায়। আৰু কেৱল চাৰিওফালে চাই থাকে। আৰু কিবোৰ গান গাই থাকে। বোধহয় হাঁহি উঠা গান। দুৰৰপৰা শুনি বাইদেউৱে মুখত কাপোৰ দি হাঁহিছিল। জানা? বাইদেউৰ বাবে মোৰ ভয় লাগিছে। তেওঁ নিশ্চয় শিৱনাথৰ লগত গৈছে। নাৰায়ণে কওঁতে শুনিছোঁ, শিৱনাথক ধৰিবৰ বাবে শ শ পুলিছ সাজু হৈ আছে। তুমি জানো শুনিছা, কালি ৰাতি ৰেলৰ দলংখন কোনে ভাঙিছে?

শুনিছোঁ।—সুমিত্ৰাই কয়। তুমি যে ইমানবোৰ কথা ক'ৰপৰা শুনা, কেনেকৈ জানা মই ভাবি নাপাওঁ। উমাই শিৱনাথৰ লগত গৈ যদি বিপদত পৰিছে, তেনে মইও তোমাৰ লগত আহি বিপদত পৰিছোঁ যেন পাইছোঁ। তুমিও কম নোহোৱা। এতিয়াহে মোৰ ভয় লাগিছে যেন পাওঁ। মোক এৰি থৈ ক'লৈকো গুচি নোযোৱাতো?

# বাৰ

সৰু আলি এটাৰ কাষত, গাওঁখনৰ ওচৰত পথাৰৰ মাজতে এটা স্কুল ঘৰ। তাতেই সিহঁতে শোৱে। ঢাৰি কেইখনমান লগলগাই বনজনে তাৰ ওপৰতে শোৱে। তেনেকৈয়ে কেইখনমান ঢাৰি লগ লগাই সি সুমিত্ৰাক শুবলৈ কয়। টোপনি আহোঁতে তাৰ বেছি সময় নালাগে। সি অকাতৰে শুই পৰে।

সুমিত্ৰাই শুবলৈ চেষ্টা নকৰে। অকণমান সময় তাই ঢাৰিকেইখনৰ ওপৰত বাহি থাকে। তাত তেনেকৈ তাইৰ টোপনি নাহিব, এইকথা তাই জানে। এবাৰ তাই উঠি বাহিৰলৈ আহে। বাহিৰখন উদং। অলপ দূৰতে গাওঁখন। বাহিৰৰ উদং খিনিত যেন আৰু বতাহো নাই। স্কুলখনৰ ওচৰৰ পথৰ খনত ঘাঁহবোৰ যেন মৰহি যাবলৈ ধৰিছে। ঘাঁহবোৰৰ ওপৰত অকণি অকণি ভৰিৰ দাগবোৰ যেন ওপঙি আছে। ঘাঁহবোৰৰ গাত যেন অকণি অকণি অঙ্গৰ পাতল শুকান গোন্ধ বিয়পি আছে। ধূলিবোৰৰ ওপৰত যেন অকণি অকণি পাতল নোমবোৰ লাগি আছে। তাইৰ ভৰিৰ ধূলিবোৰ তাই জোকাৰি পেলাই দিয়ে। ধূলিৰ লগতে তাইৰ ভৰিৰ দুই এডাল ক'লা নোম ধূলিৰ লগত মিহলি হৈ যায়। তাই দূৰলৈ চায়। দূৰত গৰুবোৰে ঘাঁহ খাই আছে। ছাগলী এজনীয়ে ঘাঁহ খাবলৈ বাদ দি কেৱল হেম্বেলিয়াইছে। আৰু দূৰত যেন বহুত ধূলি উৰি আছে।

ভিতৰলৈ সোমাই আহি শুই থকা বনজনলৈ তাই চায়। সি শুই আছে। কপালৰ ঘামবোৰত ধূলিবোৰ ক'লা হৈ লাগি আছে। ভৰি দুখন ধূলিৰে বগা পৰি আছে। তাই তাৰ ওচৰলৈ আহি তাৰ কাষতে বহে। এখন হাত তাৰ বুকুৰ ওপৰতে আছিল। হাতখন আঁতৰাই তাই তাৰ বুকুখনলৈ চায়। তাৰ পাছত লাহে লাহে তাৰ চাৰ্টটো পেটৰ পৰা ওপৰলৈ তুলি দিয়ে। তাৰ বুকুৰ তলত বাওঁফালে কামিহাৰৰ ওচৰৰ ছালখিনি ক'লা পৰি উঠিছে। সেইখিনি ঠাইতে নিশ্চয় পুলিছে তাক গোৰ মাৰিছিল। তাই আকৌ তাৰ পেটটোলৈ চায়। পেটটো হাৰত লাগিছেগৈ। দিনটো বোধহয় সি একোকে খোৱা নাই। তাইৰ ধাৰণা হয় যেন তাৰ পেণ্টটো এনেয়ে ওপৰতে আছে। কোমৰত লাগি থকা নাই। খোজ কাঢ়োতে যে পেণ্টটো কিয় সুলকি তলত পৰি নাযায়, তাই ভাবে। তাই হাতখন পেণ্টৰ তলেদি সোমাই দিয়ে। গুদামবোৰ মাৰি থোৱা সত্ত্বেও তাইৰ হাতখন অনায়াসে পেণ্টটোৰ তলেদি তাৰ পেটৰ ওপৰেদি সোমাই যায়। তাই তাৰ পেটটো লাহে লাহে পিহি দিয়ে। হঠাৎ তাইৰ ব্লাউজটোৰ গুদাম এটা খুলি যায়।

তাই পোনহৈ বহে। তাইৰ মেখেলাখনৰ বান্ধটোও বোধ হয় ঢিলা হৈ গৈছে। মেখেলাখন টানকৈ পিন্ধিবলৈ চেষ্টা কৰোতেই তাইৰ ধাৰণা হয় যেন তাইৰ ব্লাউজটোৰ কেবাটাও গুদাম খুলি গৈছে। এহাতে ব্লাউজটো আৰু আনহাতে মেখেলাখন ধৰি তাই একেজাপে থিয় হয়। শুই থকা বনজনৰপৰা তেনেকৈয়ে তাই আঁতৰি যাবলৈ ধৰে। অকণমান গৈ যেতিয়া তাই হাতখন এৰি দিলে, দেখিলে তাইৰ মেখেলাখন ঠিকেই আছে, বান্ধটো মুঠেই ঢিলা হোৱা নাই। ব্লাউজটোৰ মাজৰ গুদাম এটা সুলকি আছে। কিন্তু মাত্ৰ একেটা। বাকীবোৰ গুদাম টানহৈ লাগি আছে।

তাই গাৰ পৰা চাদৰখন খুলি পেলায়। তাই দেখা পায়, মেখেলাখনৰ ঠিক ওপৰেদি, ব্লাউজটোৰ ঠিক তলেদি, তাইৰ কোমৰ আৰু পেটৰ চাৰিওফালে ধূলিয়ে যেন এটা পাৰ বান্ধিছে। দীঘল, মিহি, কোমল, শকত, যেন এগছ

সূতা। তাই এনেয়ে আপোনমনে হাঁহে। তাইৰ কোমৰত কোনো সূতা, কোনো ৰচি নাই। সূতা এগছ তথাপি তাই পালে, ধূলিৰ সূতা। মেখেলাখন তাই ঢিলাই দি ধূলিবোৰ ফুৰাই দিয়ে। তাইৰ মুখৰ বতাহখিনি তাইৰ পেটটোৰেদি বাগৰি যায়। তাইৰ গোটেই গাটো হঠাৎ শিঁয়ৰি উঠে; গাৰ নোমবোৰ থিয় হয়।

মেখেলাখনৰ ওপৰেদি তাইৰ পেটটো আজি প্ৰথম তাই দেখা পায়। তাই তাইৰ ব্লাউজটোৰ একেবাৰে তলৰ গুদামটো খুলি দি ব্লাউজটো আঁতৰাই দি পেটটো চায়। অলপ অলপ ধূলি তেতিয়াও লাগি আছে তাত। হাতেৰে লাহে লাহে তাই ধূলিবোৰ আঁতৰাই দিয়ে। ইমান কোমল, ইমান মিহি, ইমান বগা, ইমান দীঘলীয়া তাইৰ পেটটো, তাই জনা নাছিল।

তাই ঘূৰি বনজনলৈ চায়। তাৰ পেটটো আগৰ দৰেই হাড়ত লাগি আছে। তাৰ বুকুখন আগৰদৰেই উদং হৈ আছে। শুই থাকিলে তাইৰ পেটটোও বনজনৰ পেটৰ দৰে দ হৈ থাকিব কিজানি। বনজনৰ পেন্টটো যেনেকৈ ঢিলা হৈ আছে, তাইৰ মেখেলাখনো বোধ কৰোঁ তেনেকৈয়ে ঢিলা হৈ তাইৰ পেটৰ ওপৰতে পৰি থাকিব। অকস্মাৎ তাই শুই পৰে।

বনজনৰ দৰে ওপৰলৈ মুখ কৰি তাই চাবিৰ ওপৰত শুই পৰে। দুই এটা উশাহ লোৱাৰ পাছত তাই তাইৰ হাতখন লাহে লাহে তাইৰ পেটটোৰ ওপৰত থয়। এৰা হয়, তাইৰ পেটটো ভিতৰলৈ সোমাই পৰিছে। দ হৈ যোৱা পেটটোৰ তুলনাত তাইৰ ওপৰ ফাল বেছ ওখ। তাই দুয়োখন হাতেৰে দুই পিনৰ পৰা কোমৰ খনত ধৰি চায়। কোমৰখন তাইৰ সৰু। সৰু কোমৰখন বাদ দিলে, ওপৰৰ ফালে আৰু তলৰ ফালে, ক্ৰমে বহল। তাই এখন হাত মেখেলা খনৰ তলেদি পেটৰ ওপৰত থৈ দিয়ে। বনজনৰ পেন্টটোৰ তলত তাইৰ হাতখন যেনেকৈ সোমাই গৈছিল, তেনেকৈয়ে অনায়াসে তাইৰ হাতখন মেখেলাৰ তলেদি সোমাই যায়।

হঠাৎ তাইৰ উশাহবোৰ ঘন হয়। ততালিকে তাই উঠি বহে। তাৰ পাছত তাই বনজনক গাৰ জোৰেৰে সাবটি ধৰি চিঞৰি চিঞৰি তাক মাতিবলৈ ধৰে,—

বনজন! উঠা বনজন। সাৰ পোৱা। এতিয়াই ৰাতি হৈ যাব।

বনজনে চক খাই সাৰ পাই উঠে। সি আতঙ্কেৰে এবাৰ চাৰিওফালে চায়; কিন্তু উঠিবৰ কোনো চেষ্টা নকৰে। সি সুমিত্ৰাৰ মুখলৈ চাই এবাৰ হাঁহে, আৰু তাৰ পাছত তাইৰ গাতে মূৰটো থৈ বাগৰ সলাই আকৌ শোৱে।

বৰনগৰত আহি সোমাৱাৰ পাছত সিহঁত দুয়োৰে আৰু ভয় নলগা হ'ল! চাৰিওফালে তাত ইমান আতঙ্ক যে তাত আৰু মানুহৰ মাত নাই। সন্ধিয়া হোৱাৰ লগে লগে আটাইবোৰ মানুহ নিজৰ ঘৰত সোমাইছে। বাহিৰত মানুহ নাই বুলিলেও হয়। বৰনগৰৰ ওপৰেদি যেন এটা প্ৰলয়ৰ ধুমুহা বৈ গৈছে। আনকি চিপাহী পুলিছো ৰাস্তাত নাই। হঠাৎ আকৌ কিবা এটা হৈ যাব পাৰে বুলি যেন আটাইবোৰ শঙ্কিত।

মাত্ৰ দুদিনৰ ভিতৰত বৰনগৰৰ ৰূপ সম্পূৰ্ণ সলনি হৈ গৈছে। পৰহি ৰাতি তাত জুই ঘলিছিল। জুই লাগি বনুৱাৰ কেম্প এটা পুৰিছে। হাইস্কুলটো পুৰিছে। যদিও বহু মানুহক সন্দেহতে ধৰি আনি পুলিছে মাৰপিট কৰিছে, আচল মানুহক এতিয়াও ধৰিব পৰা নাই। যোৱাৰাতি বৰনগৰৰ ওচৰতে ৰেলগাড়ী বাগৰি বহুত চিপাহী মৰিছে; কোনেও কয় এশজন, আনকোনেও কয় পাঁচশজন। সাধাৰণভাবে ৰেল চলাচল কৰিবৰ বাবে দলংখন ঠিক কৰি লওতে কমেও আৰু পাঁচদিন লাগিব।

সুমিত্ৰা আৰু বনজন দুয়ো বৰনগৰৰ চাৰিওফালে ঘূৰি ফুৰে। সৰু যি এটা হাস্‌পাতাল তাত আছিল, তাৰ ওচৰতে আকৌ কেবাটাও টেন্ট টানি আহত চিপাহীবোৰক ৰাখিছে। হাস্‌পাতালত আৰু ঠাই নাই। হাসপাতালৰ ওচৰতে এবাৰ সুমিত্ৰাই বনজনৰ হাতখনত ধৰি টানি আনি কয়,—

এই গোন্ধবোৰ মই সহ্য কৰিব নোৱাৰোঁ। ইয়াৰপৰা ব'লা। আমাৰ কোনো মানুহ ইয়াত নাই, এই কথা মই ঠিৰাংকৈ কব পাৰোঁ। ইয়াত নো আৰু কি চাবা?

ব'লা।—বনজনে কয়। মই কেৱল ভাবিছিলোঁ মৰা চিপাহীবোৰ ক'লৈ গ'ল। সিহঁতক ক'ত ৰাখিছে বাৰু? আৰু আজি ৰাতিপুৱাৰ সেই পুলিছজন ক'লৈ গ'ল। উজানঘাটৰ সেই পুলিছজন! তাৰ চকুৰেদি ইমান তেজ ওলাইছিল! সিও বোধহয় মৰিছে, নহয় জানো?

সিহঁত দুয়ো আঁতৰি আহে। অলপ দূৰ গৈয়ে সিহঁতে হাইস্কুলৰ ওচৰ পায় গৈ। সম্পূৰ্ণ নিস্তব্ধতাৰ মাজত হঠাৎ সিহঁতে শব্দ এটা শুনে। তিনিবাৰ, চাৰিবাৰ। আৰু অকণমান সময় কোনো সাৰ-সুৰ নাই। তাৰ পাছত আকৌ সেই একেটা শব্দ হ'ল—তিনিবাৰ, চাৰিবাৰ। তাৰ পাছত বন্ধ হৈ গ'ল।

বনজন থিতাতে বৈ গ'ল, আৰু সুমিত্ৰাৰ হাত এখনত ধৰি লাহে লাহে পিছুৱাই আহিবলৈ ধৰিলে। ফিচ্‌ফিচাই সি ক'লে,—ছেন্ট্ৰী।

কি ক'লা?—সুমিত্ৰাই সোধে।

ছেন্ট্ৰী। মানে, পহৰা দিছে।—সি কয়।

তুমি ইয়াতে ৰ'বা।—সুমিত্ৰাই উত্তেজিত ভাবে কয়। মই চুপি চুপি চাই আঁহোগৈ, এজন নে কিমান জন।

পাছত চাবা। ইয়াত আমাৰ কোনো কাম নাই এতিয়া। সিফালে গৈ থাকোঁ ব'লা।

সিফালে ক'লৈ যাবা!—তাই সোধে।

কোনোবা ফালে ইয়াতে থানাখন আছে। ঠিক কোন ফালে মই নাজানো। গৈ থাকিলে ক'ৰবাত ওলাব।

অলপ সময় দুয়ো মনে মনে গৈ থাকে। তাৰ পাছত ৰনজনে আকৌ কয়,—

বাইদেউক এদিন পুলিছে প্ৰায় ধৰিছিলেই। এখন মিটিঙত তেওঁ বক্তৃতা দি আছে, এনেতে পুলিছ আহি ওলাল। মই জানো যে বাইদেউৰে ধৰা দিব নোৱাৰে। পলাবই লাগিব। মই বাইদেউৰ হাতত ধৰি একেকোবে বেৰ এখন পালোঁহি। বেৰখন পাৰ হব পাৰিলেই বেৰৰ সিপাৰে এঘৰ মানুহৰ বাৰী। সেই বাৰী পালে, বাৰীৰ মাজেদি আমি কোনোবাখিনি ওলাম। কোনেও আমাক ধৰিব নোৱাৰে। বেৰখন কাঁইটীয়া, কিন্তু চাপৰ। পাৰ হওঁতে মোৰ একো কষ্ট নহ'ল। কিন্তু বাইদেউৰ হ'ল বিপদ। মেখেলাখন লাগি লাগি ধৰে। মই ভাবিলোঁ আজি যেনেতেনে ৰক্ষা নাই। মই অৱশেষত বেৰখন বগৰাই ধৰিলোঁ। বাইদেউৰ মেখেলা ফাটি চিটি নাইকিয়া হ'ল। কিন্তু কোনো ৰকম পাৰ হৈ আহিলোঁ।

সুমিত্ৰাই বুজি পায়। তাই সান্ত্বনাৰ সুৰত কয়,—

তুমি চিন্তা নকৰিবা। বেৰ যদি পাৰ হব লগীয়া হয়, তেনে মেখেলাই মোক বাধা দিব নোৱাৰে। আন মানুহৰ আগত মোৰ লাজেই নাই। বিশেষকৈ পুলিছৰ আগত মই কোনো প্ৰকাৰৰ লাজ অনুভব নকৰোঁ। কিন্তু তোমাৰ আগত মোৰ লাজ লাগিব। কিয় জানো কব নোৱাৰোঁ। লাগিব, ইয়াকে জানোঁ। তথাপি বিপদত পৰিলে তোমাক মই কম, ৰনজন তুমি মোৰ ফালে নাচাবা। নোচোৱাতো?

আৰু বেণীডাল কি কৰিবা? কত ৰকমৰ যে আহুকাল তোমাৰ! তুমি কেতিয়াও পলোৱা নাই? ঘৰত মাৰ খালেও তো কিমান ল'ৰা ছোৱালী পলায়। তুমি হয়তো পলোৱা নাই। বাইদেউৰ লগত পলাওঁতে মই গম পাইছোঁ, মেখেলা, বেণী, চাদৰ, এই আটাইবোৰ বৰ আপদীয়া। তুমি বেণীডাল চাদৰৰ তলত লৈ চাদৰখন গাত টানকৈ মাৰি লবা। বাইদেউৱে তেনেকৈ লয়।

অলপ দূৰত পোহৰ দেখা পোৱা যায়। কেবাটাও বিজুলি চাকি। সেইখিনিতে থানা হব পাৰে, সিহঁতে ভাবে। সিহঁতে লাহে লাহে আগবাঢ়ে।

আলিটোৰ পৰা সিহঁতে নামি আহে, আৰু সৰু সুৰা জোপোহাবিলাকৰ কাষে কাষে সন্ত্ৰস্তভাবে আগবাঢ়ে। যিখিনি ঠাইত সিহঁত আছিল সেইখিনি ঠাই ওখ, তাৰ পাছত অলপ দ, তাৰ পাছত আকৌ ওখ ঠাইখিনিতে কেবাটাও চাকি। সিফাললৈ বোধ হয় আকৌ দ ঠাই।

সিহঁতে দ খিনিলৈ নামি আহে। সেই পিনেদি বোধ হয় কোনো মানুহ দুনুহ নাযায়। বাটৰ কোনো চিন নাই। সুমিত্ৰাই বন্‌জনৰ বাধা নামানি আগে আগে গৈ থাকে।

শব্দটো শুনি সুমিত্ৰা থমকি ৰয়। এটা যেন কাঁতৰ গোঙনি। কোনোবা মুমূৰ্ষ মানুহৰ ডিঙিৰ পৰা ওলোৱা ক্ষীণ অথচ কৰুণ এটা বিননি। তাইৰ ধাৰণা হয় যেন ঠিক তাইৰ মূৰৰ ওপৰতে। তাইৰ তেনেই ওচৰতে যেন কোনোবা মানুহ এজনে সেহাঁই সেহাঁই গোঙাইছে। এবাৰ তাই ভাবে সেয়া বোধহয় সেই পুলিছজন যাৰ দুচকুৰেদি তাই লোৰ শলা সোমাই দিছিল। তীব্ৰ যন্ত্ৰণাত বোধহয় সিয়ে বিনাই আছে। কিন্তু তাই একো দেখা নাপায়। তাইৰ ইমান ওচৰতে, অথচ এন্ধাৰৰ মাজত একো মনিব নোৱাৰি।

বন্‌জন তাইৰ ওচৰলৈ আহে। সিও শব্দটো শুনি পায়। ঠিক মূৰৰ ওপৰতে কোনোবা খিনিতে মানুহজন পৰি আছে নিশ্চয়। সিহঁত দুয়ো আৰু অলপ আগবাঢ়ে। আৰু ওপৰলৈ চাবলৈ ধৰে। যিখিনি ঠাইত সিহঁত থিয় দি আছিল, সেইখিনি ঠাই দ। তাৰপৰা ঠাইখিনি ক্ৰমে ক্ৰমে ওখ। সেই ওখ ঠাইখিনিতে নিশ্চয় কিবা এটা হৈছে,—সিহঁতে ভাবে। সেইখিনি ঠাইৰ পোহৰ বিলাক সিহঁতে দেখা পায়। চাৰিওফালে ভালকৈ চাই বন্‌জনে তাইক কয়,—

আমাৰ ওপৰত সেই ওখ ঠাইখিনিতে বোধ হয় থানা। নহলে তাত ইমান পোহৰ নাথাকিলহেঁতেন। তুমি ইয়াতে থাকা। ঠিক এইখিনি ঠাইত থাকিবা। থিয় হৈ নাথাকিবা কিন্তু। জোপোহাৰ আঁৰালত বহি থাকিবা। মই চাই আহোঁ গৈ। লাহে লাহে আঠু কাঢ়ি কাঢ়ি মই যাম। আকৌ এইখিনি ঠাইলৈ মই ঘূৰি আহিম।

সি কিন্তু যাব নোৱাৰে। সুমিত্ৰাই তাৰ হাতখনত ধৰি থাকে। তাই কয়,—

তুমি অকলে যাব নোৱাৰা। ঠিক তোমাৰ দৰে মইও আঁঠু কাঢ়ি কাঢ়ি যাম। দুয়ো গৈ চাই আহিম ক'ত কি আছে।

মোৰ দৰে তুমি নোৱাৰিবা—বনজনে কয়। এতিয়া মই মাত্র চাই আহিম। ইয়াৰ পাছত আমি দুয়ো যাম, যদি যোৱাৰ প্রয়োজন হয়। মই মাটিতে বাগৰি এটা মেকুৰীৰ সমান হব পাৰিম, তুমি নোৱাৰিবা। তোমাৰ বহুত অসুবিধা।

অকস্মাৎ সি আঁতৰ হৈ পৰে। খন্তেকৰ পাছতে সি অদৃশ্য হৈ যায়। সুমিত্রাই জুমি চাবলৈ চেষ্টা কৰে; কিন্তু তাই আৰু একো দেখা নাপায়। তাই তাতে বহে। তাৰ পাছত তাই লোৰ শলা দুডাল উলিয়াই লয়। দুয়ো ডাল শলা জোঙা তিৰবিৰীয়া হৈ আছে। তাইৰ মনলৈ সাহস আহে। তথাপি অকলে এন্ধাৰৰ মাজত জোপোহাবিলাকৰ আঁৰালত তাইৰ কিবা অস্তস্তি লাগে। ৰাতিৰ এন্ধাৰত তাই বহুদিন ফুৰিছে। গাওঁৰ মানুহৰ ঘৰত অসুখ পাতি হলে তাই সেই ঘৰলৈ গৈছে, ভাত ৰান্ধি দি আকৌ ঘৰলৈ উভটি আহিছে। যেতিৰ দিনত বহু ৰাতিলৈ তাই পথাৰত আছে, আকৌ ঘৰলৈ আহিছে। কেতিয়াবা মানুহ থাকে কেতিয়াবা নাথাকে। তথাপি তাইৰ মনত কোনোদিন শঙ্কা হোৱা নাই, অস্বস্তি লগা নাই। আৰু কোনোদিনেই তাই এন্ধাৰত কাৰো বাবে অপেক্ষা কৰিব লগীয়া হোৱা নাই;—এদিনৰ বাহিৰে।

সিদিনাৰ কথাটো তাই পাহৰিয়েই গৈছিল। আজি বনজনৰ বাবে অপেক্ষা কৰি বহি থাকি তাইৰ হঠাৎ মনত পৰিছে কথাটো।

তাইৰ মনত পৰে, আজি প্রায় তিনি বছৰ হ'ল। সিহঁতৰ ওচৰৰে গাওঁখনৰ লৰা এটাই প্রায়ে তাইৰ ওচৰতে ধান কাটে, হাল বায়। সি বিয়া কৰাইছে। বিয়াৰ পাছত ল'ৰা এটাও হৈছে। হাঁহি-মাতি সি তাইৰ লগত কথা কয়, তাইও তাৰ লগত হাঁহে মাতে। পথাৰত খাবলৈ নিয়া বস্তুৰ পৰা কেতিয়াবা দুই এটা বস্তু তাইক দিয়ে। তাইও তাক দিয়ে। কেতিয়াবা কেতিয়াবা তাই স্কুলৰ পৰা আহি পোনে পোনে পথাৰলৈ যায়। ঘৰৰ পৰা পথাৰলৈ যাওতে তাই মেখেলা পিন্ধি যায়। কিন্তু স্কুলৰ পৰা আহি পোনে পোনে যেতিয়া যায়, তেতিয়া তাইৰ গাত স্কুললৈ নিয়া ফ্রকটো

থাকে। ষষ্ঠ মান শ্ৰেণীত তেতিয়া তাই পঢ়ে, তথাপি তাইৰ বয়স তেতিয়া পোন্ধৰ হৈ গৈছে। ফ্ৰক পিন্ধি পথাৰলৈ গলেই সি তাইৰ ওচৰলৈ আহি ফুচফুচাই কয়,—

তুমি এই চোলাবোৰ পিন্ধি আহিলে ভালো লাগে, বেয়াও লাগে। চোলাটো ইমান টানকৈ লাগি ধৰে তোমাৰ গাত, যে তুমি একো নিপিন্ধা যেন দেখি। চাই থাকিবলৈ ভাল লাগে। পিছে মোৰ চকুত যেনেকৈ ভাল লাগে, আন এশ মানুহৰ চকুতো তেনেকৈ ভাল লাগে। কোনোবাই কেতিয়াবা তোমাক ক'লৈ লৈ যায় ঠিকনা নাই। সেইবাবে আকৌ বেয়া লাগে। তোমাৰ স্কুলৰ মাষ্টৰনী সকলে দেখা নাপায় জানো?

কি দেখা নাপায়?—সুমিত্ৰাই সোধে।

ল'ৰাজনে একান্ত মনে তাইৰ ফালে চাই থাকে আৰু হাঁহে। অৱশেষত সি কয়,—

ইয়াত নো দিন-দুপৰীয়া পথাৰৰ মাজত তোমাক কেনেকৈ কম, কি দেখা যায় আৰু কি দেখা নাযায়। জানিবৰ যদি মন, তেনে কাইলৈ কম। তুমি তোমালোকৰ বাৰীৰ মাজেদি ওলাই আহিবা, ঠিক সাঁজ লগা সময়ত। বাৰীৰ মূৰতে ওখ তেতেলী গছজোপাৰ কাষতে তুমি বৈ থাকিবা। ঠিক সেইখিনিতে। আন ঠাইত থাকিলে এন্ধাৰত বিচাৰি উলিয়াব নোৱাৰিম। এই চোলাটোকে পিন্ধি আহিবা। কাইলৈ সাঁজ লগাৰ সময়ত!

তাই সিদিনা ঘৰলৈ আহি তাইৰ অকণমান আৰ্চিখন আগত লৈ নিজকে চাইছিল। তাই ডাঙৰ হৈছে হয়। কিন্তু মেখেলা পিন্ধিলেও সেই একে কথা। মেখেলা পিন্ধিলে আৰু বেছি শকত যেন দেখা হব, বেছি ওখ যেন দেখা হব, তাৰ বাহিৰে আৰু কি। যি নহওক, পাছদিনা তাই গৈছিল। এটা সন্দেহ তাইৰ মনলৈ আহিছিল, কিন্তু তাই ভয় কৰা নাছিল। তাৰ গাত যদি বল আছে, তাইৰ গাতো বল আছে। সি যদি দুষ্ট হবলৈ চেষ্টা কৰে, তাইও শাস্তি দিবলৈ জানিব।

ঠিক সাঁজ লগাৰ লগে লগে তাই ঘৰৰপৰা ওলাই বাৰীৰ মাজেদি গৈ সেই তেতেলী জোপাৰ ওচৰতে অপেক্ষা কৰি আছিল। এন্ধাৰ বেছি হোৱাৰ লগে লগে তাইৰ মনটো কিবাকিবি লাগি আহিছিল। তথাপি তাই

অপেক্ষা কৰি ৰ'ল। গছৰ ওপৰত চৰাই বিলাকে নিতাল মাৰিলে। কিন্তু ল'ৰাজন নাহিল, তাৰ ঘৈণীয়েকে কিজানি তাক কিবা কামত লগাই দিলে।

প্ৰায় এঘণ্টা সময় তাত অপেক্ষা কৰি তাই সিদিনা ঘৰলৈ উভটি আহিছিল। আহোঁতে তাই আপোনমনে হাঁহি আহিছিল। এয়া হ'ল লৰাৰ পিট,—মতা মানুহৰ সাহস। লগৰ ছোৱালী বিলাকৰপৰা তাই দুই এটা কথা শুনিছিল, ল'ৰা বিলাকৰ বিষয়ে। তাইও সুবিধা পালে প্ৰমাণ কৰিলেহেঁতেন ছোৱালী কি বস্তু। সিদিনা তাইৰ মনত কোনো দুখ লগা নাছিল, কেৱল এটা সুযোগ অথলে যোৱাৰ বাবে মনটো বেয়া লাগিছিল।

এতিয়া জোপোহাবিলাকৰ আঁৰালত বনজনৰ বাবে অপেক্ষা কৰি তাই ভয় আৰু শঙ্কাত ঘামি উঠিছিল। তাইৰ নিজৰ কোনো বিপদ হব পাৰে এই কথা তাইৰ মনলৈ অহা নাছিল। তাইৰ চিন্তা হৈছিল বনজনৰ বাবে। কেৱল চিন্তাই নহয়, যিখিনি ঠাইতে বনজনে সিদিনাই আবেলি ভগা স্কুলটোৰ ভিতৰত তাৰ মূৰটো ৰাখিছিল, তাইৰ বুকুৰ সেইখিনি ঠাইতে তাই যেন এটা বিষ অনুভব কৰিছিল। তাই উদ্বিগ্ন হৈ চাৰিওফালে চাই আছিল কেতিয়া সি আহি পায়। তাইৰ ধাৰণা হয় যেন ভালেখিনি সময় হৈ গৈছে সি যোৱাৰ পাছৰ পৰা। লাহে লাহে তাইৰ মনলৈ অনুতাপ আহে, কিয় তাইও লগতে নগ'ল।

এনেতে সি আহে। সি আহি তাইৰ তেনেই ওচৰতে থিয় নিদিয়ালৈকে তাই তাক দেখাই নাছিল। তাক দেখা পোৱা মাত্ৰকে তাইৰ শৰীৰটোৰ ভিতৰত যেন কি হৈ যায়। তাক তাই সাবট মাৰি ধৰি তাৰ গাটো পিহি দিবলৈ ধৰে। তেতিয়াহে তাই গম পায় যে বনজনৰ ভাগৰ লাগিছে। তাৰ বুকুখনে টিপটিপাই আছে। খন্তেক সময় তেনেকৈ থাকি সি কয়,—

মই তোমাক কৈছিলোঁ নহয়, সেয়া থানা হয়। বৰনগৰৰ থানা। বৰনগৰৰ থানাৰ বিষয়ে বাইদেউহঁতে বহুত কিবা কিবি কথা কয়। তেতিয়া মই ভালকৈ মন দিয়া নাছিলোঁ। কিন্তু এইখন থানাৰ ওপৰত বাইদেউহঁতৰ কিবা অভিসন্ধি আছে নিশ্চয়। মই ভাবিছিলোঁ যে বোধহয় অগণন পুলিছ আছে থানাত। মই পাটপিটকৈ চাইছোঁ, পুলিছ বেছি নাই, মুঠতে আঠজন দেখিলোঁ। বন্দুক লৈ চিপাহী আছে দুজন। থানাৰ ঘৰটোৰ পাছফালে হেলনীয়া

ঠাইখিনিত চাৰিওফালে লোৰ কাঁইটীয়া তাঁৰেৰে বেৰ দি সিহঁতে তাত বহুত মানুহ ৰাখিছে। তালৈ নোযোৱা হলেই ভাল আছিল।

সুমিত্ৰাই তাৰ মুখলৈ চায়। ক'ৰবাত সি বোধহয় ভয়াবহ কিবা এটা দেখি আহিছে। তাই ধীৰ ভাবে সোধে,—

তালৈ তুমি কেনেকৈ গ'লা? পুলিছে তোমাক দেখা নাপালে? তাঁৰৰ বেৰ তুমি পাৰ হ'লা কেনেকৈ? ভাগৰ লাগিছে যদি তেনেকৈ থাকা। পাছত কবা বাৰু।

মই ভিতৰৰ বেৰখন পাৰ হৈ যোৱা নাই, সি কয়। কেৱল তাঁৰৰ বেৰখনৰ তলেদি চুচৰি গৈছোঁ। বেৰৰ বাহিৰৰ পৰা দেখিছোঁ। ভিতৰত কিজানি একুৰিবো বেছি মানুহ আছে। আটাইবোৰ মানুহৰে হাতবোৰ লগলগাই ৰচিৰে বন্ধা আছে। দুই তিনিজনক সাঙুৰি বান্ধি ৰাখিছে। মাত্ৰ চাৰিজনমান অকলে আছে। তাৰে এজন বোধ হয় মৰিছে। হাত ভৰি লৰোৱা নাই। এজনে গোঙাই আছে। সেই গোঙনিকে আমি ইয়াৰপৰা শুনিছিলোঁ। এতিয়া আৰু গোঙনি বন্ধ হৈ গৈছে। সেইজন মানুহৰ মুখৰ পৰা ইমান তেজ ওলাইছে যে এতিয়া মানে বোধ হয় সিও মৰিল।

সুমিত্ৰাৰ যেন ভয় লাগে, তাই কয়,—

তুমি কিয় বাৰু অকলে গৈছিলা? মই ইমান কলোঁ যে মইও যাওঁ তথাপি তুমি মোক যাবলৈ নিদিলা। তোমাৰ, দেখিছোঁ, অতিপাত সাহস বাঢ়ি গৈছে।

বনজনে আকৌ কয়,—

এটা কথা মই ভালকৈ ধৰিব নোৱাৰিলোঁ। দুজন পুলিছে তিনি-চাৰিজন ডেকামানুহক দুই এটা চৰ লাঠি মাৰি বাকীবিলাক মানুহৰ পৰা আঁতৰলৈ আনি, এটা এটাকৈ বান্ধিছে। বোধহয় আৰু কিছু সময় তাত থাকিলে দেখিলোঁহেঁতেন সিহঁতক কি কৰে। কিন্তু তুমি ইয়াত অকলে আছা, হঠাৎ যদি মই ধৰা পৰি যাওঁ, তোমাৰ কি হব! সেইবাবে মই গুচি আহিলোঁ।

মই জানোঁ,—সুমিত্ৰাই কয়। সিহঁত কেইটাকো পুলিছে মাৰিব। আজি ৰাতিৰ ভিতৰতে কেবাজনো মৰিব, নাইবা জীৱনলৈ ঘুনীয়া হৈ থাকিব।

সিহঁতৰো মুখেদি তেজ ওলাব, সিহঁতেও গোঙাব আৰু গোঙাই গোঙাই মৰিব। কি কৰিবা বন্‌জন? সিহঁতক মোকোলাই দিব নোৱাৰি?

পৰা যায় কিজানি,—সি কয়। আৰু মোকোলাই দিবলৈ যাওঁতে আমি দুয়ো বান্ধত পৰিবও পাৰোঁ। ইয়াত তো তুমি আৰু চাহ দি তাহাঁতক ভুলাব নোৱাৰিবা। আৰু মোকোলাই দিলে সিহঁত ক'লৈ যাব? পুলিছে আকৌ তাহাঁতক ধৰিবান্ধি আনি কোবাব।

সুমিত্ৰাই ভাবে। তাৰ পাছত তাই কয়,—

মোকোলাই দিব পাৰি নে নোৱাৰি মই ঠিককৈ কব নোৱাৰোঁ। যদিহে পৰা যায়, তেনে ডেকামানুহ কেইজনে, মৰা-মুছা কেইজনক বোকাচাত লৈ যাব পাৰিব। বাকীবিলাক যেনি পায় তেনি যাওক। আমি ফাটেকৰ দুৱাৰ মুকলি কৰি দিম। তাৰ পাছত সিহঁত ক'লৈ যায়, সেয়া তাহাঁতৰ কথা। যদি পলাব নোৱাৰে, সিহঁতৰ কপাল নাই।

তুমি নিজে ক'লৈ পলাবা? ক'লৈ যাবা তুমি?

বন্‌জন!—তাই কয়। তুমি মোতকৈ বহুত সৰু বন্‌জন। তথাপি তুমিয়ে মোৰ বাবে ইমান চিন্তা কৰিছা। যেন মোৰ বাবেই তোমাৰ ইমান বিপদ। ইমান মৰম তুমি যদি মোক কৰিছা, তেনে মইও তোমাক ইমানেই কওঁ যে তুমি মোক য'লৈকে যাব কোৱা, য'লৈকে লৈ যোৱা তালৈকে যাম। তুমি বাৰু মোৰ বাবে কিয় ইমান ভাবা?

মই ভালকৈ নাজানোঁ।—বন্‌জনে কয়। তোমাৰপৰা দূৰলৈ গ'লে আকৌ তোমাৰ ওচৰলৈ আহিবৰ মন যায় মোৰ। আকৌ তোমাৰ ওচৰতে থাকিলে ভাল লাগে। তুমি মোৰ কাণৰ ওচৰত ফুচফুচাই কথা কওঁতে তোমাৰ মুখৰপৰা কিবা এটা গোন্ধ ওলায়। সেই গোন্ধখিনি সোৱাদ লাগে। তুমি যেতিয়া মোৰ মূৰটো কোলাত লৈ তোমাৰ চাদৰখনেৰে মোৰ মূৰটো ঢাকি দিয়া, তেতিয়া মোৰ টোপনি আহিব নোখোজে, চকুমেলি থাকিবলৈ মন যায়। তোমাৰ মুখত ঘাম বোৰ দেখিলে মোৰ কিবা বেয়া লাগে। বাইদেউকো মই অতি ভাল পাওঁ। বাইদেউক ৰক্ষা কৰিবলৈ যাওঁতে মই মৰি গলেও মোৰ একো নহয়। তথাপি তুমি যেন বেলেগ। তোমাৰ সকলো বেলেগ।

একো নামাতি সুমিত্ৰা বহে। তাইৰ চাদৰৰ আচলত খোৱাৰ বস্তু যিখিনি আছিল সেইখিনি তাই খুলি লয়, আৰু বনজনকো খাবলৈ দিয়ে। তাই নিজেও অলপ খায়। তাৰ পাছত তাই নিথৰ হৈ বহি থাকে। খোৱা বস্তুখিনি গিলিবলৈ তাইৰ মন নাযায়। আৰু তাইৰ ভোকো নালাগে। এন্ধাৰৰ মাজেদি বহু দূৰলৈ চাবলৈ তাই চেষ্টা কৰে। কিন্তু তাই চকুৰে একোকে নমনে। আচম্বিতে তাইৰ ধাৰণা হয়, যেন তাইৰ শৰীৰৰ ভিতৰত কিবা এটা বস্তুৰে তোলপাৰ লগাইছে আৰু তাইৰ অবিশ্ৰাম কান্দিবৰ মন গৈছে। তাই নাকান্দে আৰু আকাশলৈ চায়।

আকাশত জোন নাই, কেৱল তৰাবোৰে জলমলাইছে। ওপৰৰ আকাশলৈ চাই তলৰ পৃথিবীলৈ চালে পৃথিবীখন উকা-উকা যেন লাগে। তৰাৰ তলৰ জোপোহাৰ আঁৱালৰ এই পৃথিবীখন তাইৰ ভাল নালাগে। ওখ ঠাইখিনিৰ কাঁইটীয়া বেৰৰ মাজৰ গোঙাই গোঙাই মৰি যোৱা মানুহবোৰৰ সান্নিধ্য তাইৰ ভাল নালাগে। তলৰপৰা সেমেকি অহা তাইৰ ভৰিৰ ওচৰৰ ঘাঁহবোৰ তাইৰ ভাল নালাগে। আৰু এই যুদ্ধ তাইৰ ভাল নালাগে। তাইৰ কাপোৰৰ মাজত লুকাই ৰখা লোৰ শলা দুডাল তাইৰ ভাল নালাগে।

তাইৰ গাতে আউজি বনজনে চকুমুদি থাকে। তাৰ ফালে নোচোৱাকৈ, তাৰ কান্ধৰ ওপৰত হাতখন থৈ সুমিত্ৰাই কয়,—

আৰু কিমান সময়ৰ পাছত যাবা?

এখন্তেক। সি কয়। এখন্তেক পাছতে যাম। তুমি সাজু হোৱা।

সুমিত্ৰা উঠে। মেখেলাখন উজাই আঠুৰ ওচৰত ৰাখি তাই চাদৰখন টানকৈ মেৰিয়াই লয়। বেণীদাল চাদৰৰ তলত বান্ধে আৰু তাৰ পাছত চাদৰখন কোমৰত বান্ধি থয়।

হাঁহি হাঁহি বনজনে কয়,—

মোৰ হাফপেণ্টটোৰ দৰেই হ'ল প্ৰায়।

তাইও হাঁহে।

দুয়ো লাহে লাহে আগবাঢ়ে। এবাৰ সুমিত্ৰাই সোধে,—

গুৱাহাটীলৈ গৈছা কেতিয়াবা?

এবাৰ মাত্ৰ গৈছিলোঁ,—বন্‌জনে কয়। মাৰ লগত।

নৱগ্ৰহ দেখিছা?—তাই আকৌ সোধে।

দেখিছোঁ। মৰিশালী আছে যে সেয়া নৱগ্ৰহ নহয় জানো?

তাই কয়,—মাৰিশালী আছে, মন্দিৰো আছে। কিন্তু ঠাইখিনি ওখ। ওখখিনিতে মন্দিৰ, তলখিনিতে মৰিশালী। ইয়াৰ ওখখিনিতে থানা আৰু জেল। তলখিনিত কি বাৰু?

তলখিনিত?—বন্‌জনে কয়! তলখিনিতে আমি বহি থকা ঠাইখিনি। তুমি আঁউজি থকা জোপোহাটো। আমাৰ গছকনি খাই হালি পৰা ঘাঁহবোৰ। এতিয়া মানে ছাগে পোন হৈ উঠিছে আকৌ।

তলৰ দ ঠাইখিনি লাহে লাহে শেষ হৈ আহে; আৰু সিহঁতে আহি ওখ ঠাইখিনিৰ সীমা পায়হি। সেইখিনি ঠাইৰপৰা সিহঁতে ওপৰলৈ উঠিব লাগিব। মানুহ গাড়ী চলাচল কৰা ৰাস্তাটো বাদ দি সিহঁতে পোনে পোনে যদি উঠি যাব পাৰে, তেনে সিহঁত গৈ তাঁৰৰ বেৰখন পাব। বেৰখন যদি পাৰ হব পাৰে, তেনে সাঙুৰি বান্ধি থোৱা মানুহবোৰ সিহঁতে পাবই।

উঠিবলৈ আৰম্ভ কৰাৰ আগতে বন্‌জনে এবাৰ কয়,—

ঠাইখিনি ওখ যদিও তেনেই থিয় নহয়। ভৰি পিছলি পৰি যোৱাৰ ভয় নাই। কিন্তু দৰ্কাৰ হ'লে বাগৰি বাগৰি তললৈ আহিব পাৰি অনায়াসে। পুলিছে দেখাৰ পাছত বাগৰি পৰি তললৈ গলে অৱশ্যে একো লাভ নহব। এইকণ মাত্ৰ ঠাই। সিহঁতে খেদি গৈ তলতে ধৰি পেলাব পাৰিব, গুলীয়াব পাৰিব। সিহঁতে দেখাৰ আগতে বাগৰি যাব পাৰিলে পলাবৰ উপায় হবও পাৰে। আমাৰ বাবেও এই কথা; বাকীবিলাক মানুহৰ বাবেও সেই একে কথা।

সুমিত্ৰাই বুজি পায় যে ইয়াৰ পাছত আৰু সিহঁতে কথা পাতিব নোৱাৰে। ইয়াৰ পৰা ওপৰৰ ঠাইখিনি ওচৰ। তাই এবাৰ মাত্ৰ বন্‌জনৰ হাত এখনত ধৰি এখন্তেক ৰয়, তাৰ পাছত এৰি দিয়ে।

## তেৰ

ঘাঁহৰ ওপৰত পেট পেলাই দুয়ো ওপৰলৈ উঠিবলৈ আৰম্ভ কৰে। বনজনৰ বাবে কোনো অসুবিধা নহয়। কিন্তু সুমিত্ৰাই দুই এবাৰ পিছলে। বৰষুণ নোহোৱা সত্ত্বেও ঘাঁহবোৰ তিতি থকা যেন লাগে। কেতিয়াবা বনজন অকণমান আগবাঢ়ে, কেতিয়াবা আকৌ তাই অকণমান আগবাঢ়ে। দুয়ো ইমান ওচৰা ওচৰিকৈ যায় যে মাজে মাজে সিহঁতৰ ভৰিহাত পৰস্পৰৰ গাত লাগে। সিহঁতৰ চকুৰ আগত, অলপ নিলগত, লোৰ বগা তাঁৰৰ বেৰখন অস্পষ্টভাবে জিলিকে। আৰু অলপ সময়ৰ পাছতে সিহঁতে গৈ বেৰখনৰ ওচৰ পাব গৈ।

হঠাৎ দুয়ো থমকি ৰ'ল। বেৰৰ ওচৰতে এটা ছাঁ সিহঁতে দেখিবলৈ পালে। দুয়ো ছাঁটোৰ ফালে ভালকৈ মণি মণি চাবলৈ ধৰিলে। খন্তেক পাছতে ছাঁটো সিহঁতৰ ফালে ফালে আগুৱাবলৈ ধৰিলে। দুয়ো গম পালে ছাঁটো এটা কুকুৰৰ। কুকুৰটোৱে ক্ৰমাৎ সিহঁতৰ ফালে আগুৱাবলৈ ধৰিলে। কুকুৰৰ কথা সিহঁত দুয়ো ভবাই নাছিল। সিহঁতৰ পৰা পাঁচ গজ মান দূৰত কুকুৰটো থামিল। সি কিন্তু নুভুকিলে। এটা অস্পষ্ট গোৰ্গোৰণি কৰি সি তাতেই ৰৈ সিহঁতৰ ফালে তীক্ষ্ণ দৃষ্টিৰে চাবলৈ ধৰিলে। সি দাঁতো নিকটাই নিদিলে, কিন্তু নেজো নোজোকাৰিলে।

লাহে লাহে সুমিত্ৰাই তাইৰ হাত এখন আগবঢ়াই দিলে। চাদৰতে বান্ধি থোৱা লাকৰ টুকুৰাখিনি তাই হাতত লৈ হাতখন আগবঢ়াই দিলে।

এখোজ কুকুৰটো আগবাঢ়িল, আকৌ থামিল। তাই হাতখন তেনেকৈয়ে ৰাখিলে। অৱশেষত দুই এখোজ কৈ আহি কুকুৰটো ঠিক হাতখনৰ আগতে বৈ গ'ল। সুমিত্ৰাই হাতখন ডাঙি কুকুৰৰ মুখৰ আগতে ধৰিলে। কুকুৰটোৱে তাইৰ হাতখন এবাৰ চেলেকিলে, তাৰপাছত তাইৰ ওচৰতে বহিল।

সেই মুহূৰ্ত্ততে বনজন আগবাঢ়ি গ'ল। হাতত থকা গুৰিখিন সুমিত্ৰাই কুকুৰটোৰ মুখৰ আগত মাটিত পেলাই দি অকণমান আগুৱালে। তাইলৈ এবাৰ চাই সি মাটিৰ গুৰিখিনি চেলেকিবলৈ ধৰিলে। তাই ক্ৰমান্বয়ে আগুৱাই থাকিল। কিন্তু বনজন অদৃশ্য হৈ পৰিল।

বেৰখনলৈ মাত্ৰ কেইহাতমান থাকোঁতে তাই অকণমান ৰয়। বনজনক তাই দেখা নাপায়। সি বোধহয় ইতিমধ্যে বেৰখনৰ ভিতৰত সোমাই পৰিছে। চাৰিওফালে এন্ধাৰ, তাই ক'তো একো দেখা নাপায়। ক'ৰবাত নহয় ক'ৰবাত পহৰীয়াবোৰ আছে, এই কথা তাই নিশ্চয়কৈ জানে, কিন্তু কাকো দেখা নাপায়। তাই আগুৱাই গৈ বেৰখনৰ ওচৰ পায়। তাঁৰৰ শাৰীবোৰ ইমান ঘন, ইমান মজবুট যে তাই প্ৰথমতে ভাবি নাপায়, কেনেকৈ তাই ভিতৰ সোমাব। আৰু তাঁৰ বিলাক পাৰ হলেই নহব। তাৰ পাছত আৰু এখন বেৰ আছে। তাই দেখা পায়। গোটা বাঁহৰ বেৰ। গোটা বাঁহবোৰ কোনো ফাক নৰখাকৈ পুতি পুতি দেৱাল সাজিছে। তথাপি, প্ৰথমতে তাঁৰৰ বেৰখন, তাৰ পাছত অন্য কথা।

তাই দুডাল তাঁৰৰ মাজত এটা ফাক কৰিবলৈ চেষ্টা কৰে। কিন্তু নোৱাৰে। ইমান টানকৈ দিয়া আছে যে লৰাবকে নোৱাৰি। তাই পেট পেলাই চুচৰি ইফালে সিফালে পৰীক্ষা কৰি চায়। অলপ পাছত তাই তাঁৰ বন্ধা খুঁটি এটাৰ ওচৰত ৰয়। খুঁটিটোৰ গুৰিতে অলপ বেছি মাটি দিয়া আছে। মাটিবোৰ তাই হাতেৰে খামুচি আতঁৰ কৰে। আৰু তাৰ পাছত মেকুৰীৰ দৰে তাঁৰ তলৰ তলেৰে মূৰটো সোমাই দিয়ে। মূৰটো কথমপি সোমায়। কিন্তু তাইৰ কান্ধৰ ওপৰত তাঁৰৰ কাঁইটবোৰ লাগি ধৰে। আগলৈ যাবলৈ চেষ্টা কৰিলেই কাঁইটবোৰ বিন্ধে। কিন্তু তাই আৰু পলম নকৰে। কাপোৰেই ছিৰক বা ছালেই যাওক তাই বলেৰে আগলৈ যায়। তাইৰ

কোমৰলৈকে বেৰৰ ভিতৰত সোমাই পৰে। কোমৰৰ তলভাগ তাইৰ যথেষ্ট ওখ। সেইখিনি সোমাওতে তাইৰ কষ্ট হয়। তথাপি একমুহূৰ্ত্তৰ পাছত তাই গোটেই মানুহজনী বেৰৰ ভিতৰত সোমাই পৰে। তাই থিয় দিব খুজিছিল; ততালিকে আকৌ বাগৰি পৰিল। এবাৰ তাই নিজৰ গাৰ ফালে চালে। তাইৰ গাৰ ভালেখিনি কাপোৰ কাঁইটীয়া তাঁৰতে লাগি বৈছে; গাৰ ভালেখিনি ছালো বৈ গৈছে। পাছৰ ফালৰ পৰা চালে তাইৰ গাত কাপোৰ নাইকিয়া যেন লাগিব। আৰু যিখিনি কাপোৰ আছে আটাইখিনিতে তেজ লাগিছে। তাইৰ গোটেইটো গাত তেজ।

ভিতৰৰ বেৰখন তাই যে কেনেকৈ পাৰ হব ভাবি নাপায়। ইমান ওখ আৰু ইমান শকত যে সেইখন বেৰ ভাঙি তাই ভিতৰ সোমাব নোৱাৰে, এই কথা নিশ্চিত। বগাই ওপৰলৈ উঠিবলৈকে কোনো সুবিধা নাই, হাতেৰে ধৰিবলৈ ক'তো একো নাই। অথচ ওচৰে-পাঁজৰে বনজন ক'তো নাই। সি যে কেনেকৈ ভিতৰলৈ গ'ল তাই ভাবিবই নোৱাৰে। তাইৰ আতঙ্ক ক্ৰমাৎ বাঢ়ি যায়। বনজন নিশ্চয় ভিতৰলৈ গৈছে। ভিতৰত হয়তো পুলিছৰ মাজত, সি সম্পূৰ্ণ অকলে। ততালিকে তাই ভিতৰ সোমাবই লাগিব, যি উপায়ে নহওক।

তাই আকৌ বেৰখন পৰীক্ষা কৰি চায়। দুয়োখন হাতেৰে শৰীৰৰ সমস্ত শক্তিৰে তাই দুডাল গোটা বাহত ধৰি অকণমান ফাক এটা উলিয়াবলৈ চেষ্টা কৰে। কিন্তু বিফল হয়। বাহৰ খুঁটিবোৰ লোৰদৰে টান। তাই আকৌ চেষ্টা কৰে। কিন্তু জোৰ কৰিলেও দুটা খুটিৰ মাজেৰে মাত্ৰ দুটা আঙুলি সোমাব পাৰি। যিমানেই চেষ্টা নকৰক কিয়, সেইপিনে তাই সোমাব নোৱাৰিব।

এইবাৰ তাইৰ আতঙ্ক হয়। ইয়াতে বেছি সময় থাকিলে ক'ৰবাৰ পৰা পহৰীয়াবোৰ আহি ওলোৱাৰ আশঙ্কা। তাঁৰৰ বেৰখনৰ যিটো ফাকেৰে তাই আহিছিল, সেই পিনে আকৌ তাই ওলাই যাব পাৰে; কিন্তু বনজন ভিতৰত আছে। তাক এৰি থৈ তাই যাব নোৱাৰে। আৰু বনজন ভিতৰলৈ সোমাব নোৱাৰি বাহিৰতে বৈ আছে বুলিও তাই বিশ্বাস কৰিব নোৱাৰে। আৰু সময় নাই, কিবা এটা তাই কৰিবই লাগিব।

তাই বেৰখনৰ ওপৰলৈ চায়। বেৰখনতে লাগি থাকি এখন হাত ওপৰলৈ তুলি তাই গম পায় যে বেৰখন আঠফুটমান ওখ হব। আটাইবোৰ বাহ জোঙা নহয়। ওপৰলৈ উঠিব পাৰিলে তাই ভিতৰলৈ জাপ মাৰিব পাৰিব। তাই গছত উঠিব পাৰে। কিন্তু বেৰখনত হাতেৰে খামোচ মাৰি ধৰিবলৈ একো সুবিধা নাই। তাই থিয় হয়। দুই হাতেৰে দুডাল বাইন্ত খামোচ মাৰি ধৰি ভাৰিৰ আঙুলিৰে খোপানি পুতি তাই উঠিবলৈ আৰম্ভ কৰে। এবাৰ মাত্ৰ তাই ভাবে যে ৰনজনৰদৰে তাইও এটা হাফ পেণ্ট পিন্ধি অহা উচিত আছিল। তাইৰ আচৰিত লাগে যে তেনেকৈয়ে তাই ওপৰলৈ লাহে লাহে উঠি যাব পাৰিছে। তেনেকৈয়ে আৰু যদি পাঁচ ছয় বাৰ তাই খোপনি ৰাখিব পাৰে, তেনে তাই বেৰখনৰ ওপৰ পাবগৈ।

কিন্তু তাই আৰু নোৱাৰিলে। ভৰিৰ আঙুলিৰ পৰা ওলোৱা তেজে বাহটো পিছল কৰি পেলালে। হাতৰ আঙুলিবোৰৰ অন্ত নাইকিয়া হ'ল। তাই কবই নোৱাৰিলে, কেনেকৈ কি হ'ল; কিন্তু তাই ধুপুচ কৰে আহি মাটিতে বাগৰি পৰিল। একমুহূৰ্ত্তৰ বাবে তাই আচন্দ্ৰাই হৈ গ'ল। পাছ মুহূৰ্ত্ততে তাই জ্ঞান ফিৰাই পালে। তাই স্পষ্ট শুনিবলৈ পালে তাইৰ পৰা কিছু আঁতৰত শব্দ হৈছে, জোতাৰ শব্দ। কোনোবাই যেন তাইৰ ফালে আহিবলৈ ধৰিছে। সেয়া পহৰা দিয়ে পুলিছ হব, তাইৰ মনত আৰু কোনো সন্দেহ নাথাকে। তাই নিশ্চয় ধৰা পৰি গ'ল আৰু তাই ৰনজনক কোনো সহায় কৰিব নোৱাৰিলে। বেৰখনতে পিঠি দি আঁউজি তাই ৰহে। জোতাৰ শব্দটো ক্ৰমশঃ তাইৰ ওচৰলৈ আহে।

এনেতে তাইৰ ধাৰণা হ'ল, তাইৰ পিঠিখন যেন কোনোবাই হাতেৰে চুইছে। ব্লাউজটো তাঁৰত লাগি ফাটি যোৱাৰ পাছত তাইৰ পিঠিখন উদং হৈ আছিল। গতিকে তাই স্পষ্ট গম পায়, যে কোনোবাই তাইৰ পিঠিখন চুই আছে। প্ৰথমতে তাই ভাবে যে বোধহয় আনফালৰ পৰা আন এজন পুলিছ আহিছে। কিন্তু অকণমান ঘূৰি চাই তাই দেখিলে যে বেৰৰ ভিতৰৰপৰা কোনোবাই দুটামান খুটি আঁতৰ কৰি তাইক টানি নিবলৈ চেষ্টা কৰিছে।

তাই আৰু মুহূৰ্ত্তও পলম নকৰে। বাহৰ মাজেৰে যি কণ ফাক হৈছিল, সেইপিনে তাই মূৰটো ভিতৰলৈ সোমাই দিয়ে। তাই নিজে আৰু একো কৰাৰ দৰ্কাৰ নহ'ল। মূৰটো সোমোৱা মাত্ৰকে কোনোবাই তাইৰ কান্ধত ধৰি টানি তাইক ভিতৰলৈ লৈ গ'ল। পাছ মুহূৰ্ত্ততে কোনোবাই চুটি বাহৰ টুকুৰা কেইটামান ফাকটোত দি ফাকটো বন্ধ কৰি পেলালে।

ভিতৰত সোমাই তাই তন্ন তন্নকৈ চায়। কিবা এটা দুৰ্গন্ধি তাইৰ নাকলৈ সোমাই আহে। মানুহবোৰৰ অৱস্থা দেখি তাই তবধ মানে। মাত্ৰ কেইঘণ্টা মানৰ ভিতৰতে মানুহৰ এনে অৱস্থা হব পাৰে, তাই কল্পনা কৰিব নোৱাৰে।

তাই বনজনক দেখা পায়। সি অকণমান চুৰি এখনেৰে অতি ক্ষীপ্ৰভাবে সাঙোৰত থকা মানুহবিলাকৰ বান্ধবোৰ কাটি দিবলৈ ধৰিছে। তাই তাৰফালে যাব খোজোঁতেই সি তাইক ঠাৰেৰে বাধা দিলে। বান্ধবোৰ কাটি দিয়াৰ পাছতো যাতে মানুহবোৰে ৰচি গছ হাতেৰে ধৰি থাকে সেই উপদেশ দি সি এযোৰ মানুহৰ ওচৰৰ পৰা আকৌ অন্য এযোৰৰ কাষলৈ গৈছে। কোনেও মুখেৰে নামাতে। কিন্তু আটায়ে বুজি পায় সিহঁতে কি কৰিব লাগিব। ইতিমধ্যে সিহঁতৰ ভিতৰৰে দুজনে বাহৰ বেৰৰ ফাকটো বহলাবলৈ ধৰে। সিহঁতৰ কাৰো হাতত দা নাই, থাকিলেও তাক ব্যৱহাৰ কৰিব নোৱাৰিলেহেঁতেন। গতিকে সিহঁতে গোটা বাহৰ খুঁটি বিলাকৰ তলত মাটিখিনি খান্দি দিয়ে আৰু বাহবোৰ হেঁচি আতঁৰ কৰে! ওপৰৰ ফালে বাহবোৰ সমান হৈ থাকে কিন্তু তলৰ ফালে ফাক হৈ যায়। হেঁচিঠেলি আঠুকাঢ়ি অন্ততঃ দুজন মানুহ সেইফালেদি পাৰ হৈ ওলাই যাব পাৰিব। নাইবা এজনক পিঠিত বোকোচা বান্ধি এজন মানুহ ওলাই যাব পাৰিব।

বাহিৰত থাকিব অঁবৰ বেৰখন। কোনোমতে যদি দুজন মানুহ ওলাই যাব পাৰে তেনে সিহঁতে তলৰ দুশাৰী তাঁৰ বেঁকা কৰি কোনোবা এঠাইতে এটা বাট উলিয়াব পাৰিব, যদিহে সিহঁতে এটুকুৰা কাঠ বা এটুকুৰা লো ক'ৰবাত পায়। মুঠতে পোন প্ৰথমে দুজন পাৰ হবই লাগিব, সেই খুটি বোৰৰ ফাকেৰে।

ইতিমধ্যে প্ৰায় আটাইবোৰ মানুহৰে হাতৰ বান্ধবোৰ কাটি পেলোৱা হৈ যায়। মাত্ৰ যি চাৰিজন মানুহক বেলেগে বেলেগে বান্ধিছিল, সেই চাৰিজনৰ বান্ধবোৰ বনজনে কাটি নিদিয়ে। সকলোৰে শেষত সিহঁতৰ বান্ধবোৰ কাটি দিব লাগিব, সেয়া আছিল সুমিত্ৰাৰ যুক্তি।

এজন মানুহ ইতিমধ্যে মৰিছে। যদি সময় হয়, তেওঁৰ শটো নিব লাগিব, নোৱাৰিলে নাই। দুজন ইমান গুৰুতৰ ভাবে আহত হৈছে যে সিহঁতে নিজে থিয় দিব পাৰে নে নাই সন্দেহ। সিহঁত দুয়োকে বোকোচাত লৈ যাব লাগিব, তাৰ বাহিৰে আন উপায় নাই। বাকী যি কেইজন থাকিল, তাৰ সৰহ ভাগেই নিজে খোজ কাঢ়ি যাব পাৰিব। আৰু সিহঁতৰ মাজৰে কোনোবাই আহত দুজনক বোকোচাত লৈ যাব লাগিব।

অতিশীঘ্ৰে বাহিৰৰ তাঁবৰ মাজেৰে নাইবা তলেৰে ওলাই যাব পৰাকৈ ব্যৱস্থা কৰিব লাগিব। সুমিত্ৰাই বিচাৰি দুজন মানুহ উলিয়ায়। সিহঁত দুয়ো বাহৰ খুটিৰ ফাকেৰে ওলাই গৈ তাঁৰৰ বেৰখনৰ ব্যৱস্থা কৰিব। ইতিমধ্যে দুজন দুজনকৈ মানুহবোৰ ওলাই গৈ থাকিব। সাবধানে ওলাব পাৰিলে পোন্ধৰ মিনিটৰ ভিতৰত আটাইবোৰ মানুহ ওলাই যাব পাৰিব। মানুহ দুজনে ওলাই যোৱাৰ বাবে বেৰৰ ফাকখিনিৰ ওচৰ পায়। আৰু ইঙ্গিতৰ বাবে উভয়ে বনজন আৰু সুমিত্ৰাৰ ফালে এবাৰ চায়। তাৰ পাছত চুটি বাহৰ টুকুৰা দুটা হাতত লয়।

তেনেতে সিহঁত আটাইবোৰ সন্ত্ৰস্ত হৈ পৰিল। বাহিৰৰ দুৱাৰ মুখত শব্দ হ'ল। একেলগে জোতা আৰু বন্দুকৰ গেৰেপ কৰি মৰা শব্দ। আটায়ে আতঙ্কিত হৈ উঠিল; নিশ্চয় কোনোবা অফিচাৰ আহি সোমাব এতিয়াই। সুমিত্ৰাই মুহূৰ্ত্তৰ ভিতৰতে গৈ বেৰৰ ফাকৰ ওচৰত থকা মানুহ দুজনক নিজৰ ঠাইলৈ যাবলৈ ইঙ্গিত দিলে। ফাকটোত চুটি খুঁটিবোৰ লগাই দিলে। আটাইবোৰ মানুহ নিজৰ ঠাইত ভালকৈ বহাৰ পাছত তাই হাতবোৰলৈ চালে। আটাইবোৰ মানুহে ৰচিবোৰ ভালকৈ ধৰি থাকে, যেন বান্ধবোৰ ঠিকেই আছে। তাৰপাছত তাই বনজনলৈ চায়।

প্ৰথমতে তাই তাক দেখা নাপায়। সি যেতিয়া এখন হাত ওপৰলৈ তুলি দিলে, তেতিয়া তাই গম পালে যে দুজন মানুহৰ মাজত বহি তাহাঁতৰ লগতে এনেকুৱাকৈ হাতখন ৰচিবে বান্ধিছে যে সুমিত্ৰাৰ হাঁহি উঠিব খোজে। সি ব্যাকুলভাবে ইঙ্গিতেৰে তাইক কিবা এটা কয়, আঙুলিৰে পাছলৈ দেখুৱাই দিয়ে। তাই পাছলৈ ঘূৰি চায়। তিনিজন মানুহ বেৰখনত আঁউজি বহি আছে। গাৰ চাদৰ দুখনৰ সিহঁতে এটা মূৰ গাত আৰু আনটো মূৰ মাটিতে পেলাই থৈছে। তৎক্ষণাৎ সুমিত্ৰাই সিহঁতৰ পাছলৈ যায়। সিহঁতৰ কাপোৰে তাইক সম্পূৰ্ণ আবৰি পেলায়।

ইতিমধ্যে কেইবা যোৰা জোতাৰ শব্দ হয়। এজনৰ পাছত এজনকৈ চাৰিজন পুলিছ সোমাই আহে, সিহঁতৰ আগত এজন অফিচাৰ। তিনিজন পুলিছৰ হাতত বন্দুক, এজনৰ এখন হাতত এটা লেম, বাকীখন হাতত এটা দীঘল টৰ্চ্চ। সোমোৱা মাত্ৰকে অফিচাৰজন থমকি ৰয়, আৰু জেপৰ পৰা এখন ৰুমাল উলিয়াই নাকত লয়। পুলিছ কেইজনেও নাক বিকটাই দিয়ে। অতবোৰ মানুহ ৰাতিপুৱাৰে পৰা ইয়াত বন্ধ হৈ আছে, এবাৰো কোনেও বাহিৰলৈ যাব পৰা নাই। গোন্ধতো ওলাবই।

অফিচাৰজনে অতিষ্ঠ হৈ সিহঁতক কিবা সোধে। সিহঁতে তেওঁক মৃত মানুহজনৰ ওচৰলৈ লৈ যায়। তেওঁ পুলিছ জনৰ হাতৰপৰা টৰ্চ্চটো নিজে লৈ মানুহজনলৈ ভালকৈ চায়। এবাৰ মানুহজনৰ চকুৰ পিৰালিটো লাৰি চায়। আৰু তাৰ পাছত সিহঁতক কিবা এটা কৈ তাৰপৰা ওলাই যায়। লেম লোৱা পুলিছজন তেওঁৰ লগতে ওলাই যায়, কিন্তু বাকী তিনিজন নাযায়। তাৰ পাছত টৰ্চ্চটো লৈ চাৰিওফালে চাবলৈ আৰম্ভ কৰে। সিহঁতে নিজৰ ভিতৰতে কিবা কথা পাতে আৰু আহত হৈ থকা মানুহ দুজনৰ ওচৰলৈ যায়। খন্তেক সময় তাত থাকি মানুহ দুজনৰ অৱস্থা লক্ষ্য কৰি সিহঁতে অন্য মানুহবিলাকৰ ওচৰলৈ যায়। ক'তো সিহঁতে একো ব্যতিক্ৰম লক্ষ্য নকৰে। কেৱল চাদৰ লৈ থকা মানুহ দুজনলৈ চাই সিহঁতে ইতিকিং কৰে যে সিহঁতৰ ৰবৰ জাব উঠিছে নেকি। তাৰপাছত পুলিছ কেইজন

সেই চাৰিজন মানুহৰ ওচৰলৈ আহে। এজন পুলিছে সিহঁতৰ হাতৰ বান্ধবোৰ পৰীক্ষা কৰে, আন এজনে আকৌ সিহঁতক দুই এটা চৰ লাথি মাৰে আৰু অৱশেষত সিহঁতক কৈ যায় যে অলপ পাছত তাহাঁতৰ অৱস্থাও সেই পৰি থকা মানুহ কেইজনৰ দৰেই হ'ব। সিহঁতে আশ্বাস দি যায় যে সিহঁত আকৌ আহিব; ভাত-পানী খাই উঠি আহি সিহঁতৰ ব্যৱস্থা কৰিব।

আটাইকেইজন ওলাই যায়। কিন্তু ওলায়ে সিহঁতে আঁতৰি নাযায়। সিহঁতে বাহিৰত বেৰৰ চাৰিওকাষে টৰ্চ্চ মাৰি চাই ফুৰে। ভিতৰখন যেনেকুৱা নিস্তব্ধ বাহিৰখনো তেনেকুৱা নিস্তব্ধ। ক'তো সাৰসুৰ নাই। সিহঁতে দুবাৰ বেৰৰ চাৰিওফালে পাট্‌পিট্‌ কৈ চায় আৰু তাৰ পাছত গুচি যায়। সিহঁতৰ জোতাৰ শব্দ দূৰত শুনা যায়। ভিতৰত বনজন আৰু সুমিত্ৰা দুয়ো উঠি আহে।

মুহূৰ্ত্তৰ ভিতৰতে বেৰৰ ফাকৰ চুটি টুকুৰাবোৰ সিহঁতে আঁতৰাই পেলায়। আগৰ দুজন মানুহে দুটা টুকুৰা হাতত লৈ ফাকটোৰে বাহিৰলৈ ওলাই যায়। তাৰ পাছত ক্ৰমান্বয়ে দুজন দুজনকৈ মানুহবোৰ ওলাবলৈ ধৰে। বনজনে চাৰিওজন মানুহৰ হাতৰ বান্ধবোৰ কাটি দিয়ে। সিহঁতৰ দুজনে আহত হৈ থকা মানুহ দুজনক চোঁচৰাই বাহিৰ কৰি বোকোচাত তুলি লয়। ওলাই যাবৰ বাবে মানুহবোৰৰ তত নাইকিয়া হয়।

ইতিমধ্যে বাহিৰৰ তাঁৰৰ বেৰখনৰ এটা অংশত তলৰ ফালৰ তাঁৰবোৰ বাহৰ টুকুৰা বোৰেৰে হেঁচি মাটিত পেলাই দিয়াৰ বাবে চেষ্টা কৰা হয়। কিন্তু খুঁটিবোৰ ইমান ঘন আৰু তাঁৰবোৰ ইমান মজবুট যে কোনো পধ্যে তাঁৰবোৰ মাটিত পেলাব নোৱাৰি। অৱশেষত সিহঁতে টুকুৰা বোৰৰ সহায়ত অলপ ফাক কৰি দুজন মানুহ বাহিৰলৈ গ'ল। তাৰ পাছত দুজনে এদাল টুকুৰা আন দুজনে আনদাল টুকুৰা কান্ধ পাতি ধৰি এদাল তাঁৰ ওপৰলৈ ডাঙি ধৰিলে। অনায়াসে চাৰিজন মানুহ সেই পিনেদি পাৰ হৈ যাব পৰা হ'ল।

বনজনে মানুহৰ হাতত বান্ধি থোৱা ৰচিবোৰ গোটালে। আহত হৈ পৰি থকা দুয়োজন মানুহকে বাহিৰলৈ নিয়া হৈছে। এতিয়া মৰা মানুহজনৰ বন্দোবস্ত কৰিব লাগে। ভিতৰত থকা মানুহ এজনে, মৰা মানুহজনৰ কান্ধৰ তলেদি ৰচিবোৰ সোমাই দি, তেওঁক চোঁচৰাই নিয়াৰ বন্দোবস্ত কৰিলে। চোঁচৰাই নিলে শব্দ হব পাৰে বুলি বনজন আৰু সুমিত্ৰাই মানুহজনৰ ভৰিৰ ফালে ধৰিলে। তেনেকৈয়ে সিহঁতে বেৰৰ ফাকখিনি পালে। আগৰ মানুহজন প্ৰথমে বাহিৰ ওলাল, তাৰ পাছত আকৌ বাহিৰৰ পৰা শটো সি টানিবলৈ ধৰিলে। সুমিত্ৰাই তাৰ পাছত বনজনক ঠেলি বাহিৰ কৰি দিলে। তাৰ পাছত আঠুকাঢ়ি নিজৰ মূৰটো তাই বাহিৰলৈ উলিয়ালে।

হঠাৎ পুলিছৰ হুইছেল বাজি উঠিল। অবিশ্ৰান্ত ভাবে হুইছেল বাজিবলৈ ধৰিলে। বুটজোতাবোৰৰ খট্-খটনি কেপকেপনি আৰম্ভ হ'ল। পুলিছবোৰে লেম লৈ টৰ্চ্চ লৈ চাৰিওফালে চাবলৈ আৰম্ভ কৰিলে। বন্দুকৰ আৱাজ হ'ল। গুৰুম গুৰুমকৈ গুলি বৰষিবলৈ ধৰিলে। মানুহ বিলাকক ভিতৰৰ যিখিনি ঠাইত ৰখা হৈছিল, তাত প্ৰথমতে আটাইবোৰ পুলিছ আহি সোমাল আৰু টৰ্চ্চৰ পোহৰ চুকেকোণে পেলাই চাবলৈ আৰম্ভ কৰিলে।

সুমিত্ৰাৰ সম্পূৰ্ণ শৰীৰটো বাহিৰ হৈছিল মাত্ৰ, তেনেতে আকৌ গুলিৰ শব্দ হ'ল। এটা গুলি আহি তাইৰ ভৰিৰ ওচৰতে পৰিল। আন এটা গুলি মৰাশটোৰ গাত পৰিল। বনজনৰ সৈতে সুমিত্ৰাই শটোৰ ওচৰতে বাগৰি দিলে। যিজন মানুহে শটো টানি আনিছিল, সি সন্মুখৰ তাঁৰৰ বেৰ খনৰ ফালে দৌৰিবলৈ আৰম্ভ কৰিলে।

সুমিত্ৰাই এবাৰ মূৰ ডাঙি চাৰিওফালে চালে। তাঁৰৰ বেৰখনৰ ওচৰত আৰু সৰহ মানুহ নাই। প্ৰায় আটাইবোৰ মানুহ পাৰ হৈ গৈছে। তাত মাত্ৰ তিনি চাৰিজন মানুহ তেতিয়াও আছে। সিহঁতে পাৰ হৈ যাবলৈ সময় নাপালে। যিবিলাক মানুহে তাঁৰবোৰ হেঁচি ধৰি আছিল, সেই কেইজনে তাঁৰ এৰি দি পলাইছে। গতিকে এই ফালে থকা মানুহ কিজনে আতঙ্কত ইফালৰ পৰা সিফালে দৌৰিছে। পুলিছ বিলাকে পৰিস্থিতিটো বুজি পায়।

সিহঁতৰ তিনিজন বন্দুক লৈ ভিতৰত থাকে। বাকী আটাই বিলাকে টৰ্চ্চ লৈ তাঁৰৰ বেৰৰ বাহিৰলৈ গুচি যায়। ভিতৰত থকা পুলিছ কেইজনে ইফালে থকা মানুহ কেইজনক ধৰিবলৈ চেষ্টা কৰে। ইতিমধ্যে এজন মানুহ পুলিছৰ হাতত ধৰা পৰে। পুলিছজনে বন্দুকৰ নলেৰে তাক কোবাই মাটিত বগৰাই দি আকৌ আন কেইজনক খেদিবলৈ আৰম্ভ কৰে।

বনজনে বুজি পায় যে ভিতৰত থকা মানুহ কেইজনৰ আৰু ৰক্ষা নাই। সিহঁতে ধৰা পৰিব আৰু লগতে সি নিজে আৰু সুমিত্ৰাও ধৰা পৰিব। যিবিলাকে পাৰ হৈ গৈছে তেওঁবিলাকৰ ভিতৰৰ পৰা অন্ততঃ কেইজন মানক পুলিছে আকৌ ধৰি আনিব; হয়তো কেইজনমান পলায়ন পাৰিব। আহত হোৱা মানুহ দুজন অৱশ্যে তাতেই ক'ৰবাত পৰি থাকিব। সিহঁত দুয়োকে নিশ্চয় পুলিছে আকৌ ধৰি আনিব। তথাপি সিহঁত দুয়োৰে বাবে সি তিমান চিন্তা নকৰে। কাৰণ, আৰু মাৰ ধৰ কৰিবলৈ সিহঁতৰ গাত ঠাই নাই। বাকী বিলাকক পুলিছে মাৰিব অসম্ভৱ। সিহঁতৰ তেজত থানাৰ ঘাঁহবোৰ ৰঙা হৈ থাকিব।

এনেতে আকৌ গুলিৰ শব্দ হ'ল। এটা গুলি দৌৰি থকা এজন মানুহৰ ভৰিত পৰিল। সি ততালিকে তাতেই বাগৰি পৰিল। সুমিত্ৰাই গম পোৱাৰ আগতে বনজন উঠি সেই মানুহজনৰ ফালে দৌৰি যাবলৈ ওলাল। তৎক্ষণাৎ আকৌ বন্দুকৰ শব্দ হ'ল। বনজন দুখোজমান গৈয়েই বাগৰি পৰিল। বাগৰি পৰাৰ পাছত তাৰ ফালে আৰু পুলিছে মনোযোগ নিদিলে। সি আৰু কলৈ যাব? সিহঁতৰ প্ৰথম কথা, আটাইবোৰ মানুহকে কৰায়ত্ত কৰা। পৰিস্থিতিটো এবাৰ আয়ত্তৰ ভিতৰলৈ আহিলে, সিহঁতে বিচাৰি বিচাৰি মানুহবোৰ আনি আকৌ জেলৰ ভিতৰত সোমাব।

সুমিত্ৰাই পেটেৰে চুচৰি বনজনৰ ফালে আগবাঢ়ে। চুচৰি যাওঁতে ক'ৰবাত পৰি থকা গজালে বিন্ধি তাইৰ উৰুৰ পৰা তেজ ওলিয়াই দিয়ে। তাই ভ্ৰূক্ষেপ নকৰি আগবাঢ়ি গৈ থাকে। তাইৰ মনত আৰু কোনো আশা নাই, উৎসাহ নাই। হয়তো বনজন মৰি গৈছে। আৰু যদি জীঁ আছে,

ইমান পুলিছৰ মাজৰ পৰা তাঁৰৰ বেৰখন পাৰ কৰি তাক উলিয়াই নিয়াটো অসম্ভৱ। তথাপি তাই আগুৱাই যায় আৰু অৱশেষত বনজনক পায়গৈ। দুয়োখন হাতেৰে তাই তাৰ গোটেই গাটো পিটিকি চাবলৈ ধৰে। সি মৰা নাই, তাই গম পায়। সি উশাহ লৈয়ে আছে। তাৰ পাছত তাই গম পায় যে তাৰ পেটটো তিতি আছে। তেজেৰে তিতি গৈছে তাত কোনো সন্দেহ নাই। তাৰ উৰু দুইখনতে তাই হাতেৰে পিহি চায়। এখন উৰুৰ এটুকুৰা মঙহ ওলাই যোৱা যেন লাগে তাইৰ। তাতেই গুলিটো পৰিছিল, তাই জানে। কাৰণ তাইৰ হাতখনো তেজেৰে তিতি যায়। সেইখিনি ঠাইৰ পৰা ওলাই আছে, অলপ অলপ তেজ।

অকণো পলম নকৰি তাইৰ গাৰ চাদৰখনৰ অকণমান চিৰি আনি তাই তাৰ উৰুখন বান্ধে; আৰু তাৰ পাছত তাক টানি দূৰলৈ নিবলৈ চেষ্টা কৰে। কিন্তু দুয়োখন হাতেৰে তাক ধৰি মাটিত পেট পেলাই তাই তাক টানি নিব নোৱাৰে। উপায়ান্তৰ হৈ তাই অৱশেষত তাইৰ গাৰ চাদৰখন গাৰ পৰা আঁতৰ কৰি লয়। মৰাশটো টানি আনোতে তাই দেখিছিল, কেনেকৈ কান্ধৰ তলেদি দুই বাহুৰ মাজেৰে ৰচি সোমাই দি অনায়াসে মানুহ এজন টানি আনিব পাৰি। তাইও তাকেই কৰিলে। তাৰ মূৰটো ডাঙি তাইৰ চাদৰখনেৰে তাক বান্ধি চাদৰৰ দুয়োটা মূৰ লগ লগাই নিজৰ কোমৰত বান্ধি তাই তাক টানি নিবলৈ ধৰিলে।

আৰু অকণমান, তাই ভাবে। আৰু অকণমান গলেই তাই এমূৰে তাঁৰৰ বেৰখন পাব। তাত কোনোবা এটা খুঁটিৰ কাষত অকণমান ঢিলা মাটি পালে হাতেৰে খামুচি এটা বাট উলিয়াই মেকুৰীৰ দৰে ওলাই গুচি যাব। এবাৰ বেৰখন পাৰ হব পাৰিলে আৰু যেন তাইৰ ভয় নাই। সিপাৰে বনজনক তাই তাইৰ বুকুৰ উম দিব। আৰু সি উম পালে সাৰ পাই উঠিব। হঠাৎ তাই ভাবে, তাইৰ বুকুখন তেনেই চেঁচা পৰি গৈছে। উদং বুকুখন ঘাঁহৰ ওপৰত পৰি থাকোঁতে থাকোঁতে তাত উম নাইকিয়া হৈছে। তাই এন্ধাৰত দেখা পায়, আঁচোৰ খাই তাইৰ বুকুত তেজৰ দাগ লাগি আছে। তাইৰ গাৰ কাপোৰ বোৰ ফটা কানিৰ দৰে হৈ গৈছে।

ক্ৰমে ক্ৰমে আহি তাই বেৰখন পায়হি। কোমৰৰ পৰা বাচ্চটো সোলোকাই দি এটাৰ পাছত এটা কৈ বেৰৰ খুঁটিবোৰৰ তলৰ মাটিবোৰ তাই পৰীক্ষা কৰে। প্ৰথমটোৰ মাটিখিনি শিলৰ দৰে টান। দ্বিতীয়টোৰো একে কথা। তৃতীয়টোৰ তলৰ মাটিখিনি ঢিলা যেন লাগে তাইৰ। কিন্তু হাতেৰে খামুচিবলৈ আৰম্ভ কৰি তাই ভাগৰি পৰে। হাতেৰে খামুচি আৰু তাই গাঁত কৰিব নোৱাৰিব। হঠাৎ মনত পৰে লোৰ শলা দুদালৰ কথা। মনৰ, উৎসাহত তাই শলা দুডাল উলিয়াই লয়, আৰু ক্ষীপ্ৰবেগেৰে মাটিবোৰ খান্দিবলৈ আৰম্ভ কৰে। আৰু অলপ মাটি পেলাব পাৰিলে তাইৰ হৈ যায়। তাই উশাহ নোলোৱাকৈ খান্দে। ঘামত তাইৰ গোটেই গা তিতি যায়। এইবাৰ হব। এইবাৰ গৈ আকৌ চাদৰৰ মূৰ দুটা তাই কোমৰত বান্ধি লব। এতিয়াও চাদৰখন বনজনৰ গাত বন্ধাই আছে। আনটো মূৰ তাইৰ কোমৰত বান্ধিব পাৰিলেই হৈ গ'ল। তাই এইবাৰ থিয় হয়। এবাৰ মাত্ৰ তাই কোমৰখন পোনাই লয়। থিয় হৈ মেখেলাখন ডাঙি তাই মুখখন মচে; আৰু বনজনৰ ফালে দুখোজ আগুৱাই গৈ তাই হঠাৎ থমকি ৰয়।

পুলিছ এজনে হালি বনজনক চাবলৈ ধৰিছে। কেতিয়া যে পুলিছজন আহি সেইখিনি পালে তাই কৰকে নোবাবে। সি বোধহয় বিপৰীত পিনৰ পৰা আহিছিল। সেই গুণে তাই গম নাপালে। তাই তেনেই হতাশ হৈ গ'ল আৰু এক মুহূৰ্ত্তৰ বাবে স্তম্ভিত হৈ গ'ল। খন্তেক পাছতে তাই মন স্থিৰ কৰি পেলালে। চুপি চুপি তাই পুলিছজনৰ পাছ পিনেদি আহিবলৈ ধৰিলে। ইতিমধ্যে পুলিছ জনে বনজনৰ হাত এখনত ধৰি টানিবলৈ আৰম্ভ কৰিলে। কাৰণ সিও গম পাইছিল যে বনজন মৰা নাই। পাছ পিনৰ পৰা হঠাৎ তাই পুলিছজনৰ আগলৈ আহিল। পুলিছজনেও হঠাৎ সন্মুখতে তাইক দেখি বনজনৰ হাতখন এৰি দি পোনহৈ তাইৰ ফালে চালে। সুমিত্ৰাই ক্ষিপ্ৰবেগে লোৰ শলা দুদাল তাৰ দুচকুৰেদি সম্পূৰ্ণ জোৰেৰে সোমাই দিলে। সি এবাৰ মাত্ৰ বিকট চিঞৰ এটা মাৰি থিতাতে পৰি গ'ল।

মুহূৰ্ত্তৰ ভিতৰতে তাই বনজনক টানি লৈ বেৰৰ তলৰ গাঁতটো পালে গৈ। এইবাৰ তাই প্ৰথমতে তাইৰ নিজৰ ভৰি দুখন বাহিৰলৈ উলিয়াই

দিলে। তাৰ পাছত দুয়োখন হাতেৰে খামোচ মাৰি ধৰি বনজনৰ মূৰটো বাহিৰ কৰি আনিলে। যেতিয়া সি গোটেইটো ওলাই পৰিল আকৌ তাই চাদৰখনৰ আগদুটা কোমৰত বান্ধি লৈ পেট পেলাই পেলাই আগুৱাই যাবলৈ ধৰিলে। হেলনীয়া ঠাইখিনি শেষ হৈ সমান ঠাই ওলাল। সমান ঠাইত আৰু তাই তাক টানি নিব নোৱাৰে। ভাগৰত তাইৰ উশাহ বন্ধ হৈ যোৱা যেন লাগিছে।

আৰু অকণমান গৈ তাই বহে। বহি চাৰিওফালে চায়। ক'তো একো দেখা পোৱা নাযায়। তাই থিয় হয়। তাই দেখা পায় যে সেই ঠাইৰ পৰা পাঁচহাত দূৰতে এটা জোপোহা, জোপোহাটোৰ দহ গজ মান আঁতৰত এটা ডাঙৰ আলি। আলিটো ইমান ডাঙৰ যে তাই নিশ্চয় কৈ ধৰি লয় সেইটোৱেই বৰনগৰ-তৰাবনৰ ৰাস্তা। তাই বনজনক জোপাহাটোৰ ওচৰলৈ লৈ যায়। তাতে প্ৰথমতে তাই তাৰ উৰুখনলৈ চায়। বান্ধিদিয়া কাপোৰখন তেনেই তিতি গৈছে। তেজ ওলোৱা বন্ধ হৈছেনে নাই তাই সঠিককৈ ধৰিব নোৱাৰিলে। কিন্তু ওলাই থাকিলেও বেছিকৈ যে ওলোৱা নাই তাই জানে। লাহে লাহে তাই বান্ধটো সোলোকাই তাইৰ চাদৰখন বনজনৰ গাৰ পৰা আঁতৰ কৰি আনে। তাৰ পাছত তাৰ মূৰটো তাইৰ বুকুৰ মাজত লৈ তাৰ চকুমুখ পিহি দিবলৈ ধৰে। কিয় যে তাৰ জ্ঞান ফিৰি অহা নাই তাই ভাবি নাপায়। তাক তেনেকৈয়ে বুকুৰ মাজত লৈ হঠাৎ তাই কান্দে। ফেকুৰি ফেকুৰি তাই কান্দিবলৈ ধৰে।

এনেতে আকৌ হুইছেল বাজিবলৈ আৰম্ভ কৰে। নানা ঠাইত তীব্ৰ উৎকট ভাবে হুইছেল বোৰ বাজে। কেই মিনিটমান পাছতে পুলিছৰ এখন ট্ৰাক সেই আলিয়েদি ক্ষীপ্ৰবেগে গুচি যায়। তাৰ পাছত আৰু এখন। তাৰ পাছত সকলো ফালে নিস্তব্ধ হৈ যায়।

বনজনে চকুমেলি তাইৰ ফালে চায়। তাইৰ বুকুখন কঁপি কঁপি উঠে। এনেতে তাই গম পায়, তাইৰ ভৰিখন কোনোবাই চুইছে। মূৰ তুলি চাই তাই দেখে যে সেয়া অথনিৰ কুকুৰটো। বনজনৰ ফালে চাই তাই হাঁহে।

# চৈধ্য

জঙ্গলৰ মাজৰ সৰু লুৰ্লুৰীয়া বাট। গৰু ম'হ যাওতে যাওতে বাট পথ নোহোৱা জঙ্গলত, বোকা মাটিৰ ওপৰত ছাব পৰি বাটৰ চিন এটা হয়। তাৰ পাছত সেই পিনেদি ছাগলি যায়, গাহৰি যায় আৰু ৰাতি হলে শিয়াল যায়। কিজানিবা হৰিণাবোৰো যায়। লাহে লাহে সেই বাটেৰে মানুহে অহাযোৱা কৰে। ইখন গাওঁৰ পৰা সিখন গাওঁলৈ যাবলৈ হ'লে মানুহবিলাকে আটাইতকৈ পোন বাট লয়। মটৰগাড়ী যোৱা ৰাস্তাৰে ঘূৰি ঘূৰি যোৱাৰ তেওঁলোকৰ কোনো আৱশ্যক নাথাকে। কান্ধত ডেৰমোনীয়া ভাৰ লৈ ডেকাসকল যায়; এমোনীয়া ভাৰলৈ আদহীয়া সকল যায়। মূৰত টোপোলা লৈ বুঢ়ী সকল যায়; নানাৰকমৰ বস্তুৰে ভৰপূৰ খৰাহি মূৰত লৈ ছোৱালীবোৰ যায়। লৰাছোৱালী বুঢ়াবুঢ়ী গাওঁৰ আটাইবোৰ মানুহেই সেই পিনেদি যাবলৈ আৰম্ভ কৰে।

মাকৰ ঘৰলৈ যাবলৈ হলে আদহীয়া তিৰোতাবিলাকে কাণত জিঞ্জিৰি লগোৱা সোণৰ কেৰু পিন্ধে, ডিঙিত গলপটা পিন্ধে, হাতত মুঠি খাৰু পিন্ধে। গৈ থাকোঁতে বাটৰ ধূলিবোৰ আঠুলৈ উঠি আহে বাবে মেখেলাবোৰ কোচাই পিন্ধে; আৰু মাকৰ ঘৰৰ ওচৰ পালে পুখুৰীত ভৰি ধুই মেখেলাখন ভৰিৰ পটালৈ ওলোমাই দিয়ে। সৰু ছোৱালীবোৰে মূৰত জীপজিপীয়াকৈ তেল দিয়ে, ভৰিত ৰূপৰ ভৰিখাৰু পিন্ধে, গাত বায়েকৰ পৰা খুজি অনা চোলা পিন্ধে। আৰু জুনুক জুনুক শব্দ কৰি, গছ পাতৰ কাষেদি, সৰু বাটৰ ধূলিৰ ওপৰেদি, গৈ থাকে আহি থাকে। সিহঁতৰ উল্লাসময় হাঁহিবোৰ গছৰ ডালৰ চৰায়ে শুনে; দূৰত ওমলি থকা হৰিণাবোৰে শুনে; আৰু

ডোবা পিটনিৰ পানীবিলাকে শুনে। তেনেকৈয়ে গাভৰু ছোৱালীবোৰ, নতুন বোৱাৰীবোৰ, সেই বাটেদি যায়। তেওঁলোকে কপালত ফোট লয়, খোপাত ফুল পিন্ধে, বিহুবোৰ আটিলকৈ পিন্ধে। ব'দত তেওঁলোকৰ সেঁওতাবোৰ জিলিকে, মূৰৰ তেলৰ গোন্ধবোৰ বিয়পে, গলধনৰ ওচৰৰ চুলিৰ তলখিনি চিকচিকাই উঠে, গালত বিন্দু বিন্দু ঘামবোৰ দেখা দিয়ে, হাঁহি থকা দাঁতবোৰ মুকুতাৰ দৰে জিলিকে। তেওঁলোকেও সেই বাটেৰে অহাযোৱা কৰে।

বাৰিষাৰ বোকাবোৰ খৰালি শুকাই টান মাৰে। টানটান বোকাৰ লাকবোৰ লাহে লাহে ভাগে, লাহে লাহে ফাটে, লাহে লাহে গুৰি হয়। গুৰি হৈ ধূলি হয়। ধূলি হৈ বতাহত উৰে। উৰি উৰি গছৰ পাতত পৰে, গাইবোৰৰ পেটত লাগি ধৰে, দামুৰিবোৰৰ মুখত লাগি থকা গাখীৰৰ ফেনৰ ওপৰত পৰে, ছোৱালীবোৰৰ ভৰি-পটা বাজি দিয়ে। গাভৰু সকলৰ কলা-ফুলৰ পাতল লোম বিলাক শুভ্ৰ কৰি পেলায়।

নতুন বাৰিষা আহিলে পুৰণি ধূলিবোৰ নতুন বোকা হয়। বাটটোৰ দুই কাষৰ কাঁইটীয়া ঠাৰিবোৰত পাত ওলায়। লাহে লাহে ঠাৰিবোৰ বাঢ়ে, পাতবোৰ দীঘল হয়, ইফালৰ পাতে সিফালৰ পাতবোৰক চোৱে, গৰু ম'হ বোৰে ঘৰৰ ওচৰতে ঘাঁহ পায় বাবে জঙ্গলৈ যোৱা বন্ধ কৰে। মানুহৰ শুদা ভৰিত কাঁইটে বিন্ধে, সৰু ছোৱালীবোৰৰ বুকু সমান হৈ বনবোৰ গজে, গাভৰু সকলৰ ভৰিবোৰ কাঁইটে আঁচোৰে। ৰাতিহলে কেতিয়াবা হঠাৎ বাঘৰ গোজৰণি শুনা যায়। দিনত হৰিণাবোৰে নাচি বাগি জঙ্গলৰ মাজৰ পৰা ওলাই খেতি পথাৰ পায়গৈ। তাৰ পাছত জঙ্গলৰ মাজৰ সৰু লুৰলুৰীয়া বাটটো বন্ধ হৈ যায়।

সেয়া গো-পথ, সেয়া জন-পথো।

সেই লুৰলুৰীয়া বাটেৰে দোভাগ ৰাতিৰ পাছত শিৱনাথহঁত আহি থাকে। ৰেল-লাইনটোৰ ওচৰৰ পৰা কিছুদূৰ বাট নিজামে অকলে অৰবিন্দক কান্ধত লৈ আহে। যেতিয়া সিহঁত তাৰপৰা যথেষ্ট আঁতৰ হয়, তেতিয়া তাক মাটিতে থৈ জঙ্গলৰ পৰা বাহ কাটি আনি বচিৰে ডালকৈ বান্ধি দুজনে তাক কাটিয়াই নিবলৈ ধৰে। নিজাম, সমুদ্ৰ কাৰিকৰ শিৱনাথ আটায়ে ভাগ লয়। এজনৰ ভাগৰ লাগিলে আনজনে কান্ধত লয়।

সিহঁতৰ আটাইকেইজনৰ ভিতৰত নিজামৰ হিয়া ডাঠ, এইকথা সকলোৱে জানে। একপ্ৰকাৰৰ ক্ৰূৰতা যেন তাৰ গাত লাগি থাকে। কিন্তু অৰবিন্দৰ মৃত্যুৰ পাছত পোন প্ৰথমে কান্দে নিজামে। অৰবিন্দক থৈ যেতিয়া কাৰিকৰ বাঁহ কাটিবলৈ যায়, তেতিয়া অৰবিন্দৰ মেলখাই থকা চকু দুটালৈ চাই চাই ঢাকুৰি ঢাকুৰি সি কান্দে। শিৱনাথে যে তাক কান্দিবলৈ নিষেধ দিয়ে সি ভ্ৰূক্ষেপেই নকৰে। কান্দি কান্দি সি আপুনি থামে। পশ্চিমলৈ চাই সি বোধহয় ভগৱানৰ ওচৰত কিবা প্ৰাৰ্থনা কৰে আৰু তাৰ পাছত সংযত হৈ পৰে।

জীৱনত প্ৰথমবাৰৰ বাবে উমাই নিজৰ চকুৰ আগত মৃত্যু দেখে। কি বেদনাময় মৃত্যু। এবাৰ বন্দুকৰ গুলিকো উপেক্ষা কৰি সি জী আছিল। গুলিটোৱে তাৰ এখন ভৰি প্ৰায় অৱশ কৰি দিছিল। তথাপি সি বাচি থাকিল। পাছত আকৌ বন্দুকৰ গুলিতে সি মৰিল। উমাই এটাও কথা নকয়। উদাস ভাবে তাই শিৱনাথৰ কাষে কাষে গৈ থাকে। মাজে মাজে সমুদ্ৰৰ ফালে চায়। সমুদ্ৰৰ চকুদুটা সেমেকা। কিন্তু সি ডাঙৰকৈ নেকান্দে। সি প্ৰায় শিৱনাথৰ দৰে। শিৱনাথৰ দৰেই সিও নিৰ্ভীক অথচ নিৰহঙ্কাৰী।

নিস্পৃহ হ'ল কাৰিকৰ। তেওঁ সম্পূৰ্ণ নিৰ্লিপ্ত। তেওঁৰ মুখত কোনো বেদনা ফুটি নোলায়। অন্তৰ যদি বেদনাত মৰিমূৰো হৈ যায়, তথাপি বাহিৰত তাৰ কোনো চিন পোৱা নাযায়। যেতিয়াৰ যি কৰ্ত্তব্য তেওঁ তাক কৰি যায়। প্ৰথমতে তেওঁ কথা কয়,—

ৰাতি পুৱাবলৈ আৰু বোধ হয় দুঘন্টামান আছে। ৰাতি পুৱালেই আমাৰ এই আটাইখিনি দেশত ভাওনা আৰম্ভ হব। এনেয়ে নিতৌ চিপাহী পুলিছৰ যাত্ৰা-ভাওনা আমাৰ গাওঁ কেইখনত চলিয়ে আছে, আজি কিছুদিন ধৰি, এতিয়া তাৰ প্ৰকোপ বাঢ়িছে। এফালৰপৰা চাবলৈ গ'লে বেয়াও নহয়। তঁয়া মঁয়া যুঁজ এখন লাগিলে চাবলৈ মজা হব। তই কিবা জান নেকি শিৱনাথ? ভাৰৱীয়াৰ পাৰ্টিত ভাওনা লোৱা মানুহ বাঢ়িব নেকি দুই এদিনতে?

নাবাঢ়ি সেইবোৰ ক'লৈ যাব? — সমুদ্ৰই মাতে।

কোনবোৰৰ কথা কৈছ সমুদ্ৰ? — কাৰিকৰে সোধে!

কেলেই, সেই ট্ৰেইনখনৰ চিপাহীবোৰ ক'লৈ যাব? শিৱনাথে কোৱা নাছিল জানো যে সেইখন মিলিটাৰী গাড়ী? তাত কিমান চিপাহী আছিল? ধৰা, কমেও তিনিশ। মৰিল কিমান? ধৰা, পঞ্চাশ। বাকী থাকিল কিমান তেনেহলে?

নিজামে কয়,— কিছুমান অন্ততঃ আহত হব। সেইবোৰ তই ধৰা নাই সমুদ্ৰ।

ধৰ বাৰু— সমুদ্ৰই কয়। কিমান ধৰিবি? আৰু পঞ্চাশ জন? মুঠতে গল এশজন। কিন্তু মোৰ মনে নধৰে, পূৰা এশজন চিপাহী অকামিলা হব।

কাৰিকৰে কয়,— মোৰ আন্দাজমতে এশতকৈ বেছি অকামিলা হব কেইদিনমানৰ বাবে। চিপাহীৰ হাতত আঁচোৰ এটা লাগিলেও, হাস্পাতাললৈ গৈ কেইদিনমান সি তাত থাকিব লাগিব। চিপাহীবোৰতো আৰু তই মই নহয় যে বন্দুকৰ গুলি উৰুত লাগিলেও কাম কৰি থাকিব। সিহঁতৰ জীৱন বহুত মূল্যবান।

মানে কাৰিকৰ, -- নিজামে কয়, তুমি কব খোজা যে তিনিশ চিপাহীৰ ভিতৰত দুশ চিপাহীয়ে অচল? মই বিশ্বাস নকৰোঁ। সমুদ্ৰই ঠিকেই কৈছে, খুব বেছি এশজন চিপাহী বৰ্ত্তমান অচল।

প্ৰথমবাৰ উমাই কথা কয়,— যদি সেয়ে হয, দুশজন চিপাহী থাকি গ'ল আৰু দুশটা বন্দুক। দুশজন চিপাহী ৰাতি পুৱাতেই আমাৰ এই কেইখন গাওঁত বিয়পি পৰিব। এদিন নহয়, দুদিন নহয়, বহুদিনৰ বাবে। নহয় জানো শিৱ?

ইমান ভয় খুৱাই নিদিবা পাৰ্ব্বতী, শিৱনাথে কয়। আৰু সমুদ্ৰ আৰু নিজাম, তহঁত দুয়ো অঙ্কত ইমান পাৰ্গতালি দেখুৱাব নালাগে বাৰু। সমুদ্ৰ বিজ্ঞানৰ ছাত্ৰ, অন্ততঃ সেই সিদিনালৈকে আছিল। সি অঙ্ক ভালকৈ জানিব, তাত সন্দেহ নাই। কিন্তু নিজাম, তইও দেখোন পটাপট অঙ্কবোৰ কৰি গৈছ। কাৰিকৰৰ মতে, অঙ্ক জনা হলে তই মাষ্টৰৰ লগত ইমান কাজিয়া কৰাৰ আৱশ্যকেই নহ'লহেঁতেন।

কাৰিকৰে মোৰ অঙ্কৰ বিদ্যাখিনি পৰীক্ষাৰ নম্বৰৰ পৰা অনুমান কৰিছে,— নিজামে কয়, বহীত কৰা অঙ্কত মই বেয়া আছিলোঁ হয়। মানে, লাইনবোৰ ঠিক নহয়। এটা লাইন যদি বাওঁফালে থাকে, বাকীটো লাইন মই সোঁফালে পাওঁ। অনৰ্থক কাগজ নষ্ট কৰি কি লাভ! কাৰিকৰৰ ল'ৰা-ছোৱালী নাই, কাগজৰ মূল্য তেওঁ কি বুজিব? কিন্তু মৌখিকত মই ভাল।

অৰ্থাৎ বহীত কৰা হলে, এই অঙ্কটোও তোমাৰ ভুল হ'লহেঁতেন?— উমাই সোধে।

স্বাভাৱিক কথা।— নিজামে উত্তৰ দিয়ে। তুমি যদি এশৰ অঙ্কটো বাওঁফালে বহোৱা, আৰু পঞ্চাশৰ অঙ্কটো সোঁহাতে বহোৱা। তেনে তুমি যোগ কৰিবা নে বিয়োগ কৰিবা নে কি কৰিবা?

আটায়ে হাঁহে। জীৱ থকা হলে অৰবিন্দইও হাঁহিলেহেঁতেন। বাঁহদাঙত ওলমি তাহাঁতৰ কান্ধত অৰবিন্দও গৈ থাকে, কিন্তু সি হাঁহিব নোৱাৰে। তাৰ জীৱ নাই।

তেনে কেইটামান মৌখিককে কৰ নিজাম,--- শিৱনাথে কয়।

নিজামে কয়,— মৌখিক ৰাতিপুৱাহে কৰিব লাগে, সেয়া নিয়ম। মাষ্টৰে কয়, মই কোৱা কথা নহয়।

তাৰ কথালৈ আওকাণ কৰি শিৱনাথে কয়,---

এই তিনিশ চাৰিশ চিপাহী তোৰ মতে ক'লৈ আহিছিল? ৱৰনগৰলৈ, তোৰ মুখ চাবলৈ?

য'লৈকে নাহক, ট্ৰেইন বাগৰিল।— নিজামে কয়।

ট্ৰেইন বাগৰিল ঠিকেই,--- শিৱনাথে কৈ যায়। ট্ৰেইন বাগৰিল, কিছু চিপাহী মৰিল, কিছুমানৰ যখম হ'ল। অঙ্কেৰে হিচাব কৰি উলিয়াব লাগিলে সমুদ্ৰ আৰু নিজাম দুয়োৰে অঙ্ক শুদ্ধ হৈছে। লেবোৰেটৰীত আঠঘণ্টাকৈ কাম কৰি সমুদ্ৰৰ বুদ্ধিবোৰ সীমাবদ্ধ হৈছে। নহলে এই সামান্য সিদ্ধান্তটো তইঁতে কেনেকৈ পালি যে ৱৰনগৰৰ পশ্চিমফালে দলংভঙা মানে ৱৰনগৰৰ পূবৰ ফালৰ দলঙো ভঙা। এই সিদ্ধান্ত যদি ভুল, তেনে ৱৰনগৰৰ পূবৰ ফালে ৰেলৰ লাইন ঠিকেই আছে। আৰু যদি ঠিক আছে তেনে সেই

লাইনেদি ট্ৰেইন যাব। যদি যায়, সেই ট্ৰেইনেৰে চিপাহীও যাব পাৰিব। কাৰোবাৰ কিবা প্ৰশ্ন আছে নেকি?

মোৰ আছে।— উমাই কয়। তুমি কেনেকৈ জানিলা যে এই চিপাহীবোৰ বৰনগৰৰ পৰা পূৱলৈ গৈ থাকিব?

এইবাবে যাব, যে বৰনগৰত ইমান চিপাহীৰ দৰ্কাৰ নাই। বৰনগৰত যুদ্ধ লগা নাই, তৰাবনতো লগা নাই, উজানঘাটতো লগা নাই। তুমি, ৰূপাককাই, কাৰিকৰ, নিজাম, এই সকলে উৎপাত আৰম্ভ নকৰা হ'লে ইয়াত একো এটা নাই। ইয়াৰ একমাত্ৰ মূল্যবান বস্তু ইয়াৰ বিমান ঘাটি। কিন্তু সি এতিয়াও হৈ উঠা নাই। গতিকে ইয়াত ধৰিবলৈ গ'লে, এজন চিপাহীৰো দৰ্কাৰ নাছিল। তথাপি আজি তোমালোকৰ বাবে, এনেকুৱা অখ্যাত এখন গাওঁলৈ বাহিৰৰ পৰা পুলিছ আনিব লগীয়া হৈছে, বৰনগৰৰ থানা অপাৰগ হৈ পৰিছে— এই কথা কম কথা নহয়। ধৰা, আৰু কিছুদিনৰ পাছত শ শ হাজাৰ হাজাৰ গাওঁত যদি এই কথা প্ৰচাৰ হৈ যায় যে গাওঁৰ মানুহৰ আগত বৰনগৰৰ থানাই হাৰ মানিছে, তেনে তাৰ পাছত বাকী থানাবোৰৰ কি হব? আৰু এই সময়ত আমাৰ বাবে ৰজা কোন, আমাৰ ৰাজধানী ক'ত?

নিজামে প্ৰায় চিঞৰি উঠে,—

আমাৰ ৰজা পুলিছ, আমাৰ ৰাজধানী থানা। তুমি কোৱা; এই মুহূৰ্ত্তে তুমি কৈ দিয়া আৰু কেইদিনৰ মূৰত বৰনগৰৰ থানা আমাৰ হাতলৈ আহিব। কি কৰিলে আহিব? কিমানজন মানুহে জীৱন দিলে আহিব? কিমান মানুহৰ তেজ দেশক লাগে? তুমি মাত্ৰ মোক কৈ দিয়া কিমান তেজ তোমাক লাগে; আৰু মই আনি দিম সেই তেজ। শ শ হাজাৰ হাজাৰ গাওঁত লক্ষ লক্ষ মানুহবোৰ যদি জাগি উঠে, আৰু তাৰ বাবে যদি লাগে তেজ, মই আনি দিম তেজ। অকল অৰবিন্দৰ তেজেৰে কি হব? তথাপি সি দি গ'ল তাৰ তেজ।

হঠাৎ উচুপি উচুপি সি কান্দে। উমাই গৈ তাৰ কান্ধত তাইৰ হাতখন থৈ দিয়ে। সিহঁত আটাইকেইজন অলপ সময় নীৰৱ হয় কোনেও একো নামাতে, সিহঁতে ভাবি গুণি গৈ থাকে। শিৱনাথৰ কথাবোৰ সিহঁতৰ প্ৰতিজনৰ

বুকুত লাগে। এৰা হয়, ক'ৰবাত এখন থানা যদি মানুহৰ হাতলৈ আহে, তাৰ দুদিনৰ ভিতৰত এশখন থানা মানুহে দখল কৰিব। আৰু থানাবোৰ যদি যায়, তেনে ইংৰাজ ৰাজত্ব ভাৰতত থাকে কেনেকৈ?

তথাপি সেই উৎসাহৰ মাজতে সিহঁতৰ কাণলৈ যেন ক'ৰবাৰ পৰা ভাহি আহে মানুহৰ আৰ্ত্তনাদ, কাবোবাৰ কান্দোন। ক'ৰবাত যেন কুকুৰে ভুকে, ভুকি ভুকি দীঘলকৈ চিঞৰ মাৰে। দূৰত ক'ৰবাত মাটিৰ ওপৰত যেন থেতেলাখাই মৰিবলৈ ওলোৱা কেইটামান ছাগলী পোৱালি অপৰ্য্যাপ্ত বেদনাত বাগৰি ফুৰে।

দূৰত, বহু দূৰত পাহাৰবোৰ দেখা যায়, আকাশৰ মাজত নীলা চপৰাবোৰ। ৰাতিৰ পাহাৰবোৰ যেন ৰাতিৰ আকাশৰেই কিবা এটা ৰং,— নীলা আকাশৰ এমূৰে ডাঠ নীলা এটা ৰং। পাহাৰবোৰ যেন পাহাৰ নহয়, সাগৰ; ঢৌ নোহোৱা ধীৰ, স্থীৰ, প্ৰশান্ত সাগৰ। শুকুলা মেঘবোৰ পাহাৰৰ গাত আঁউজি থাকে, যেন সাগৰৰ ফেনবোৰ গোট মাৰি অচল হৈ পৰি আছে। পাহাৰৰ গাত আঁউজি থাকি সিহঁতে পাহাৰবোৰক কাণে কাণে সৰগ-পৃথিবীৰ কথা কৈ থাকে। পৃথিবীৰ ক্ষণিক জীৱনটোক আবৰি, পৃথিবীৰ ঘূৰ্ণবোৰ সামৰি লৈ মেঘে আৰু পাহাৰে কিবা এটা জীৱনৰ কথা পাতি থাকে। সময়বোৰ তাতে থমকি ৰয়, দিন-ৰাতি গুচি যুগ হয়। গতিবোৰ তালৈ গৈ বন্ধ হৈ যায়, জীৱন-মৃত্যুৰ গতিবোৰে অতি-গতি লাভ কৰে। ওবে ৰাতি সিহঁতে কথা পাতি থাকে, পৃথিবীলৈ চকুমেলি চাই থাকি সিহঁতে কথা পাতি পাতি শুই থাকে।

শিৱনাথে দূৰৰ পাহাৰ বিলাকলৈ চায়। বগা মেঘবিলাকৰ ওপৰত, সেই নীলাবোৰৰ মাজত ক'ৰবাত লুকাই আছে গঙ্গা, জাহ্নবী। কোনোবা গুহাৰ মাজত, কোনোবা ডাঠ শিলৰ ওপৰত পৰা কোমল শেলুৱৈৰ ওপৰত, কোনোবা বিৰাট গছৰ বিৰাট পাতৰ ছাঁত শুই আছে জাহ্নবী। কোনোবা এদিন বগা মেঘবোৰে তেওঁৰ ভৰি ছুব, তেওঁৰ মুদখাই থকা চকুহালত উম দিব, তেওঁৰ উদং গাত শুভ্ৰ আবৰণ দিব, তেওঁৰ বুকুত ৰং সানি দিব, চুলিটাৰ মেলি দিব, লাহে লাহে তেওঁৰ চকু মুখ গাল ছুব। তেওঁ জাগি উঠিব, জাগি উঠিব গঙ্গা। পাহাৰৰ নীলাবোৰ পাছত পেলাই থৈ

তেওঁ বিচাৰি ফুৰিব গুহাই, গুহাই, গছৰ ছাঁই ছাঁই টান শিলৰ গাই গাই, মহাদেৱৰ জটা। যিদিনা তেওঁ দেখিব মহাদেৱৰ জটা, সিদিনা তেওঁ গুহাবোৰ ভেদ কৰিব, শিলবোৰ ভাঙিব, আৰু দুৰ্দ্দাম গতিৰে তেওঁ মহাদেৱৰ জটালৈ নামি আহিব। পাহাৰবোৰে আৰ্ত্তনাদ কৰি উঠিব। গুহাবোৰে প্ৰতিধ্বনি কৰি দুগুণ আৰ্ত্তনাদ কৰিব, শিলবোৰ চূৰ্ণ বিচূৰ্ণ হৈ যাব; আৰু প্ৰভাত সূৰ্য্যৰ কিৰণত স্নান কৰি, মহাদেৱৰ সহস্ৰ জটাৰ মাজেৰে নামি আহিব গঙ্গা,— শতধাৰা হৈ, সহস্ৰধাৰা হৈ।

এঠাইত সিহঁতে আটাইকেইজনে বহে। ক'ৰবাত যেন হঠাৎ সিহঁতৰ কিবা এটা হৈ গৈছে। সিহঁতৰ মন আৰু হৃদয়ৰ দ্বাৰ বাহিৰৰ ফালে নুখুলি যেন কিবা এটা উপায়ে ভিতৰৰ ফালে খুলি গৈছে। পৃথিবীৰ লগত সম্বন্ধ সিহঁতৰ যেন নাইকিয়া হৈ গৈছে।

প্ৰথমতে কাৰিকৰেই মনৰ এই মাদকতা ওফোৰাই পেলায়। সি সজাগ হৈ উঠে। পৃথিবীৰ কোলাহলবোৰ তাৰ কাণলৈ আহে, সি শুনি পায়। সি কয়,—

শিৱনাথ!

কোনেও একো নামাতে। কাৰিকৰে আকৌ মাতে,—

শিৱনাথ। তই কৈছিলি চিপাহীবোৰ বৰনগৰত নাথাকে। তোৰ যুক্তিটো শুদ্ধ। বিমানঘাটি ইয়াতে নবনোৱা হলে এই ঠাইৰ কোনো মূল্য নাই। আজি মানুহে বিদ্ৰোহ কৰিছে, সি বেলেগ কথা। তই কৈছিলি সিহঁতে পূবলৈ যাব। পূবলৈ ক'লৈ? পূবলৈ কিমান দূৰলৈ?

পূবলৈ মানে পূবলৈ।— শিৱনাথে কয়।

সমুদ্ৰই হাঁহে। হাঁহি হাঁহি সি কয়,—

ভূগোলত পঢ়িছিলোঁ। তই পঢ়া নাই নিজাম? পঢ়িছ নিশ্চয়। উমাইও পঢ়িছা নিশ্চয়। ভূগোলত পঢ়িছিলোঁ ভাৰতবৰ্ষৰ পূবে ব্ৰহ্মদেশ।

শিৱনাথৰ ফালে নোচোৱাকৈ সি আকৌ এবাৰ মিচিকিয়াই হাঁহে। কাৰিকৰে মনে মনে ভাবে, কথাবোৰ জুকিয়াই লবলৈ চেষ্টা কৰে। অৱশেষত তেওঁ কয়,—

তহঁত দুয়োৰে মাজত কিবা এটা গুপুত কথা আছে। একহিচাপে চাবলৈ গলে তহঁত দুয়ো বিদেশী, অৰ্থাৎ আমাৰ এই ঠাইৰ নহয়। সেই ফালৰ পৰা চালে তহঁতক বিশ্বাস কৰিব নাপায়। উমাই শুনিলে বেয়া পাব পাৰে, কিন্তু এইটো মই ঠিৰাংকৈ কৈছোঁ যে ইহঁতে কিবা এটা কথা জানে, আমি নাজানো।

তোমাৰ মূৰ্ত্তিবোৰ এতিয়াও জানো যথাস্থানত আছে কাৰিকৰ?—

শিৱনাথে সোধে।

কাৰিকৰে কয়,— মূৰ্ত্তি কেনেকৈ সাজিব লাগে আৰু ক'ত থব লাগে মই জানো। তই সেইবিলাক কথা লৈ চিন্তা কৰিব নালাগে। কিন্তু মই তোক সুধিছিলোঁ, পূৱ মানে, পূৱলৈ ক'লৈ, পূৱলৈ কিমান দূৰলৈ? প্ৰশ্নটো সহজ নহয় জানো! আৰু এই মূৰফটা সমুদ্ৰ যিমানেই বিদগ্ধ পণ্ডিত নহওক কিয়, ভাৰতবৰ্ষৰ পূৱে ব্ৰহ্মদেশ এই কথাটো মই তাৰপৰা শিকিব নোখোজোঁ।

সমুদ্ৰই কয়,—

সিও অধ্যাপক, কাৰিকৰ। অৰ্থাৎ মই শিৱনাথৰ কথা কৈছোঁ। তাৰ মূৰৰ দোষ নোহোৱা হলে সি আজি অধ্যাপক হৈ কলেজত গজগজীয়া হৈ বহি থাকিলহেঁতেন।

উমাই নিজে কব নোৱাৰাকৈয়ে শিৱনাথৰ ওচৰলৈ আহি তাৰ গাতে গা লগাই বহে।

কথাটো মই নকওঁ বুলি ভাবি আছিলোঁ কাৰিকৰ;— শিৱনাথে কয়। কাৰণ কথাটোৰ সত্যতা সম্বন্ধে আটায়ে সন্দিহান। আৰু তোমাৰ ভাষাত এই মূৰ ফটা সমুদ্ৰই ব্ৰহ্মদেশৰ নাম নুলিয়ালে প্ৰশ্নটো সিমান দূৰলৈ নুঠিলেইহেঁতেন।

সি থামে। নিজৰ মনতে বহুত কিবা কিবি ভাবে। তাৰ পাছত কয়,—

এনেয়ে তো পূৱ মানে পূৱ ঠিকেই। পূৱৰ ফালে চিপাহীবোৰ যোৱা মানে, চিপাহীবোৰ যোৰহাটলৈ যাব পাৰে, ডিব্ৰুগড়লৈ যাব পাৰে, তিনিচুকীয়া লৈ যাব পাৰে। আৰু তিয়াপুৰ লৈ যাব পাৰে। গৈ থাকিব পাৰে। আৰু

যিমান যাব, তাবে কিছুমান এইবিলাক ঠাইতো বৈ যাব, তাতো সন্দেহ নাই।

সি আকৌ এবাৰ থামে। কোনেও কথা নকয়। কোনেও প্ৰশ্ন নকৰে। উমাই এবাৰ তাৰ মুখলৈ চাই আকৌ আগৰদৰে তাৰ কান্ধৰ ওপৰত মূৰটো থৈ চকু মুদে। সি আকৌ আৰম্ভ কৰে,—

কিন্তু শই শই হাজাৰে হাজাৰে চিপাহী ক'লৈ যায়? বিশেষকৈ বিদেশী চিপাহীবোৰ? ইংৰাজ চিপাহীবোৰ, আমেৰিকাৰ চিপাহীবোৰ শই শই ক'লৈ যাব? তালৈকে যাব, য'ত যুদ্ধ হৈছে বা হব। ভাৰতবৰ্ষৰ মাটিত এতিয়াও যুদ্ধ হোৱা নাই। কিন্তু যুদ্ধ ইয়ালৈকে অহাৰ সম্ভাৱনা আছে। জাপানে যদি ইংৰাজৰ বিৰুদ্ধে যুদ্ধ কৰিব খোজে,— তেনে জাপানে যিমান সোনকালে পাৰে তিমান সোনকালে আহি ইংৰাজক ইয়াতেই আক্ৰমণ কৰা ভাল। এয়া হ'ল এটা সম্ভাৱনাৰ কথা।

সি আটাই কেইজনৰ মুখলৈ চায়। কোনেও তাৰফালে চোৱা নাই কিন্তু প্ৰত্যেকে তাৰ প্ৰতিটো কথা শুনি আছে। সি আকৌ কয়,—

বাকী কথাটো সত্য, নে সম্ভাৱনা, নে মাত্ৰ মানুহৰ অলীক কল্পনা মই সঠিককৈ কব নোৱাৰোঁ। সঠিককৈ নাজানো বাবেহে মই তোমালোকক কব খোজা নাছিলোঁ। তোমালোকে জানা নহয় যে আমাৰ জাতীয় সৈন্য বাহিনী এটা গঠিত হৈছে। আমাৰ সুভাষ বসুৱে ভাৰতৰ বাহিৰত ভাৰতীয় জাতীয় সৈন্যবাহিনী এটা গঠন কৰিছে। আমি এতিয়ালৈ যি খবৰ পাইছোঁ সেই মতে আমাৰ এই জাতীয় সৈন্য বাহিনী ভাৰতবৰ্ষৰ ফালে আগুৱাই আহিবলৈ ধৰিছে। হয়তো আৰু মাত্ৰ এসপ্তাহ, ইয়াৰ ভিতৰতে সুভাস বসুৱে এই সৈন্য বাহিনী লৈ আহি মণিপুৰত সোমাব।

কাৰিকৰৰ ডিঙিৰ পৰা এটা অস্পষ্ট শব্দ ওলাই আহে। শিৱনাথৰ কান্ধৰ পৰা মূৰটো ডাঙি উমাই তাৰফালে চাই থাকে! নিজাম একে জাপে উঠি থিয় হয়। সি যেন অধৈৰ্য্য হৈ পৰিছে। সমুদ্ৰইও শিৱনাথৰ ফালে চায়— ইমানখিনি সিও জনা নাছিল। কাৰিকৰো এই প্ৰথমবাৰৰ বাবে তেওঁৰ লোৰদৰে সংযমৰ বান্ধ ঢিলা হৈ পৰে। তেওঁ অস্থিৰ হৈ পৰে। অস্থিৰতা তেওঁৰ চকুৰে মুখে ফুটি ওলায়। তেওঁ কয়,—

মণিপুৰ? আমাৰ এই মণিপুৰ? আমাৰ ভাৰতবৰ্ষৰ মণিপুৰ? এৰা হয়। মণিপুৰত ভাৰতীয় সৈন্য বাহিনী! জানা শিৱনাথ, মোৰ গাৰ নোমবোৰ শিয়ঁৰি উঠিছে।

মোৰো তেনেকুৱা হৈছিল কাৰিকৰ।—শিৱনাথে কয়। বলিয়াৰ দৰে জপিয়াই ফুৰিবলৈ মন গৈছিল মোৰ। এই ভয়তে মই তোমালোকক কোৱা নাছিলোঁ। কথাটো তেনেই মিছা হব পাৰে। তথাপিও মোৰ কিবা এটা বিশ্বাস হয়, সম্পূৰ্ণ মিছা নহয়। আমাৰ জাতীয় সৈন্য বাহিনী হৈছে,— ইয়াত কোনো সন্দেহ নাই। আমাৰ সুভাস বসু এই বাহিনীৰ নায়ক— তাতো কোনো সন্দেহ নাই। একমাত্ৰ সন্দেহৰ কথা হ'ল— এই বাহিনী কিমান দূৰ আগ বাঢ়িছে— কিমান দূৰ আগ বাঢ়িব পাৰিব।

উমাই কয়,—

নিজামে অকণমান আগেয়ে উলিওৱা কথাটো আকৌ সুধিবলৈ মোৰো মন যায়। আমাৰ আৰু কিমান দিন লাগিব বৰনগৰৰ থানালৈ যাওঁতে? হয় আমি থানাৰ ভিতৰৰ জেলত থাকিম, নহলে থানা আৰু জেল আমাৰ অধিকাৰলৈ আনিম।

আনি, কিমান দিন ৰাখিবা উমা?— শিৱনাথে লাহেকৈ সোধে।

কেনেকৈ জানিম, কিমান দিন আমি ৰাখিব পাৰিম, আমাৰ অধিকাৰত। হয়তো বহু দিনলৈ পাৰিম, হয়তো এদিনো নোৱাৰোঁ! মোৰ বোধেৰে এই কথাৰ তিমান গুৰুত্ব একো নাই। নহয় জানো কাৰিকৰ?

নিজামক সোধ।— কাৰিকৰে কয় আৰু মিচিকিয়াই হাঁহে।

উমাই আকৌ কয়।—

মোৰ হলে ধাৰণা হয় যেন আজি বহু দিন হ'ল তুমি ইয়ালৈ আহিছা, যেন বহুত দিনৰে পৰা ইয়াতে আছা। এইমাত্ৰ কথাষাৰ মোৰ মনলৈ আহিছিল। আজি বৃহস্পতিবাৰ নহয় জানো? কালি আছিল বুধবাৰ। আৰু তুমি বুধবাৰে উজানঘাটলৈ আহিছিলা? অৰ্থাৎ তুমি কালিহে মাত্ৰ আমাৰ ইয়ালৈ আহিছা শিৱ। অথচ, এই স্পষ্ট কথাটো মোৰ বিশ্বাস কৰিবৰ মন নাযায়। তুমি কিন্তু হাঁহি উৰাই নিদিবা কাৰিকৰ। সঁচা কোৱাচোন তোমালোকৰো তেনে লগা নাই?

মই নাহাঁহো উমা— কাৰিকৰে কয়। মোৰো ঠিক তেনেকুৱাই লাগে যেন আজি এটা যুগ শিৱনাথ আমাৰ লগতে আছে। অথচ কালি গধূলি ৰূপা ককাই শিৱনাথক বিচাৰি উমাৰ ঘৰলৈ গৈছিল। কিন্তু কালি বুলি কম নে পৰহি বুলি কম। আজি ৰাতিপুৱালেই শুক্ৰবাৰ হব। ৰাতি পুৱাবলৈ আৰু সৰহ সময় নাই। শিৱনাথ বুধবাৰে আহিছিল,— মানে দৰাচলতে পৰহি আহিছিল! ইয়াত তাৰ দুৰাতি হৈ গ'ল।

শিৱনাথে কয়—

সমুদ্ৰ, আজি আমাৰ বহুত কাম আছে। আজি মানে মই, কাৰিকৰৰ লগতে, শুক্ৰবাৰৰ কথা কৈছোঁ। ৰাতি পুৱাবলৈ আৰু বেছি সময় নাই, বোধ হয় আৰু এঘণ্টা কাল। যিখিনি ঠাইত মই থাকিম বুলি ভাবিছোঁ সেইখিনি পাওঁতে ৰাতি পুৱাই যাব। ৰাতি পুৱালেও আমি প্ৰত্যেকে অন্ততঃ দুঘণ্টা শুম।

কাৰিকৰে বাধা দি কয়।—

দুঘণ্টা নহয় শিৱনাথ। আমি গোটেই দিনটো শুব পাৰিম। যোৱা ৰাতিটোৰ ভিতৰত যিখিনি কাম হ'ল তাৰ হোৰ কাইলৈ ৰাতি পুৱাৱে পৰা, অৰ্থাৎ আৰু ধৰ দুই তিনি ঘণ্টা পাছৰপৰা, আৰম্ভ হব। মই এই কথা অতি স্পষ্টভাবে জানো, যে ৰাতিপুৱাৰ পাছৰ পৰা আমাৰ এই ফালৰ আটাইবোৰ গাওঁতে ইমান অত্যাচাৰ আৰম্ভ হব, ইমান পুলিছ আৰু চিপাহী আহি ইয়াত সোমাব যে তহঁতে বাহিৰত এক মুহূৰ্ত্তৰ বাবেও কোনেও মুখ উলিয়াব নোৱাৰ। গতিকে ওৰে দিন তহঁতে শুই থাকিব পাৰ।

কাৰিকৰৰ কথা সঁচা— সমুদ্ৰই কয়। দিনটোৰ ভিতৰত ইয়াত আমাৰ কোনেও মুখ উলিয়াব নোৱাৰে। ফেঁচা চৰাইৰ দৰে আমাৰ অৱস্থা। মানি লব নুখুজিলেও সঁচা যে সেয়া আমাৰ অৱস্থা।

মই মানি লৈছোঁ— শিৱনাথে কয়। আমি কোনেও এতিয়া এই সময়ত পুলিছৰ হাতত ধৰা দিব নোৱাৰোঁ। কিন্তু সেই বুলি আমি আমাৰ নিজৰ ঠাইত ঘৰৰ ভিতৰত বহি কাম কৰিব নোৱাৰোঁ, তাৰ কোনো মানে নাই।

অলপমান বৈ সি আকৌ কয়।—

মোৰ হিচাপত আমাৰ আজি বহুত কাম। মোৰহিচাপতে আকৌ ৰাতি হোৱাৰ আগতে এই কাম আমি কৰিবই লাগিব। সেইবাবে মই ভাবোঁ যে কাৰিকৰে অন্ততঃ দুঘন্টাৰ বেছি শুব নোৱাৰে। সমুদ্ৰ আৰু নিজামৰ বাবেও সেই একে কথা। উমাৰ কথা উমাই নিজে ঠিক কৰিব। মোৰ নিজৰ ইচ্ছা, উমা, যে তুমি যোৱাগৈ। যিবোৰ কাম আমাৰ আগত আহি পৰিছে সেইবোৰ কামত তুমি আমাক অতিপাত সহায় কৰিব নোৱাৰিবা।

উত্তৰ দিয়ে কাৰিকৰে,—

তই অন্যায় কৰিছ শিৱনাথ। উমাই কি কাম কৰিব পাৰে তই নিজ চকুৰে দেখিছ। তোক সোঁৱৰাই দিয়াৰ দৰ্কাৰ নাই! তথাপি কবই লাগিব যে উমা নোহোৱা হলে পৰহি ৰাতি বোধ হয় তই মৰিলিহেঁতেন। নহলে জীয়াই জীয়াই পুলিছৰ হাতত পৰিলিহেঁতেন। আৰু যদি উমাই তোক ভাল পায় বাবে, তাইক তই আগ্ৰাহ্য কৰিবলৈ সাহস পাইছ, তেনে তই অন্যায় কৰিছ। মুঠৰ ওপৰত উমা থাকিবই আমাৰ লগত। সাবিত্ৰীকো আৰু বেছিদিন মই নাৰ্স কৰি ৰাখিব নোৱাৰিম তাকো মই জানো। অৰ্থাৎ তাইও আহিব। ব'ল এতিয়া ক'লৈ যাব। তই যদি ভাব, শুবৰ বাবে মই দুঘন্টা সময়ো নাপাওঁ, মোৰ কোনো আপত্তি নাই। এইবাৰ ব'ল।

যদিও সিহঁতে ঘটনাস্থলীৰ পৰা আঁতৰত থাকে, মানুহৰ কোৢাল চিঞৰ, গাড়ীৰ শব্দ আটাইবোৰ সিহঁতে শুনি থাকে। আনকি ওচৰৰ গাওঁ বোৰতো সিহঁতে মানুহৰ মাজত অস্থিৰতা লক্ষ্য কৰে। ৰাতিপুৱা দহমান বজাৰপৰা কোৢাল ক্ৰমাৎ বাঢ়ে, সিহঁতে গম পায়। মাজে মাজে দুই এটা গুলিমৰাৰ শব্দও সিহঁতে অতি অস্পষ্ট ভাবে শুনে। পৰিস্থিতিটো কোনেও সিহঁতক বুজাই কব নালাগে। প্ৰত্যেকে গম পায়, এই মানুহৰ কোৢাল কিহৰ বাবে, বন্দুকৰ শব্দ কিহৰ বাবে। ধোৱাঁবোৰ দেখিলে সিহঁতে জানে যে সেইবোৰ ঘৰ পোৰা জুইৰ ধোৱাঁ।

সিহঁতৰ প্ৰত্যেকৰে অন্তৰত ঘা লাগে; আৰু ধাৰণা হয় যেন কাপুৰুষৰ দৰে সিহঁতে সন্মুখ বিপদৰ পৰা পলাই আহিছে— আৰু নিৰাপদ ঠাইত আহি আশ্ৰয় লৈছে। নিজামলৈ চাই উমাই এবাৰ কয়,—

বৰ অপৰাধী যেন লাগিছে তোমাৰ, নহয় জানো? নিজকে কাপুৰুষ, অপদাৰ্থ যেন লাগিছে হবপায় তোমাৰ।

নিজামৰ মুখেদি কথা ওলায়। ইমান সময় সি নিজৰ ভিতৰতে গুজৰি আছিল। বুকুৰ ভাৰ নমোৱাৰ সুযোগ পাই সি যেন ৰক্ষা কৰিল,—

অপৰাধী? তোমাৰ ভাষাবোৰ ভাল। দুৰ্দ্দান্ত বেয়া কথা এটা তুমি কোমলাই কব জানা। অপৰাধীৰ দৰে, অপদাৰ্থৰ দৰে তো লাগিছেই। তাতোকৈ বেছি লাগিছে। কেৱল ধাৰণা নহয়, সঁচা কথা। সঁচা কথা যে আমি বিশ্বাসঘাতক।

মাত দিয়ে সমুদ্ৰই,—

বিশ্বাসঘাতক? কোনে আমাৰ ওপৰত বিশ্বাস ৰাখিছিল নিজাম, যি বিশ্বাস আমি ভঙ্গ কৰিলোঁ?

তই তেনেবোৰ কথা নকৰি সমুদ্ৰ— নিজামে খংকৈ কয়। তই নিজে মূৰত কোব খাই অজ্ঞান হৈ পৰি আছিলি। তোক আল-ফুলকৈ তুলি আনি ৰূপা ককায়ে নিজৰ ঘৰত ৰাখি তোক শুশ্ৰূষা কৰিছিল,— সাবিত্ৰীয়ে তোক গাখীৰ খুৱাইছিল, পথ্য খুৱাইছিল। আজিৰ এই শব্দবোৰ, কোঢ়ালবোৰ ক'ৰ পৰা আহিছে? মই তোক কৈছোঁ, তৰাবনৰ পৰা। তেনেহলে তৰাবনত আজি সাবিত্ৰীৰ আৰু ৰূপৰামৰ কি অৱস্থা হৈছে? আৰু তই ইয়াত বহি কিবা বস্তুবোৰ ইটোৰ লগত সিটো মিহলাইছ। তই বিজ্ঞান পঢ়িছিলি, কেমিষ্ট্ৰী পঢ়িছিলি—, তথাপি সেইবোৰ বস্তু কেনেকৈ মিহলালে কি হয়, তোতকৈ কাৰিকৰে ভালকৈ জানে। তই কিয় যাব নোৱাৰ তৰাবনলৈ? কিয় চাই আহিব নোৱাৰ, ৰূপা ককাইহঁতৰ কি হ'ল?— তোক যে ইমান শুশ্ৰূষা কৰিছিল সেই সাবিত্ৰীৰ কি হ'ল?

কাৰিকৰে কয়,—

তোৰ ঘৰ ইছলামপুৰত নহয় জানো? তোৰ নিজৰ ভনীয়েৰাহঁত সেই গাওঁতে নাই জানো? নে, তই ভাবিছ যে পুলিছ চিপাহী পোনে পোনে ইছলামপুৰেদি গৈ, ইছলামপুৰৰ মানুহবোৰক চালাম দি তৰাবন উঠিছে গৈ? তোৰ দেউতাৰক, তোৰ ভনীয়েৰাহঁতক কোনে চব? তই গৈ চাই আহিবি

নেকি নিজাম? নে তই মোক যাবলৈ কব? মইও কিন্তু নিচেই কম দিন তহঁতৰ ঘৰত খোৱা নাই। তোৰেই ভনীয়েৰাহঁতে আলপৈচান ধৰি যত্ন কৰি মোক খুৱাইছে।

তেনে নিজাম, মইও যাব লাগিল।— শিৱনাথে কয়। লক্ষণবোৰ দেখি মোৰ ধাৰণা হৈছে যে চিপাহী পুলিছ উজানঘাটলৈকে নোযোৱাকৈ থকা নাই। পৰহি ৰাতি মাই মোক অতি আদৰ কৰি খুৱাইছে। এবাৰ চাই অহাটো মোৰো বোধ হয় কৰ্ত্তব্য।

অলপ সময় থামি, সি আকৌ কয়,—

শুন নিজাম, তই বলিয়া হৈছ। চুপি চুপি গৈ যদি কাৰোবাক কোনোবাই চাই আহিব খোজ, পাৰিবি। কিন্তু তাৰপৰা কাৰো একো লাভ নহয়। আৰু যদি দেখাদেখিকৈ যাব খোজ, যাগৈ। বৰঞ্চ মই কওঁ, পোনে পোনে থানালৈ গৈ কৈ দে মই অমুক। তই যদি মোক বুজাই দিব পাৰ যে আমি যোৱাৰ পৰা লাভ আছে, তেনে মই এতিয়াই এই মুহূৰ্ত্ততে তোৰ লগত ওলাই যাম।

সি আকৌ এবাৰ ৰয়। তাৰ ঠাইৰপৰা উঠি যায়, তাৰ পাছত কয়,—

অৰবিন্দৰ মৃতদেহটো তই কান্ধত লৈ আহিছ। অৰবিন্দৰ মাকক তই কি বুলি কবি গৈ? কবি নেকি যে তই বিশ্বাসঘাতকৰ কাম কৰিছ? বিদ্ৰোহ মানে কি? যি ভাবেই তই বিদ্ৰোহ নকৰ কিয়, বিদ্ৰোহৰ লগত বিপ্লৱ আহিবই। পৃথিবীৰ বুৰঞ্জীৰ পৰা তই মোক এটা উদাহৰণদে যেতিয়া জাতীয় বিদ্ৰোহত বিপ্লৱৰ অগনি জ্বলি উঠা নাছিল; যেতিয়া সেই অগনিত হাজাৰ হাজাৰ মানুহে প্ৰাণ বিসৰ্জ্জন দিয়া নাছিল। প্ৰতিজন মানুহে নিজৰ জীৱনটোক ভাল পায়, জীৱনটোতকৈ আৰু শ্ৰেষ্ঠ বস্তু একো নাই। এইবাবে নাই যে জীৱনটো নাইকিয়া হলে আশা কামনা প্ৰেম প্ৰীতি আটাইবিলাকৰে অন্ত পৰিল। তথাপি যুগে যুগে মানুহে নিজৰ জীৱনটোৰ ওপৰত কিমান গুৰুত্ব দিছে, কিমান আপেক্ষিক প্ৰাধান্য দিছে? ধৰিবলৈ গলে নিজৰ মানতে নিজৰ জীৱনটোৰ মূল্য অতি কম। এই কথা, আনকি সৰ্ব্ব সাধাৰণ মানুহৰ ক্ষেত্ৰটো কেনেকৈ প্ৰযোজ্য, আজি সেই কথা মই বহলাই কবলৈ নাযাওঁ।

## পোন্ধৰ

এৰোপ্লেন এখন কৰ্কশ শব্দ কৰি উৰি যায়। তাৰ পাছত আৰু এখন, তাৰ পাছত একেলগে প্ৰায় দহখন। সিহঁতৰ কাণ তাল মাৰি ধৰে। তথাপি সিহঁতে কোনেও চাবলৈ উঠি নাহে। কেৱল শিৱনাথে এবাৰ খিৰিকীৰে মুখ উলিয়াই আকাশলৈ চাই আকৌ আহি উমাৰ ওচৰতে বহে।

উমাৰ ফালে চাই হাঁহি হাঁহি সি আকৌ কবলৈ ধৰে।—

নহয় জানো পাৰ্ব্বতী? নিজৰ জীৱনটোৰ মূল্য নিজৰ মানতে অতি সংক্ষিপ্ত নহয় জানো? মই ধৰ্ম্মৰ কথা কবলৈ যোৱা নাই, বুৰঞ্জীৰ কথা কৈছোঁ। প্ৰতি যুগতে মানুহে শ্ৰদ্ধা, আস্থা, বিশ্বাস, প্ৰেম, মৰ্য্যাদা আৰু আদৰ্শৰ আগত নিজৰ জীৱনটোক তুচ্ছ জ্ঞান কৰি আহিছে। কাৰিকৰে জানে, অটব্য হাবিৰ মাজত পাহাৰৰ গাত মূৰ্ত্তি খোদিত কৰিবলৈ গৈ মানুহে প্ৰাণ দিছে। নিজৰ প্ৰিয়তম বা প্ৰিয়তমাৰ বাবে মানুহে নিজৰ প্ৰাণ বলি দিছে। জগতৰ কল্যাণৰ বাবে দৰৱ বিচাৰি বিচাৰি নিজে জানি শুনিও বিহ খাই মানুহে মৃত্যু বৰণ কৰিছে। নিজৰ ধৰ্ম্ম বিশ্বাস পৰিত্যাগ কৰিব লগীয়া হোৱাত, মানুহে নিজৰ প্ৰাণ বলি দিছে, ধৰ্ম্ম এৰি দিয়া নাই। নিজৰ আত্মসম্মান অটুট ৰাখিবলৈ গৈ মানুহে প্ৰাণ এৰিছে। আৰু মানুহ মৰিছে, হাজাৰে হাজাৰে লাখে লাখে, দেশৰ স্বাধীনতাৰ বাবে, দেশৰ সম্মানৰ বাবে। হঠাৎ কিম্বা পাক চক্ৰত পৰি যে মৃত্যুৰ মুখত পৰিছে তেনে নহয়। জানি শুনি, মৃত্যু সুনিশ্চিত জানি, মৃত্যুক বৰণ কৰিছে।

হাজাৰ হাজাৰ বছৰ আগেয়ে চক্ৰেটিছে কি কৰিছিল? তাৰো হাজাৰ বছৰ আগতে দধিচিয়ে কি কৰিছিল?

আৰু এই সিদিনাখন টিপুচুলতানে কি কৰিছিল! টিপুচুলতানৰ লগত হাজাৰ হাজাৰ ভাৰতীয় মানুহে কি কৰিছিল? মণিৰাম দেৱানে কি কৰিছিল? দেশতকৈ ডাঙৰ আন একো নাই, জাতিৰ স্বাৰ্থতকৈ ডাঙৰ স্বাৰ্থ নাই, দেশৰ সন্মানতকৈ আৰু ডাঙৰ সন্মান নাই।

উমাৰ ওচৰৰ পৰা উঠি গৈ শিৱনাথে আহি নিজামৰ ওচৰতে বহে। সিহঁতে কোনেও আৰু একো কথা নকয়। উমাই ফটা বস্তা কেইটামান কাটি সৰু সৰু মোনা কেইখন মান চিলায়। সমুদ্ৰ আৰু কাৰিকৰে কিবাকিবি বস্তুবোৰ লগ লগাই সাজু বনায়। নিজামে কিছুমান দীঘল তাঁৰ পৰিপাটিকৈ মেৰায়।

যিমানেই বেলি পৰি আহে, তিমানেই খবৰৰ পাছত খবৰবোৰ সিহঁতৰ কাণলৈ আহে। উজানঘাটত কেইজন মানুহৰ মৃত্যুৰ বাতৰি সিহঁতে পায়। লগতে ইয়াকো জানে যে বনজনেও মাৰ খাইছে। মাৰ খোৱাৰ পাছত মানুহে তাক এবাৰ সুমিত্ৰাৰ লগত দেখিছিল। তাৰ পাছত যে সি ক'লৈ গৈছে কোনেও কব নোৱাৰে। শিমলুৱা ইছলামপুৰ আটাইবোৰ গাওঁৰ খবৰবোৰ লাহে লাহে সিহঁতৰ কাণত পৰে। আৰু সিহঁতে নিৰ্ব্বিকাৰ ভাবে সিহঁতৰ কাম কৰি যায়।

অৱশেষত তৰাবনৰ অমানুষিক অত্যাচাৰৰ কথা সিহঁতে শুনে। ৰূপৰামৰ মৃত্যুৰ বাতৰি পোৱাৰ পাছত সিহঁত, আটাইবোৰে নিজৰ কাম পেলাই থৈ এক মুহূৰ্ত্তৰ বাবে স্তব্ধ হৈ ৰয়। এবাৰ কাৰিকৰ উঠি বাহিৰলৈ যায়। কাৰিকৰে আৰু ধৈৰ্য্য বাখিব নোৱাৰে। তেওঁ বাহিৰলৈ গৈ কিছুপৰ কান্দে। তাৰ পাছত চকুমুখ মচি আকৌ ভিতৰলৈ আহি নিজৰ কামত মন দিয়ে।

সন্ধিয়া হোৱাৰ কিছু পৰ আগতে সাবিত্ৰী আহে। তাইৰ চকুৰ তলখিনি ক'লা পৰি গৈছে। এদিনৰ ভিতৰতে তাই যেন জালেখিনি খীণাই গৈছে, চকুযোৰ গাতলৈ সোমাই গৈছে আৰু গালৰ হাড় দুডাল ওলাই পৰিছে। তাইক দেখি কাৰিকৰে এবাৰ মূৰ তল কৰে, আৰু তাৰ পাছত তাইক দেখুৱাই দিয়ে কোনজন শিৱনাথ। তাই বহে।

শিৱনাথে তাইৰ ফালে ভালকৈ এবাৰ চায়। তাইৰ অসাধাৰণ একো এটা নাই, সাধাৰণ গাওঁৰ ছোৱালী। সাধাৰণ সাজ পাৰ, সাধাৰণ চকুমুখ। তাইক চাই চাই মাত্ৰ এটা ধাৰণা শিৱনাথৰ হয় যে, এই যুদ্ধ জনতাৰ যুদ্ধ, সমগ্ৰ জনতাৰ যুদ্ধ। ইয়াত সৰু-বৰ নাই, ধনী-দুখীয়া নাই, বিদ্বান-অবিদ্বান নাই, মুনিহ-তিৰোতা নাই। এটা দুৰ্ব্বাৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ আটাইবিলাকে যুঁজ কৰিবলৈ ওলাইছে। প্ৰথমে সি কথা কয়,—

কাৰিকৰে নকলেও মই চিনিপালোঁহেঁতেন যে তুমি সাবিত্ৰী। সমুদ্ৰৰ মুখত মই তোমাৰ কথা শুনিছোঁ। পৰস্পৰক প্ৰশংসা কৰিবলৈ আমাৰ সময়ো নাই, আৰু দৰ্কাৰো নাই। তথাপিও এই কথা বুৰঞ্জীত ৰৈ গ'ল যে তুমি অৰবিন্দৰে সৈতে লগলাগি মিলিটাৰী চিপাহীৰ চকুৰ আগতে প্ৰকাণ্ড এখন দলং জ্বলাই ধূলিসাৎ কৰি দিলা। তোমাক সান্ত্বনা দিয়াৰো শক্তি নাই, সাহস দিয়াৰো মোৰ শক্তি নাই।

তাই মাত্ৰ কয়,—

শিৱনাথৰ বিষয়ে ইমান যে সাধু আমি শুনি আছিলোঁ অতদিনে। তেওঁৰ মুখৰ ভাল কথা শুনিলে মোৰো ভাল লাগে। সেই কণেই মোৰ বাবে যথেষ্ট বল আৰু সান্ত্বনা। তোমাৰ মূৰটোৰ পৰা এতিয়াও মাজে মাজে তেজ ওলায় নেকি সমুদ্ৰ? শুনিছোঁ, উমাই শিৱনাথক তুমি বুলি মাতে। সকলো যেতিয়া ইয়াত তুমি, মইনো কিয় আকৌ বেলেগ হৈ আসাধাৰণ হবলৈ যাওঁ?

এইবোৰ উমাই কয়,—শিল্পীজনক বাদ দিলে আমি আটাইবোৰ পৰম্পৰৰ বাবে তুমি। শিৱ যদি মস্ত শকত আবত ওখ মানুহ হ'লহেঁতেন তেনে কি জানি মই তেওঁক আপুনি বুলিলোহেঁতেন। কিন্তু মুখেৰে যিমান ডাঙৰ ডাঙৰ কথা নকওক কিয়, তেওঁ এটা সক ল'ৰা। ভালেই হ'ল যে তেওঁ অধ্যাপক নহ'ল। কলেজত নো কোন ল'ৰাই তেওঁক ছাৰ বুলিলেহেঁতেন।

উমাজনীয়ে যে ইমান কথা কয়—কাৰিকৰে কয়। তাই নিজে বাৰু কিমান শকত আবত, ডাঙৰ দীঘল। তাইকে আদৰ্শ কৰি মই মূৰ্ত্তি সাজিব লগা হলে মোৰ কেতিয়াবাতেই ভাত মৰিলহেঁতেন। তোক মই এটা খবৰ দিম বুলি ভাবি আছোঁ, সাবিত্ৰী। এই শিৱনাথে কি কয় জান? সি কয়, আমাৰ জাতীয় সৈন্য বাহিনী ভাৰতত সোমায়হিয়ে লাগে। আমাৰ সুভাস বসুৱে নেতৃত্ব কৰি লৈ আহিবলৈ ধৰিছে এই সৈন্যবাহিনী। তই নিজে নকৰ কিয় শিৱনাথ? তই ভালকৈ বুজাই কব জান।

হঠাৎ নিজামে সোধে,—

তোমাৰ লাকবোৰ হ'লনে নাই কাৰিকৰ? যদি হ'ল তেনে সেইবোৰ অকণমান আঁতৰাই ৰাখা। সেইবোৰৰ ওচৰলৈকে যাবলৈ মোৰ ভয় লাগে। মানে, এই যে শব্দবোৰ হয়, তাৰ বাবে ভয় লাগে। মই এবাৰ আহোঁ গৈ। ইমান ভোক লাগিছে যে খোৱাৰ কিবা এটা যোগাৰ কৰিব নোৱাৰিলে, শিৱনাথে যিমানে বক্তৃতা নিদিয়ক কিয়, মই আৰু কোনো কাম কৰিব নোৱাৰোঁ।

সাবিত্ৰীয়ে কয়,—তুমি খোৱা বস্তুৰ বাবে ভাবিব নালাগে নিজাম। ভোকত যেতিয়া তুমি অন্ধকাৰ দেখিবা, তেতিয়া আপোনা আপুনি তোমাৰ আগত খোৱাবস্তু আহি পৰিব। তুমি অকণো নাভাবিবা, ভোকটো তোমাৰ আৰু অলপ চোকা হৈ উঠক। আৰু মোক দেখিলেই যে তোমাৰ সদায় কেনেকৈ পেটত ভোক লাগি উঠে—তাকো ভাবি মই বিচুৰ্ত্তি খাওঁ। এতিয়া শিৱ কোৱাচোন, খুড়াই কোৱা কথা সঁচা! সঁচাকৈয়ে আমাৰ ভাৰতীয় সৈন্য বাহিনী আহি ভাৰতত সোমাইছে?

তই ক সমুদ্র।— শিৱনাথে কয়! তোৰ মুখৰ পৰা শুনিলে সাবিত্ৰীয়ে নিশ্চয় বেছি আশ্বাস পাব? নহয় জানো সাবিত্ৰী?

সাবিত্ৰীয়ে সমুদ্ৰৰ ফালে এবাৰ চাইয়ে তলমূৰ কৰে। নিজে কব নোৱাৰাকৈ সাবিত্ৰীৰ ক'ৰবাত যেন লাজ লাগে। বুকুৰ ভিতৰত ক'ৰবাত যেন কিবা এটাই এবাৰ টিপ্ টিপ্ কৰি আকৌ বন্ধ হৈ যায়।

শিৱনাথে আকৌ কয়,—ক সমুদ্র। ভাৰতৰ চাৰি সীমা কৈ দে। ভাৰতৰ পূৱফালে ব্ৰহ্মদেশ। মানে, তহঁত এই আটাই মখা ইমান চেল্‌চেলীয়া যে মই এনেকুৱা আৰু ক'তো দেখা নাই। পেটত এটা শব্দ, এটা কথাও তহঁতে ৰাখিব নোৱাৰ। তহঁতক বিশ্বাস কৰাতকৈ বন্‌জনক বিশ্বাস কৰাও বোধ হয় ভাল। সৰু ল'ৰা হলেও সি পেটত কথা ৰাখিব পাৰে।

এইবাৰ সাবিত্ৰীয়ে প্ৰতিশোধ লয়,—

তেনে আৰু কব নালাগে শিৱ। তোমাৰ যি কব লগা থাকে, যি যি বিশ্বাসৰ কথা থাকে, উমাকে কবা। উমাক কওঁতে যদি বন্‌জনে শুনে তাত বিপদৰ কথা একো নাই। তুমি সেই বুলি আকৌ নাভাবিবা যে তুমি যেনেকৈ পেটত এটা শব্দও লুকাই নাৰাখি এমূৰৰ পৰা শেষ কৰি কথাবোৰ উমাক কৈ দিয়া, একেদৰে সমুদ্ৰইও অন্ততঃ দুই এটা কথা মোক জনাব। তেনে আশঙ্কা নকৰিবা।

কাৰিকৰে খিক্ খিক্ কৈ হাঁহিবলৈ ধৰে। লগে লগে শিৱনাথেও হাঁহিবলৈ ধৰে। সমুদ্ৰৰ গাল মুখ ৰঙা পৰি উঠে। সাবিত্ৰীয়ে কেনেকৈ যে কথাবোৰ কৈ দিব পাৰে! তাৰ আচৰিত লাগে। উমাই ভাবে যে তাইও কিবা এটা কৰিব নোৱাৰিলৈ আৰু নহব। সাবিত্ৰীয়ে যদি ইমান স্পষ্টকৈ কৈ দিব পাৰে, তাইও কিবা উপায়ে স্পষ্ট হোৱা উচিত। তাই বহাৰ পৰা উঠি আহে। তাই শিৱনাথৰ কাণৰ ওচৰত তাইৰ মুখখন দি সকলোৰে শুনাকৈ অথচ ফিচ্ ফিচ্ কৈ কয়—

কোৱা শিৱ। কি কি জানা, কি কি কথা তোমাৰ পেটত সোমাই আছে আটাইখিনি উজাৰি দিয়া। কেৱল মোক কোৱা, সাবিত্ৰীক নকবা

আকৌ। কোৱা যে, সাবিত্রীৰ চুলিৰ মাজত তৰাই চিক্ মিক্ কৰে, মূৰৰ ওপৰত হাজাৰ জোনে জোনাক বৰষে, আঙুলিৰ মূৰে মূৰে বিজুলী চমকে, চৰণৰ তালে তালে পৃথিৱী শিয়ৰে, কোমৰৰ ক্ষিণতাই বেদনাত চিঞৰি উঠে; আৰু দুই চকুৰ গভীৰতাৰ মাজত ভাহি উঠে একেটা সমুদ্র।

এইবোৰ সমুদ্র ওলাই যায়। ধেমালিতে মানুহে ইমান সাংঘাতিক কথা কৈ দিব পাৰে বুলি সি ভবা নাছিল। তাৰ বুকুত তেজবোৰ দ্রুত হয় আৰু সি ঘামি উঠে। সাবিত্রীয়ে অবাক হৈ উমাৰ ফালে চাই থাকে। নিজামে এই নিৰৰ্থক কথাবোৰ কৈ কি লাভ তাকে ভাবিবলৈ চেষ্টা কৰে। আৰু কাৰিকৰে সমুদ্রক লক্ষ্য কৰি কয়,—

তই কিয় ওলাই গৈছ মই বুজিছোঁ সমুদ্র। এতিয়াই তই উমাই কোৱা কথাবোৰ ক'ৰবাত লিখি ৰাখিবি মই নিশ্চয়কৈ জানো। বৰঞ্চ তই ভিতৰলৈ আহ। সাবিত্রীৰ আগত বহি লিখিলে তই আৰু এটা শব্দও পাহৰি নাযাব।

যাওঁতে বাটে বাটে সিহঁতে আলচি গৈ থাকে। প্রথমতে, কামৰ বাবে উপযুক্ত সময় কি হব সেই সম্বন্ধে সিহঁতৰ মাজত আলোচনা হৈছিল। সমুদ্রই কৈছিল যে দোভাগ ৰাতিৰ পাছত গলে ভাল: নিজামে কৈছিল যে আগৰাতি ভাল। যেতিয়া চিপাহী পুলিছ আটাই বিলাকে ভাত খাই উঠি বিছনালৈ যাব, তত্তালিকে সিহঁতৰ টোপনি আহিব, আৰু যিবিলাকে পহৰা দি থাকিব, সিহঁতে টোপনিয়াই থাকিব। ভাত খোৱাৰ এঘন্টা পাছৰ সময়, উৎকৃষ্ট সময়। সিহঁতে সেইটোকে থিৰ কৰিছিল। সাড়ে নটা দহটাই উৎকৃষ্ট সময়। তেনেকৈয়ে সিহঁত ওলাল।

শিৱনাথে কৈ যায়।—

মোৰ যদি ক'ৰবাত ভুল হয় তুমি শুধৰাই দি যাবা, কাৰিকৰ। মই যিখিনি জানো, সেই অনুসৰি বিমান ঘাটিটোৰ পৰিস্থিতি এনেকুৱা। খেৰৰ দীঘল ঘৰ তাত চাৰিটা। যদিও চাৰিওটা বনুৱাৰ কাৰণে সজা হৈছিল, তাত ইমান বনুৱা নাই। মাত্র একেটা ঘৰত বনুৱাবোৰ আছে। বনুৱাৰ

সংখ্যা মুঠতে এশমান হব, তাৰে কুৰিজন মান সেই খেৰৰ ঘৰত থাকে। বাকীবোৰে নিতৌ আনঠাইৰ পৰা আহে। গতিকে ৰাতি তাত কুৰি জন মানেই থাকিব। সিহঁত যুদ্ধ কৰিবলৈ অহা নাই। গতিকে সিহঁতে বিপদৰ অলপ সংকেত পালেই যেনি তেনি পলাব। তম্বু চাৰিখন। প্ৰতিখন তম্বুতে চাৰিজন মানকৈ চিপাহী থকাৰ কথা। কিন্তু মোৰ ধাৰণা যে তাৰে এখনত নিশ্চয় মাত্ৰ এজন থাকে। নহলে, অফিচাৰ জন ক'ত থাকিব?

খেৰৰ ঘৰ কেইটাত নানা ৰকমৰ মেছিনবোৰ আছে। ঘৰবোৰ পুৰিলে সেই মেছিনবিলাকো নষ্ট হব। ট্ৰেক্‌টৰকে আদি কৰি আন ভালেমান মেছিন আছে টিনৰ চালিবিলাকৰ তলত। অসংখ্য টিনপাত আৰু সেই টিন পাতৰ তলত অসংখ্য বয়বস্তু। গতিকে আমাৰ বাবে সেই টিনপাতৰ ছালিবোৰৰ যথেষ্ট আকৰ্ষণ আছে। ইমানবোৰ ট্ৰাক তাত ৰখাৰ কি অৰ্থ মই ঠিক ভাবি নাপাওঁ, তথাপি মই জানো যে তাতে অন্ততঃ কুৰিখন ট্ৰাক আছে। সেই ট্ৰাক কেইখন তাতেই কোনো খতি-খুন নোহাৱাকৈ থাকিবলৈ দিয়াৰ, আমাৰ ফালৰ পৰা, কোনো যুক্তি নাই। জীপ গাড়ী আছে তিনিখন। সেই তিনি খনবো একে কথা। সেই তিনিখন বেয়া হলে চিপাহীবোৰে সোনকালে যাতায়াত কৰিব নোৱাৰে, সেয়া ভাল কথা। টেলিফোনৰ তাঁৰ কেইদাল কাটি দিয়া সহজ কথা। ফোন আৰু জীপ গাড়ী কেইখন অচল হলে অনাতাঁৰো অচল হব। আমাৰ বাবে আৰু এটা ভাল কথা যে তাত দুবিধ সুবিধাজনক বস্তু আছে। এবিধ হ'ল পেট্ৰল! তাত বহুত পেট্ৰল জমা কৰি থোৱা আছে। আনটো হ'ল যে তালৈ অসংখ্য খেৰ অনা হৈছে বাঁহো আছে অপৰ্য্যাপ্ত। বোধ হয় আৰু অধিক ঘৰ সজা কথা আছে তাহাঁতৰ। সেই বিলাক বস্তু কামত লগাব পাৰি।

এটা কথা আমি কিন্তু বিশেষ ভাবে মনোযোগেৰে জনা উচিত। সেই ঠাইখিনি বিমান ঘাটিত পৰিণত কৰিব, গতিকে ঠাই খিনি সম্পূৰ্ণ মুকলি কৰা হৈছে। ডাঙৰ ডাঙৰ গছবন আটাইবোৰ কাটি শেষ কৰা হৈছে। জঙ্গল বুলিবলৈ ওচৰত বিশেষ একো নাই। জঙ্গল নাই কাৰণে আকৌ লুকাবৰ বাবে ভাল ঠাই নাই। ৰাতি পূব পশ্চিম ধৰিবলৈ টান, তাতে

আকৌ তৰাতাৰিৰ বাবে আকাশৰ তৰালৈ চোৱাৰো সময় নহ'ব। তথাপি কিবাকৈ ঠাই থিনিৰ হিচাব এটা ৰাখিব লাগিব। তৰাবন তাৰ পৰা পশ্চিম। আমি কোনেও যেন তৰাবনলৈ উভটিবলৈ চেষ্টা নকৰোঁ। কাৰণ চিপাহীয়ে নিশ্চয় আমাক তৰাবনৰ ফালে বিচাৰি যাব। কাম শেষ কৰি আমি পূৱলৈ আধামাইল গলে এটা নেপালী খুটি পাম। তাত এতিয়া মানুহো নাই গৰুও নাই, কিন্তু আধাভগা ঘৰ কেইটামান আছে। মোৰ বোধেৰে তালৈ সতকাই, কোনো নাযায়। যদি সম্ভৱপৰ হয় তাতেই আমি অকণমান জিৰাই শ'তই তাৰ পৰা তিনি মাইল খোজ কাঢ়ি গৈ গাওঁ এখন পাম।

য'ত বিমান ঘাটি হৈছে তাৰপৰা প্ৰায় এক ফাৰ্লং দূৰত এটা মৰাসুঁতি আছে। এতিয়া তাত পানী নাই। থাকিলেও সামান্য। সেই সুঁতিটো নেপালী খুটিৰ কাষেদি গৈছে। চিপাহী বিলাকে সেইফালে যে যাব সন্দেহ। মোৰ আশা, সিহঁতে পশ্চিমলৈ যাব, তৰাবন শিমলুৱাৰ ফালে।

আৰু মোৰ কবলগা একো নাই। সাবিত্ৰী আৰু উমা উভয়ৰে এজনো আমাৰ লগত নহ্য হলে মোৰ বেছি ভাল লাগিলহেঁতেন।

মই এটা কথা কব খোজো, কাৰিকৰে কয়। মই সঠিককৈ জানোঁ, মই দেখিছোঁ, যে তাত মাটি ভৰাবৰ বাবে পথাৰত যিবোৰ ঠাইত মাটি খান্দিছে সেই আটাইবোৰেই এই তিনিও ফালে। অৰ্থাৎ পূৱৰফালে পথাৰত মাটি কটা নাই। আমাৰ ভিতৰত যদি কোনোবাই ভাবে যে পথাৰত মাটি কাটি অনা গাঁতবোৰত লুকাব পাৰি তেনে ভুল কৰা হব। কাৰণ চিপাহীয়েও তাকেই ভাবিব। সিহঁতে প্ৰথমে সেইবোৰ ঠাইতে আমাক বিচাৰিব। সেই ঠাইবোৰ সেইবাবে আমি বাদ দিব লাগিব।

এবাৰ যদি আমি নিশ্চিন্ত হওঁ যে জুই জ্বলিব, তেনে ভালকৈ জুই উঠা সময়লৈ বাট নাচাই আমি বিমান পাৰোঁ ক্ষিপ্ৰ বেগে আঁতৰিম; যাতে জুইৰ পোহৰে আমাক ধৰা পেলাই নিদিয়ে। সেইবাবেই মই প্ৰত্যেকৰে কাপোৰবোৰ আজি ক'লা কৰি দিছোঁ। ক'লা বস্ত্ৰ নিজিলিকে। সাবিত্ৰী আৰু উমা তহঁত কোনেও মূৰৰ ক'লা কাপোৰবোৰ গুচাই নেপেলাবি।

সিহঁতে কামৰ আঁচনি ঠিক কৰি লয়। সমুদ্ৰ আৰু নিজাম একেলগে যাব। পহৰা দিয়া চিপাহী নিশ্চয় এজনৰ বেছি নাথাকে। নিজামে কিবা উপায়ে চিপাহীজনক বন্ধ কৰিব, যাতে সি গুলিয়াব নোৱাৰে, চিঞৰিবও নোৱাৰে। আটাইতকৈ দৰ্কাৰী কাম হ'ল সেইটো। সিহঁতৰ কামবোৰ আৰম্ভ কৰাৰ আগতে যদি চিপাহীবোৰে গম পায় তেনে অৱশ্যে সিহঁতে কোনো কামেই কৰিব নোৱাৰিব, আটাইবোৰ ব্যৰ্থ হব। নিজামে তাৰ কাম শেষ কৰাৰ পাছত সমুদ্ৰই জীপবিলাকত জুই লগাব। জীপবিলাক তম্বু বিলাকৰ ওচৰত আছে। গতিকে কামটো কঠিন হব। অৱশ্যে সুযোগ পালে নিজামে তাক সহায় কৰিব।

শিৱনাথ আৰু কাৰিকৰ দুয়ো ট্ৰাক বিলাকৰ ব্যৱস্থা কৰিব। এখন নহয় দুখন নহয় কুৰিখন ট্ৰাক। অকল সিহঁত দুয়ো আটাইবোৰ ট্ৰাককে নষ্ট কৰাটো ধেমালিৰ কথা নহয়। কাৰিকৰে আগেয়ে টেলিফোনৰ তাঁৰ বোৰৰ কিবা এটা ব্যৱস্থা কৰিব। তাঁৰবোৰ কাটি দিয়াৰ পাছত তেওঁ আহি শিৱনাথৰ লগ লাগিব।

সাবিত্ৰীয়ে বাঁহ আৰু খেৰখিনিৰ বন্ধৱস্ত কৰিব লাগিব। খেৰবোৰ বাঁহবোৰৰ ওচৰতে আছে, গতিকে ঠাইখিনিলৈ ঠিকমতে যাব পাৰিলে তাইৰ বাবে কামটো উজু। উমাৰ বাবে খেৰৰ ঘৰকেইটা আৰু সেই কেইটা ঘৰত থকা মেছিনবোৰ। অৱশ্যে মেছিনবোৰ তাই একো কৰিব নোৱাৰে। ঘৰবোৰ পুৰিলে মেছিনবোৰো এনেয়ে পুৰিব। তাইৰ আটাইতকৈ ডাঙৰ বিপদৰ কথা হ'ল যে তাই জুই দিব সকলোৰে শেহত। কাৰণ ঘৰত জুই লাগিলে বহুত ওপৰলৈ উঠিব জুই, চাৰিওফালে পোহৰ হৈ পৰিব। সেইবাবে তাইৰ কামটো শেষত। শেষত কামটো কৰা মানে আকৌ তাই সকলোৰে পাছত হে পলাব পাৰিব।

কিছুদূৰ একেলগে যোৱাৰ পাছত সিহঁতে ভাগ ভাগ হৈ পৰে। আটাইবোৰ দলবান্ধি যোৱাৰ পৰা বিপদ আছে। সমুদ্ৰ আৰু নিজাম আঁতৰি পৰে। সিহঁত দুয়ো একেলগে আগবাঢ়ি সুবিধামতে আকৌ দুয়ো বেলেগে আগবাঢ়িৰ।

কাৰিকৰো বেলেগ এটা ব্যটেৰে যাবলৈ ধৰে। শিৱনাথে তাৰ নিজৰ কামৰ ঠাইলে যাবলৈ ধৰে। সাবিত্ৰী আৰু উমা দুয়ো কিছুদূৰ একেলগে যোৱাৰ পাছত দুয়ো দুফালে যায়। সাবিত্ৰীৰ কাম একালে উমাৰ অন্য ফালে। এন্ধাৰৰ মাজেৰে উমানে উমানে সিহঁতে নিজৰ নিজৰ ঠাইবোৰ মনতে থিৰ কৰি লয়। সাবিত্ৰী, নিজাম আৰু কাৰিকৰৰ অলপমান সুবিধা এই খিনিতে যে ঠাইখিনিৰ কিছু ধাৰণা সিহঁতৰ আছে। উমা, সমুদ্ৰ আৰু শিৱনাথৰ সেইখিনি সুবিধাও নাই।

উমাৰ যথেষ্ট অসুবিধা হয়। ঠাইবিলাক কিবা অদ্ভুত যেন লাগে তাইৰ, যেন অতি অসমান। ক'ৰবাত নহয় ক'ৰবাত তাই উজুটি খায়। উঠি আকৌ কেই খোজ মান গলেই ক'ৰবাৰ গাঁতত পৰে। পিছ মুহূৰ্ত্তে তাইৰ ধাৰণা হয় যেন কোনোবাই তাইক দেখিলে। আকৌ থিয় হয়, আকৌ তাই যায়। ক'ৰবাত নিশ্চয় তাইৰ কিবা এটা ভুল হৈছে। তাই জানে যে টেলিফোনৰ তাঁৰ বিলাকৰ তলেদি যদি পোনে পোনে সন্মুখলৈ যায়, তেনে অলপ গৈয়ে সোঁহাতে ঘূৰিলে তাই ঘৰকেইটা দেখা পাব। অথচ এবাৰ উজুটি খাই পৰি আকৌ থিয়হৈ তাই দেখিলে তাইৰ সোঁহাতে এখন তম্বু। তাই এখন্তেকো পলম নকৰিলে, তৎক্ষণাৎ তাৰপৰা আঁতৰ হল। তাই মণি মণি চাবলৈ ধৰিলে কিবাকৈ তাঁৰবোৰ তাইৰ চকুত পৰে নেকি। কিন্তু তাৰ আৰু দৰ্কাৰ নহ'ল। এইবাৰ তাই ঘৰ কেইটাৰ আকৃতি দেখা পালে। ধৈৰ্য্য ধৰি যদি তাই চুপিচুপি যাব পাৰে, তেনে তাই ঘৰ কেইটাৰ ওচৰ পাবগৈ এতিয়া।

নিজামে সাবধানে লাহে লাহে তাৰ গন্তব্য স্থানলৈ যাবলৈ ধৰে। সি জানে সি যদি বিফল হয়, তেনে সিহঁত আটাইবোৰ বিফল হব। কেৱল বিফল হোৱাই নহয়—হয়তো সিহঁত আটাই কেইজনে মৰিব। মিছাতে মৰিব। কোনো কামত নালাগিব সিহঁতৰ এই মৰণ। তাৰ ভুল হলে কাৰো ৰক্ষা নাই। তথাপি ভাবিচিন্তি সি ভাল কাৰ্য্যকৰী এটা উপায় বিচাৰি নাপায়। ছুৰিখন তাৰ লগত আছে। পাছফালৰ পৰা ছুৰিখন পহৰাদিয়া চিপাহীজনৰ

পিঠিৰে সোমাই দিয়া তেনেই উজু কথা। কিন্তু শিৱনাথৰ কথা হ'ল পাছৰ পিনৰ পৰা ছুৰি মৰা অন্যায়। লাগিলে শত্ৰুৱেই হওক। মুখামুখি কৈ যদি যুঁজ লাগে, আৰু আনজনেও মাৰিবলৈ বিচাৰে, তেনে ছুৰিমৰাত দোষ নাই। সুবিধা পালে আন জনেও মাৰিব। তেনেকুৱা সময়ত, মাৰিবলৈ সিও এখন্তেক নাভাবে, অলপো কুণ্ঠিত নহয় ছুৰি মাৰিবলৈ। কিন্তু অসাবধান অৱস্থাত পাছৰ পৰা ছুৰি মৰাটো সম্পূৰ্ণ নিষেধ।

কোনো যুক্তি নাই, নিজামে আপোনমনে ভাবে। সি ধৰ্ম্ম কৰিবলৈ অহা নাই, ধৰ্ম্ম প্ৰচাৰ কৰিবলৈকো অহা নাই। কাম এটা কৰিবলৈ আহিছে। কামটো হ'ল মুখ্য কথা। তহঁতক যদি গুলি কৰিব লগীয়া হয়, চিপাহীয়ে ভাবি চাব নেকি গুলি তোৰ বুকুত পৰে নে পিঠিত পৰে? অযথা এটা বিপদ মাতি অনাৰ কি সকাম? যদি আন উপায়ে চিপাহীজনক অচল কৰিবলৈ যাওঁতে ক'ৰবাত কিবা এটা হয়, তেনে মৰিব কোন? সিহঁত আটাই কেইজনে মৰিব। অথচ এই সহজ কথা শিৱনাথক বুজাব নোৱাৰি।

যি ঠাইত চিপাহীজনে পহৰা দি থাকে সি সেই ঠাই আগেয় দেখিছে। চাৰিওফালৰ পৰিস্থিতিটো এবাৰ ভালকৈ লক্ষ্য কৰাৰ পাছত সি সেই ঠাইখিনি উলিয়াই লব পাৰে। সি আঠু কাঢ়ি বহে। তাৰপৰা মণি মণি দূৰলৈ চায়, কিন্তু সেই ঠাইখিনিত সি এটা ছাঁও দেখা নাপায়! এবাৰ তাৰ অলপ আচৰিত লাগে। কলৈ যাব সেই চিপাহীটো। তাতেই থাকিব নিশ্চয়। এইবাৰ সি পেট পেলাই লয়। পেটেৰে চুচৰি যাবলৈ ধৰে। গৈ সি অকণমান বনবীয়া ফুল এডালৰ কাষ পায়। সেইখিনি ঠাইৰ পৰা আৰু বেছি দূৰ নহব নিশ্চয়। সি অলপমান মূৰটো দাঙে। কেটামান টিন তাত পৰি আছে, কিন্তু সি কোনো চিপাহী দেখা নাপায়। এইবাৰ সি নিশ্চয়কৈ জানে যে তাত কোনো চিপাহী চন্তৰি নাই। সি অবাক হৈ যায়। পহৰা নিদিয়াকৈ জানো কেম্পটো থাকিব? সি আঠুকাঢ়ি বহে। ঠাই খিনি সম্বন্ধে তাৰ কিবা ভুল হৈছে নেকি সি তন্নতন্নকৈ চায়। কিন্তু এইবাৰো সি সঠিক কৈ জানে তাৰ ভুল হোৱা নাই।

তুৰন্তে তাৰ মনলৈ দুটা ভাব আহে। হয়, চিপাহীজনে সিহঁতৰ কোনোবা এজনক দেখা পাইছে, নহলে সিহঁতে ঠাই সলাইছে। সমুদ্ৰক দেখা পালে নেকি চিপাহীজনে, সি ভাবে। যদি দেখিছে তেনে সি তাৰ পাছে পাছে গৈছে হয়তো। কিন্তু পাছ মুহূৰ্ত্ততে সি সেই ভাব পৰিত্যাগ কৰে। হবই নোৱাৰে। দেখা পালে সি হুইছেল মাৰিব, কিবা ইঙ্গিত দিব; কিন্তু নিজৰ ঠাই নেৰে। তেনেহলে পহৰা দিয়া ঠাইখিনি সিহঁতে পৰিবৰ্ত্তন কৰিছে।' সি মনতে প্ৰমাদ গণিলে। এই এন্ধাৰত চুপি চুপি সি কেনেকৈ উলিয়াব ঠাইখিনি। এবাৰ সি ভাবিলে যে থিয় দি সি চাৰিওফালে নিৰীক্ষণ কৰি চাব, আকৌ ততালিকে সেই ইচ্ছা বন্ধ কৰিলে। প্ৰতি মুহূৰ্ত্তে তাৰ মনত পৰে সমস্যাটো অকলে তাৰ নহয়। সি অকলে মৰা এটা কথা, আৰু সিহঁত আটাইকেইজনে, তাৰ এটা ভূলৰ বাবে, মৰিযোৱা আন এটা কথা। আৰু সিহঁতে কেবাজনো, ছ জন, তাক বাদ দিলে পাঁচজন। সি থিয় নিদিয়ে, আঠুকঢ়া অৱস্থাতে ভাবিবলৈ চেষ্টা কৰে।

হঠাৎ সি এটা শব্দ শুনিলে। স্পষ্টকৈ নুশুনিলেও তাৰ ধাৰণা হয় সেয়া জোতাৰ শব্দ। কোন ফালৰ পৰা আহিছে শব্দটো তাকো সি অনুমান কৰিব পাৰে। সি আৰু অলপ অপেক্ষা কৰে আৰু ভাবে। এটা মাত্ৰ শব্দ। কোনোবাই খোজ কাঢ়ি আহি থাকিলে শব্দ এটাতে অন্ত নহ'লহেঁতেন। শব্দটো যদি আচলতে জোতাৰ শব্দ হয় আৰু তাৰ শুনোতে ভুল হোৱা নাই, তেনে সেয়া পহৰাদিয়া চিপাহীজন হোৱা উচিত। সি আৰু পলম নকৰে। তেনেকৈ আঠুকাঢ়ি সি সেই ফালে যাবলৈ ধৰে, আৰু চকুৰ নিমিষ নেপেলোৱাকৈ আগলৈ চাই যায়। সি যদি চিপাহীজনক দেখাৰ আগতে চিপাহীজনে তাৰ সমুখত কিবা এটা লৰি থকা দেখে, সি গুলীয়াব। তেনেকৈ অলপ সময় অহাৰ পাছত সি দূৰত চিপাহীজনৰ আকৃতিটো দেখে। আৰু অলপ বাওঁহাতেদি সি আহিব লাগিব, সি স্থিৰ কৰি লয়। তেতিয়া সি চিপাহীজনৰ ঠিক পাছ পিনেদি ওলাব পাৰিব। হাতৰ লোৰ ডাংদাল সাৱধানে লৈ সি ক্ৰমশঃ আগবাঢ়ে, আৰু অলপ যোৱাৰ পাছত পেট পেলাই অপেক্ষা কৰে।

দূৰত্বখিনি হিচাপ কৰি সি মনতে ঠিক কৰি লয়, কোনখিনিতে অতর্কিতে থিয়হৈ সি চিপাহীজনৰ মূৰত কোব মাৰিব। তাৰ হাতৰ মুঠিটো আপোনা-আপুনি টানহৈ আহে। সৰহ পৰ নাই। আৰু এখন্তেক সি ধৈর্য্য ধৰি গৈ থাকিব পাৰিলে তাৰ লক্ষ্যস্থান সি পাব।

এনেতে আকৌ সি স্তব্ধ হৈ গ'ল। গেৰেপ গেৰেপকৈ শব্দ আৰম্ভ হ'ল। খণ্ডত তাৰ ঘাম ওলাবলৈ ধৰিলে। এইবাৰ আৰু কোনো উপায় নাই। অকণো ভুল নাই যে আৰু এজন চিপাহী আহি আছে। মাত্র এজন আহিছে যেতিয়া একেবাৰে নিঃসন্দেহ যে আগৰে পৰা থকা চিপাহীজনক অব্যাহতি দি সি নিজে পহৰাত থাকিব। আহক, কুচ-কাৱাজ কৰক, আৰু যে কিমান সময় লাগিব। আনপিনে সিহঁতৰ ভিতৰৰ আন কোনেও নাজানে যে সি এতিয়াও তাৰ কামটো সমাধা কৰিব পৰা নাই। গতিকে সিহঁতে এই বিষয়ে নিশ্চিন্ত হৈ নিজৰ কামত অগ্রসৰ হব। সি বলিয়াৰ দৰে হৈ উঠে। তাহাঁতৰ গাত আজি বিপদ লাগি আছে, সি বুজি পায়। একে জাপে গৈ সি এতিয়াও ইজনৰ মূৰত এটা কোব মাৰিব পাৰে। কিন্তু সিজন ইমান ওচৰ্ পাইছেহি যে গুলি কৰাটো একেবাৰে ঠিৰাং।

অলপসময় বাটচোৰাৰ বাহিৰে উপায় নাই, সি জানে। কিন্তু মনৰ উত্তেজনাত সি আগুৱাই গৈ থাকে। চিপাহীজনৰ ওচৰলৈ আৰু বোধহয় মাত্র পাঁচ গজ আছে। হঠাৎ সি গম পালে দ্বিতীয় চিপাহীজন আচম্বিতে থামি গ'ল। এবাৰ সি মূৰ তুলি চালে। সি ইজন চিপাহীৰ পৰা মাত্র দহবাৰ গজ দূৰত, আৰু তাতেই সি বৈ গৈছে। এইবাৰ নিজামে স্পষ্ট দেখা পালে যে সিজন চিপাহীয়ে দূৰলৈ কিবা এটা চাব ধৰিছে। মুহূর্ত্ততে নিজামৰ মনত পৰিস্থিতিটো স্পষ্ট হৈ উঠে। সিজন চিপাহীয়ে নিশ্চয় তাৰ সম্মুখৰ ফালে কিবা এটা দেখিছে, আৰু ওচৰত নহয়, দূৰত। ইজনে পাছপিনে চোৱা নাই বাবে একো দেখা নাই। সি হয়তো ক'ৰবাত জুই দেখিছে, নহলে সিহঁতৰ ভিতৰৰে কাৰোবাক দেখিছে। কিবা এটা অস্বাভাৱিক দেখি সি থমকি ৰৈছে তাত আৰু সন্দেহ নাই।

নিজামে আৰু পলম নকৰিলে। আৰু ভাবি লাভ নাই। মেকুৰীৰ দৰে কোনো শব্দ নকৰাকৈ কেনেকৈ যে সি সেইখিনি ঠাই পালেগৈ সি নিজেও কব নোৱাৰিলে। তাৰ মাত্ৰ মনত আছিল যে, আগৰজন চিপাহীয়ে বন্দুকটো সাজু কৈ ধৰি আছে, আৰু পাছৰজনে এনেযে হাতত বন্দুকটো লৈ আহিছে। পাছৰজনক ধৰিবলৈ গলেই ইজনে মুহূৰ্ত্তৰ ভিতৰতে গুলি কৰিব পাৰিব, কিন্তু সিজনৰ এখন্তেক পলম হব। সি চকুৰ পচাৰতে ইজন চিপাহীৰ মূৰত লোৰ দাং ডালেৰে কোব মাৰিলে। নিজামে ইমান ক্ষিপ্ৰবেগে সিজনৰ ওচৰলৈ লৰিলে যে আগৰ জন পৰি গ'ল নে থিয় হৈয়ে থাকিল সি গম নাপালে। শব্দটো শুনি পাছৰ চিপাহীজনে মূৰ ঘূৰাযে ঠিক তাৰ সম্মুখতে নিজামক দেখিলে। তাৰ হাতৰ বন্দুকটো আধামান তোলাৰ আগেয়ে নিজামৰ কোব তাৰো মূৰত পৰিল।

এইবাৰ নিজামে সিহঁত দুয়োৰে অৱস্থা চাবলৈ ধৰিলে। পাছৰ জন চিপাহী নমৰে, নিজামে সিদ্ধান্ত কৰে। কোবটো তাৰ কাণৰ কাষেদি পৰিছে, মূৰটো অৱশ্যে ফাটিছে। কিন্তু সিহঁতৰ যে ভাল ডাক্তৰ আছে নিজামে জানে। প্ৰথমটোৰ কথা সি ঠিক ধৰিব নোৱাৰিলে। তেওঁয়াও সি মৰা নাই, কিন্তু কোবটো পৰিছিল তাৰ মূৰৰ সোঁমাজতে। মূৰটো দুফাল হোৱা নাই হয়তো, কিন্তু হোৱা যেন লাগে।

তাৰ নিজৰ নিশ্বাসবোৰ অতি ঘন হৈছে। তথাপি সি বিশ্ৰাম লব নোৱাৰে। সি থিয় দি তাৰ পাছ পিনে চায়। চিপাহীজনে সেই পিনেই কিবা এটা দেখিছিল। প্ৰথমে সি একো দেখা নাপায়। ভালকৈ চোৱাৰ পাছত সিও দেখা পায়। নীলা এদাল তাঁৰ যেন ক্ৰমশঃ এমূৰৰ পৰা আনমূৰলৈ বিয়পি যাবলৈ আৰম্ভ কৰিছে। সেয়া নীলা তাঁৰ নহয়, সি জানে; তাঁৰৰ মাজৰ বিজুলীৰ দৰে কিবা পোহৰ। কাৰিকৰে হয়তো কিবা এটা উলিয়াইছে। এখন ট্ৰাকৰ পৰা সিখনলৈ কিবাকিবি এটা বান্ধিছে নিশ্চয়। নিজৰ মনটো তাৰ আনন্দেৰে ভৰি পৰে। তৰ মূল কামটো হ'ল। এইবাৰ গৈ সি সমুদ্ৰৰ কামত সহায় কৰিব লাগিব।

# ষোল

প্ৰথমতে সাবিত্ৰীৰ মনটো অলপ ক্ষুণ্ণ হৈ গৈছিল। এনেয়ে সিদিনাখন দুপৰীয়া তাইৰ মূৰত বজ্ৰপাত হৈছে, তাইৰ দেউতাক ৰূপৰাম বন্দুকৰ গুলিত মৰিছে। তাইৰ ধৈৰ্য্য দেখি মানুহে বিচুৰ্ত্তি খাইছিল। এফালে যিমানে দুৰন্ত শোকত তাইৰ বুকুখন ভাঙি চূৰমাৰ হৈ গ'ল, আনফালে তিমানে তাইৰ মনটো কঠোৰ হ'ল। সিহঁত দুয়োৰে একেটা ব্ৰত আছিল। তাইৰ দেউতাকে ব্ৰত পালন কৰি গ'ল। গতিকে যিমানে তাইৰ শোক গুৰুতৰ নহওক কিয়, তাই নিজকে সংযত কৰি লয়। নিজৰ বিপদ আৰু ভাগ্য-বিপৰ্য্যয়ৰ কথা চাৰিওফালে কৈ হাহাকাৰ কৰি ফুৰিব, তেনে স্বভাবেই তাইৰ নহয়। তাই নিজৰ শোক নিজেই দমন কৰে।

সেই বাবে তাই যদিও ক'তো এটা হানিবিথিনি নোহোৱাৰ দৰে হাঁহিমাতি স্বাভাৱিক ভাবে শিৱনাথহঁতৰ লগত কথা পাতিলে, তাইৰ এটা দুৰ্জয় আকাঙ্ক্ষা আছিল। অতিপাত দুৰুহ কাম এটা তাইৰ ওপৰত পৰক, যাতে সেই কাম সমাধান কৰোঁতে তাইৰো মৃত্যু ঘটে। শিৱনাথে তাইৰ ওপৰত যি কামৰ ভাৰ দিলে তাত তাই সন্তুষ্ট নহ'ল। তাৰ উপৰিও, তাইৰ মনত যেন এটা অজানা অভিলাষ আছিল, সমুদ্ৰৰ লগত কাম কৰিবলৈ। সমুদ্ৰৰ লগত কাম কৰি থাকোঁতে তাইৰ যদি মৃত্যু হয়, তাইৰ যেন অতি ভাল লাগিব। কিন্তু, কঠোৰ কামো নহ'ল, সমুদ্ৰৰ লগে লগে যোৱাও নহ'ল। সেইবাবে তাইৰ মনটো গধূৰ হৈ পৰিছিল। তথাপিও শিৱনাথৰ কথাবোৰ তাইৰ মনত আছিল। সি কৈছিল,—

দেখোতে সহজযেন লাগে, সাবিত্ৰী। কিনো কথা, খেৰ আছে বাঁহ আছে। তাত জুই লগাই দিয়াটো এটা কথাৰ কথানে? কিন্তু কিমান বাঁহ আৰু কিমান খেৰ তাত আছে তুমি কল্পনা কৰিব নোৱাৰিবা। আৰু বাঁহবোৰ একেটা দ'মতে জানো? হাজাৰ হাজাৰ বাঁহ কেবাটা দ'মত আছে। আটাই বিলাকতে জুই দিয়া তেনেই উজু নহয়। এই কথা মনত ৰাখিলে তোমাৰ সুবিধা হব।

তাইৰ মনত আছে সেই কথা। আহোঁতে তাইৰ খুব বেছি অসুবিধা হোৱা নাই। তাইৰ কপাল ভাল যে চুপি চুপি আহি তাই ঠিক বাঁহৰ দ'মবিলাকৰ ওচৰতে ওলাল। তাই ভালকৈ চাই ললে। তাৰ পাছত তাই সঁচাকৈয়ে অবাক হৈ গ'ল। ইমানবোৰ বাঁহৰ দ'ম। এই আটাইবোৰ দ'মতে জুই লগোৱাৰ সাধ্য তাইৰ বোধহয় নাই। অন্ততঃ ইমান কম সময়ৰ ভিতৰতে তাই নিশ্চয় নোৱাৰে।

তাৰ বাহিৰেও তাইৰ সবাতোকৈ অসুবিধা হ'ল খেৰবিলাকৰ বাবে। খেৰবিলাক বাঁহৰ পৰা যথেষ্ট দূৰত্ব। সেই দূৰৰ পৰা কোনো শব্দ নকৰাকৈ আঠু কাঢ়ি কাঢ়ি খেৰবোৰ আনি বেলেগ বেলেগ দ'ম বোৰত জলকৈ লগোৱাটো তাইৰ পক্ষে প্ৰায় অসম্ভৱ যেন লাগিল আৰু সিহঁতৰ হাতত সময়, প্ৰথমৰে পৰা আৰম্ভ কৰি মাত্ৰ আধা ঘন্টা।

প্ৰথমতে দুবাৰমান তাই হাতেৰে খেৰবিলাক কঢ়িয়াবলৈ ধৰিলে। কিন্তু তাই দেখিলে যে তেনেকৈ নিব লাগিলে তাইৰ কেবাঘন্টা সময় লাগিব। তাইৰ মনত এটা বুদ্ধি খেলালে। তাই যদি তাইৰ গাৰ চাদৰ খনেৰে দহোটামানকৈ খেৰৰ মুঠি বান্ধি লব পাৰে, তেনে দহবাৰমান নিব পাৰিলেই তাই খেৰবোৰ বাঁহৰ দ'মৰ ওচৰত থব পাৰিব। তাৰ পাছৰ খিনি সংক্ষেপ।

অৱশেষত তাই তাকেই কৰিলে। খেৰৰ মুঠি দহোটামানকৈ চাদৰ খনেৰে বান্ধি তাই বাঁহবিলাকৰ ওচৰলৈ টেনবাই নিবলৈ ধৰিলে। খেৰবোৰ নি তাই প্ৰতিটো বাঁহৰ দ'মতে দুয়োফালে গুজি গুজি দিলে। তাই দেখিলে যে বাঁহৰ দ'মবোৰ দূৰে দূৰে, গতিকে এঠাইত জুই লগালে আটাই বিলাকলৈ

জুই বিয়পি নাযায়। কিন্তু দুই তিনিটা দ'মলৈ যাব, যদি তাই খেৰৰ লৈঠাৰি কৰি দিব পাৰে। তাইৰ উৎসাহ ক্ৰমান্বয়ে বাঢ়ি গ'ল। যিমানেই ভাগৰত তাই উশাহ লব নোৱাৰা হ'ল তিমানেই তাইৰ উৎসাহ বাঢ়িল। আৰু মাত্ৰ দুবাৰ, যদি এই দুবাৰ তাই খেৰখিনি নিব পাৰে, তেনে তাৰ পাছত এক দৌৰে তাই তিনি চাৰি ঠাইত জুই দি পলাব পাৰিব।

এবাৰ তাই আগলৈ চালে। তাইৰ সন্মুখতে বিস্তীৰ্ণ পথাৰ খন। এই বিস্তীৰ্ণ পথাৰ খনৰ মাজত ক'ত যে কিবোৰ কাম হব ধৰিছে তাই ধৰিব নোৱাৰে। কিছুদিন আগেয়ে এই পথাৰতে ৰাতিও কাম চলিছিল তাই জানে। এতিয়া যে ৰাতি কামকৰা কিয় বন্ধ হ'ল তাই কব নোৱাৰে। বোধ হয় পকাৰ কামবোৰ শেষ হৈ গৈছে। সেই ঠাইৰ পৰা অলপদূৰত এটা ঘৰ আৰম্ভ হৈছে। সেই ঘৰটো শেষ হলে বোধ হয় ইয়াতে এৰোপ্লেন নামিবলৈ আৰম্ভ কৰিব।

হঠাৎ তাইৰ মনত খেলায় যে সেই ঘৰটো পুৰি শেষ কৰি দিব পৰা হলে নিশ্চয় ভাল আছিল। দহোটামান খেৰ যদি তাই তালৈ লৈ যাব পাৰে, কিজানিবা তাই পুৰি ছাই কৰি দিব পাৰে ঘৰটো। তাই মনতে সিদ্ধান্ত কৰি লয় যে তাতে তাই এবোকোচা খেৰ থৈ আহিব। প্ৰথমতে বাঁহবোৰত জুই দি যদি তাই সময় আৰু সুবিধা পায় তেনে সকলো কামৰ শেষত আই জুই লগাই দি দৌৰিব। তাই অৰাতাৰি আকৌ খেৰ বান্ধিবলৈ ধৰে। প্ৰথমতে দুবাৰ নিব লাগিব বাঁহৰ ওচৰলৈ, তাৰ পাছত অন্য কথা।

তাৰ পাছত তাই থমকি ৰৈ যায়। আচম্বিতে তাইৰ কাণলৈ এটা শব্দ আহে। বেছি পৰ তাই বাট চাব নালাগিল। তাইৰ আগফালৰ পৰা চিপাহী এজন আহি আছে, তাত কোনো সংশয় নাই। যিখিনি ঠাইত তাই আছে তাৰ পৰা এখোজ দূৰলৈ গলেও তাইৰ ছাঁ সি দেখিব, বা তাইকে দেখিব নিশ্চয়। যাবলৈ আৰু সময় নাই। তাই মাটিত বাগৰি পৰে। তাৰ পাছত খেৰবোৰ দুই এটাকৈ আঁতৰাই তাই খেৰৰ মাজত সোমাই পৰিবলৈ যত্ন কৰে। চাৰিটামান খেৰ তাইৰ গাত ঢাকি লোৱাৰ পাছতেই তাই গম

পায়, চিপাহীজন তাইৰ তেনেই ওচৰ পাইছেহি। তাই আৰু গা নলৰায়। গাত তাইৰ চাদৰখনো নাই। তাইৰ পেটত, ভৰিত, হাতত আৰু গালত খেৰবোৰে আচোৰে। তথাপি তাই তেনেকৈয়ে প্ৰায় উশাহ বন্ধ কৰি পৰি থাকে। চিপাহীজনে অলপমান ভালকৈ চালেই তাই ধৰা পৰি যাব, তাত তাইৰ কোনো সন্দেহ নাথাকে। কিন্তু উপায় নাই যেতিয়া তাই পৰি থাকে।

চিপাহীজন আহি তাইৰ ওচৰ পায়, এবাৰ সি ৰয়, আকৌ আগবাঢ়ে। তাৰ ধাৰণা হৈছিল সি যেন কিবা এটা দেখিছিল ঠিক সেইখিনি ঠাইতে। যেন ডাল পাত কাটি লঠা কৰা এটুকুৰা গছ। যেন গছ টুকুৰা লৰিছিল। প্ৰথমতে তাৰ ধাৰণা হৈছিল যেন আগ নোহোৱা গছ টুকুৰাৰ ওপৰত এটা ক'লা মেকুৰী বহি আছে। মেকুৰীজনীয়ে মূৰ লৰায়, নেজ লৰায়, অথচ তাই যাবলৈ হলে যেন গছটুকুৰা লগতে লৈ যায। তথাপি সি জানে, তাত গছৰ টুকুৰা থকাৰ কথা নহয়, যদি বনুৱা বিলাকে ক'ৰবাৰ পৰা টুকুৰাটো আনি তাত পেলাই থৈ যোৱা নাই। তথাপি তাৰ মনটোত কিবা এটা কৌতূহল হয়। সি আকৌ আগুৱাই আহে। আৰু গছটুকুৰা ক'লৈ গ'ল বিচাৰিবলৈ ধৰে। হঠাৎ মাটিতে পৰি থকা খেৰ এটাত উজুটি খাই সি প্ৰায় পৰি যায়। আৰু তাৰ আপোন আপুনি খং উঠে। খেৰটো হাতেৰে সি ভাঙ্গি মুচৰি আকৌ খেৰৰ দ'মটোত পেলাইদি সি তাৰ বুটজোতাৰে দ'মটোত কেইটামান গোৰ মাৰে। প্ৰতিটো গোৰ সাবিত্ৰীৰ গাতে পৰে তথাপি তাই উশাহ নোলাৱাকৈ পৰি থাকে। গোৰ মাৰোঁতে মাৰোঁতে তাৰ অলপ ভাগৰ লাগে, আৰু সি খেৰৰ দ'মটোতে আঁউজি বহে। পাছ মুহূৰ্ত্ততে সি জাপ মাৰি উঠে। কাৰণ সি বহিছিল সাবিত্ৰীৰ মূৰটোৰ ওপৰতে। কিবাকৈ তাইৰ চুলিৰ পিন এটা ওলাই আছিল। আৰু পিনটোৱে তাক বিন্ধি দিয়ে। সি থিয় দি পাছফালে তাৰ পেন্টটো মোহাৰি মোহাৰি ভোৰ ভোৰাই গুচি যায়। খন্তেক পাছতে সাবিত্ৰী উঠি বহে। উঠিয়েই তাই সন্মুখলৈ চায়। তাই দেখে যেন নীলা জুইৰ শিখা এটা বহুত দূৰত গাঁতৰ ওপৰেদি বাগৰি ফুৰিবলৈ ধৰিছে। আতঙ্কত তাই শিয়ঁৰি উঠে। তাই যদি দেখিছে, চিপাহীজনেও দেখিব। দেখা মাত্ৰকে সি তালৈ যাব।

তাক কেনেকৈ ঘূৰাই আনিব পাৰি, তাই চিন্তা কৰিবলৈ ধৰে। সি গৈ বেছি দূৰ পোৱা নাই নিশ্চয়। তাই মণি মণি চাবলৈ ধৰে। তাৰ পাছত এবাৰ তাক দেখা পায়। তাই চোৱাৰ দৰে সিও এঠাইত থৰ হৈ থিয় দি সম্মুখৰ নীলা আভাটোৰ পিনে চাই আছে। তাই ছোৱালী মানুহ, গতিকে চিপাহীজনক ঘূৰাই তাইৰ ওচৰলৈ অনাটো তাই অতিশয় টান হব বুলি নাভাবে। কিন্তু তাৰ পাছত? তাৰ পাছত তাই এই এন্ধাৰ ৰাতি চিপাহীৰ হাতৰ পৰা নিজকে কেনেকৈ ৰক্ষা কৰিব? তাইৰ নিজৰ কামটো তাই কেনেকৈ সমাধা কৰিব? তাই তাইৰ কোমৰত খেপিয়াই চায়, দীঘল চোকা ছুৰিখন আছেনে নাই। ছুৰিখন ঠিকেই আছে। তাই চিপাহীজনক খেৰৰ দ'মটোৰ ওচৰলৈ আনিব পাৰে আৰু তাৰ পাছত ছুৰিখনেৰে পেটতে হওক বা পিঠিতে হওক যদি তাক আঘাত কৰিব পাৰে, তেনে সি কিছু সময় নিশ্চল হৈ থাকিবলৈ বাধ্য আৰু ভাল ঠাইত আঘাত কৰিলে সি চিঞৰিবও নোৱাৰা হব, যদিও সি নমৰে। তাৰ পাছত চাৰিওফালে জুই জ্বলিলে সি যেনিতেনি দৌৰিব। আৰু যদি জুই জ্বলাৰ পাছত সি উঠিব নোৱাৰে, তেনে সি মৰিব। তাই ডিঙিৰে কিবা এটা উপায়েৰে উচুপি কন্দাৰ দৰে শব্দ কৰে। তাই লক্ষ্য কৰে যে চিপাহীজনে মূৰ ঘূৰায়। তাই আকৌ উচুপনিৰ শব্দ কৰে। চিপাহীজন তাইৰ ফাললৈ আহিবলৈ ধৰে। সুবিধা পোৱা মাত্ৰকে তাই ছুৰিখন কেনেকৈ কামত লগাব, তাই ভাবিবলৈ ধৰে। এনেকুৱা এটা ঠাই য'ত ছুৰিৰে অকণমান আঘাত কৰিলে সি অচেতন হব, অথচ নমৰে।

কোনো ৰকমৰ উত্তেজনা নোহোৱাকৈ সুস্থিৰ ভাবে কাৰ্ত্তিকৰে তঁাৰৰ পাছত তঁাৰ জোৰা লগাই যায়। শিৱনাথ কিন্তু অস্থিৰ হৈ পৰে। প্ৰতিটো মুহূৰ্ত্ত তাৰ মনত একোটা যুগ যেন লাগে। কাৰ্ত্তিকৰ কোনো উপদেশ দি লাভ নাই, তাৰাতাৰি কৰিবলৈ কোৱাৰো কোনো মূল্য নাই। কাৰণ যিমান তাৰাতাৰি কৰা সম্ভৱপৰ, তেওঁ এনেয়ে নোকোৱাকৈয়ে কৰিব। অথচ মুহূৰ্ত্তবোৰ গৈ আছে। সি আৰু ধৈৰ্য্য ধৰিব নোৱাৰে। আৰু মাত্ৰ পাঁচটা মিনিট। ইয়াৰ ভিতৰতে যদি সিহঁতৰ কাম শেষ নহয় তেনে আজি সকলোবোৰ অথলে যাব।

তথাপি সি নিৰাশ নহয়। পাঁচ মিনিটৰ ভিতৰতে কাৰিকৰৰ কাম শেষ হ'ব নিশ্চয়। আৰু মাত্ৰ চাৰিদাল তাঁৰ। নিশ্চয় হ'ব। ইতিমধ্যে থাঁহৰ ওপৰত টোপ টোপ কৈ পেট্ৰল পেলাই দি থোৱা হৈছে। পেট্ৰলৰ নীলা জুইবোৰ মুহূৰ্ত্তৰ ভিতৰতে বিয়পি পৰিব। তিমানেই তাহাঁতক লাগে। কাৰিকৰৰ মতে ইয়াৰ কোনো আৱশ্যক নাই। পেট্ৰল নোহোৱাকৈয়ে সিহঁতৰ কাম হ'ব। শিবনাথে কিন্তু দুয়োটা উপায়কে অবলম্বন কৰা সিদ্ধান্ত কৰে। এটাই কাম নকৰিলে আনটোৱে কৰিব। এই বিলাক কামত অকণমান ভুল হলেই সমগ্ৰ ভুল হ'ব, আটাইখিনি নষ্ট হৈ যাব।

এবাৰ হঠাৎ তাৰ মনটো বেয়া লাগি উঠে; ক'ৰবাত যেন কিবা এটা আশঙ্কা জাগি উঠে। সিহঁত আটাই কেইজনে সেইখন পথাৰতে নানা ঠাইত নানা কাম কৰি আছে। ক'ৰো পৰা এধানিমান শব্দ এটাও হোৱা নাই। মাত্ৰ, খন্তেক আগতে সি মৃদু শব্দ এটা শুনিছিল, গছৰ পাতৰ মাজেৰে বৈ অহা বতাহৰ শো শোৱনি শব্দৰ দৰে, কিম্বা এটা মিহি সৰু শব্দ। তাৰ পাছত আৰু কোনো শব্দ নাই। ক'তো একো হানিবিঘিনি নোহোৱাকৈ, বিপদ অসুবিধা নোহোৱাকৈ প্ৰত্যেকৰে কাম হৈ আছে জানো? কিন্তু সি ততালিকে সেই চিন্তা বাদ দিয়ে। কাৰিকৰ আৰু সি যদি দুয়ো অন্তপৰে একো অঘটন নোহোৱাকৈ কাম কৰিব পাৰে, তেনে আন কেইজনে নোৱাৰিব কিয়! উমাৰ কাৰণেও তাৰ চিন্তা হয়। সিহঁত আটাই কেইজনৰে ভিতৰত কেৱল উমাৰ এইখিনি ঠাইৰ কোনো ধাৰণা নাই। তাই দিনত কোনো দিনেই ইয়ালৈ অহা নাই। তাই জানো কিবাকৈ তাইৰ নিজৰ ঠাইখিনি বিচাৰি উলিয়াই লব পাৰিছে! পাৰিছে নিশ্চয়, নহলে ইমান সময় তাই ক'লৈ যাব, ক'ত থাকিব!

তেনেতে শব্দ হ'ল— বন্দুকৰ গুলিৰ শব্দ। একেলগে দুটা গুলিৰ শব্দ। একমুহূৰ্ত্তৰ বাবে শিবনাথ স্তম্ভিত হৈ যায়। তাৰ পাছত শব্দটো অনুসৰণ কৰিবলৈ চেষ্টা কৰে। সি অকণমান বাহিৰলৈ ওলাই আহি চাৰিওফালে চাবলৈ ধৰে। দূৰত পথাৰখনৰ সিমূৰে জুইৰ শিখা অকণমান দেখা যায়। তাৰ ধাৰণামতে সেইখিনি ঠাইতে সাবিত্ৰী থাকিব লাগে। তাৰপৰা কিছুদূৰত য'ত খেৰৰ ঘৰকেইটা আছে তাত সি একো দেখা নাপায়। হয়তো উমাই

গৈ সেইখিনি ঠাই পোৱাই নাই, আৰু নহলে ইচ্ছা কৰিয়ে তাই ঘৰত জুই লগাই দিয়া নাই। তাত সমুদ্ৰ আৰু নিজাম থকাৰ কথা। সেইখিনি ঠাইতে যে কিবা এটা হৈছে, শিৱনাথে নিশ্চিত কৈ জানে। সি আকৌ ভিতৰলৈ গৈ কাৰিকৰক কয়,—

তোমাৰ হ'ল, জানো কাৰিকৰ?

মোৰ হৈ গ'ল,— কাৰিকৰে উত্তৰ দিয়ে। দহচেকেণ্ডৰ ভিতৰত মই ইয়াৰপৰা ওলাই যাব পাৰোঁ। পেট্ৰলৰ ড্ৰামটোলৈ তই সংযোগটো ঠিক কৈ দিছ যদি এই মুহূৰ্ত্ততে তই ইয়াৰ পৰা ওলা। মই দহচেকেণ্ডৰ পাছত ইয়াৰ পৰা গৈ সমুদ্ৰৰ সেইখিনি পাম গৈ; শব্দটো মইও শুনিছোঁ।

বাধা দি শিৱনাথে কয়,—

শুনা কাৰিকৰ। এই মই ইয়াৰ পৰা গলোঁ। প্ৰতিটো কথা দুবাৰকৈ কবলৈ সময় নাই। মই সমুদ্ৰ-নিজামৰ ওচৰলৈ যাওঁ। তাত কিবা এটা নিশ্চয় হৈছে। খেৰ আৰু বাঁহত জুই লাগি উঠিবলৈ ধৰিছে। বোধহয় এতিয়া ঘৰ বিলাকতো লাগিব। তুমি ইয়াত মুহূৰ্ত্তমাত্ৰ পলম নকৰিবা, কাৰো বাবে বাট নাচাবা, আৰু পোনে পোনে দৌৰিবা।

শিৱনাথ ওলাই যায়। তম্বুবিলাকৰ ওচৰতে মানুহৰ মাত সি শুনিবলৈ পায়। উত্তেজিতভাবে কোনোবাই কাৰোবাক হুকুম দি আছে। সি এবাৰ থিয় হৈ অকণমান দৌৰে আৰু তাৰ পাছত পেট পেলাই মাটিত বাগৰি পৰে। মাটিত পেট পেলাই অকণমান আগুৱায় আকৌ উঠি এবাৰ লৰ মাৰে। তীব্ৰ পোহৰবোৰ সি দেখা পায়, বোধহয় চিপাহী বিলাকে টৰ্চ্চ মাৰি চাৰিওফালে চাইছে। বন্দুকৰ গুলি যদি সমুদ্ৰ বা নিজাম কোনোবা এটাৰ গাত লাগিছে তেনে সিহঁতৰ আৰু কোনো উপায় নাই। খন্তেকৰ ভিতৰতে সিহঁতক চিপাহীবোৰে ধৰি পেলাব। সেই মুহূৰ্ত্ততে সি আকৌ শব্দ শুনে, পথাৰৰ সিমূৰৰ পৰা আহিছে এই শব্দ। এবাৰ মূৰ তুলি সি তাৰ পাছৰ ফালে চায়। পথাৰৰ সিমূৰত জুই জ্বলি উঠিছে। বাঁহবোৰত জুই লাগি বাঁহবোৰ ফাটি যাবলৈ আৰম্ভ কৰিছে। মনতে তাৰ ভাল লাগে। এইবাৰ নিশ্চয় চিপাহীবোৰে সেই পিনে মনোযোগ দিব। সি আকৌ আগুৱাবলৈ

ধৰে। আৰু সৰহপৰ নাই, সি গৈ জীপ বিলাকৰ ওচৰ পাব। তালৈ গৈ ক'ত সি দুয়োটাকে বিচাৰি পাব, সি কব নোৱাৰে। তথাপি সি চেষ্টা কৰিব। একেলগে, দুটা গুলিৰ শব্দ, আৰু সিহঁত মানুহো দুজন। শিৱনাথৰ মনত আতঙ্ক জন্মে।

অলপ যোৱাৰ পাছতে শিৱনাথে আকৌ পেট পেলাই পৰে। কোনোবাই তাক মাতিছে সি শুনি পায়। তেনেকৈয়ে অকণমান যোৱাৰ পাছত সি সমুদ্ৰক লগ পায়। সমুদ্ৰক লগ পায়। সমুদ্ৰই পেট পেলাই পৰি আছে। সমুদ্ৰই কয়,—

সিপিনে আগ নেবাঢ়িবি শিৱনাথ। দুজন চিপাহী সৌখিনিতে আছে। নিজামৰ ওপৰত সিহঁতৰ টৰ্চ্চৰ পোহৰ যে কিয় পৰা নাই মই ভাবি নাপাওঁ। গুলিটো তাৰ গাৰ কোনখিনিতে পৰিছে, তাকো নাজানোঁ। অকণমান সময় পোৱা হলেই আমাৰ কাম হৈ গলহেঁতেন। তাঁৰ দুডাল ওলাইয়ে আছে, আৰু দহচেকেণ্ড পোৱা হলে! কিন্তু হঠাৎ সিহঁতে গুলীয়ালে।

সেই কাম মোৰ, সমুদ্ৰ— শিৱনাথে কয়। নিজাম কোনখিনি ঠাইত পৰি আছে'? তোৰ গাত গুলি লগা নাইতো'?

মোৰ একো হোৱা নাই,— সমুদ্ৰই কয়। নিজাম সৌখিনি ঠাইতে থাকিব লাগে। তাতেই সি পৰি গৈছিল। তই যদি পাৰ তাক বিচাৰি চা, চিপাহী দুজন অলপমান আঁতৰি নগলে নোৱাৰিধি। মই সেই সুযোগৰ বাবেই বাট চাই আছোঁ।

শুন সমুদ্ৰ— শিৱনাথে কয়। কাৰিকৰকো এই মাত্ৰ মই এই কথাকে কৈ আহিছোঁ। কথাবোৰ দুবাৰকৈ কোৱাৰ সময় নাই। তই এই মুহূৰ্ত্তে ইয়াৰ পৰা আঁতৰি যা! নিজাম যে জী আছে, সন্দেহ। এতিয়াই এই গোটেইখন পথাৰ জুইয়ে ছানি পেলাব। গোটেইখন পথাৰ পোহৰ হৈ উঠিব। তৰ্ক নকৰিবি। এই মুহূৰ্ত্তে যা। কাৰো বাবে ক'তো বাট নেচাবি।

শিৱনাথে পেট পেলাই আগুৱাই যাবলৈ ধৰে। পথাৰৰ সিমূৰত বাঁহবিলাক সঘনে ফাটিবলৈ ধৰে আৰু শিৱনাথৰ কাণ তালমাৰি ধৰে। কোনোফালে

ভ্ৰূক্ষেপ নকৰাকৈ সি আগুৱাই যায়। অন্ততঃ দুজন চিপাহীযে বাঁহৰ দ'মবিলাকৰ ফালে যাবলৈ ধৰিছে, সি গম পায়। বুটজোতাৰ শব্দ হৈছে, দুজন চিপাহী সেই ফালে দৌৰিছে নিশ্চয়। সি নিজকে কিছু নিৰাপদ বুলি ভাবে। সি আহি জীপবিলাকৰ ওচৰ পায়হি প্ৰায়। প্ৰথমতে জীপ কেইখনৰ এটা ব্যৱস্থা কৰিব পাৰিলে সি নিজামক বিচাৰিব। কিন্তু সি আচৰিত হৈ দেখিলে যে জীপৰ ওচৰত বন্দুকলৈ থিয় হৈ আছে এজন চিপাহী।

সি অকণমান ৰয়। তাৰ লগত মাত্ৰ দুটা হাতবোমা আছে। এজনতকৈ বেছি চিপাহী যদি তাত আছে তেনে তাৰ বোমা কোনো কামত নালাগিব। তাৰ বাহিৰেও উভটি যাওঁতে বোমাদুটাৰ প্ৰয়োজন তাৰ হব পাৰে। কিন্তু পাছৰ কথা পাছত। সি হাতবোমা দুটা সাজু কৰি ললে। কিবাকৈ যদি বোমাটো চিপাহীজনৰ গাত নালাগে তেনে সি মৰিল। সি চিপাহীজনৰ ফালে ভালকৈ চায় আৰু এটা বোমা তাৰ গালৈ মাৰি পঠিয়ায়! বোমাটো তাৰ বাউসীত পৰে। সি বিকট চিঞৰ মাৰি বন্দুকটো তুলি গুলি কৰে। অৱশ্যে গুলি কাৰো গাত নালাগি ওপৰলৈ যায়। শিৱনাথে দ্বিতীয় বোমাটো মাৰি পাঠিয়ায়। চিপাহীজনৰ বন্দুকটো মাটিত বাগৰি পৰে। চিপাহীজনো পৰি যায়। পাছ মুহূৰ্ত্ততে সি উঠি দৌৰিবলৈ চেষ্টা কৰে; কিন্তু অলপ দূৰ যোৱাৰ পাছতে সি আকৌ মাটিত ঢলি পৰে। পাছৰটো বোমা বোধ হয় তাৰ মুখতে পৰিছে! শিৱনাথে জীপ কেইখনৰ ওচৰলৈ গৈ ততালিকে পেট্ৰল ঢালি তাত জুই লগাই দিয়ে।

বাহিৰলৈ ওলাই আহি সি আনন্দতে অবাক হৈ যায়। মানুহৰ কোঢ়ালত পথাৰখনত খলক লাগি উঠিছে। বাঁহ আৰু খেৰৰ দ'ম বিলাকত পূৰ্ণ ভাবে জুই জ্বলি উঠিছে আৰু এমূৰৰ পৰা জুইয়ে বাঁহখেৰবোৰ গ্ৰাস কৰি নিবলৈ আৰম্ভ কৰিছে। খেৰৰ ঘৰ বিলাকত জুই জ্বলি উঠিছে। যিখিনি বনুৱা তাত আছিল, সিহঁতে তাৰ পৰা ওলাই জুই নুমাবলৈ কোনো চেষ্টা নকৰি যিয়ে যিপিনে পাৰে পলাবলৈ চেষ্টা কৰিছে। সেই খিনিতে আছিল উমা। শিৱনাথে আপোনমনে হাঁহে। উমাই তাইৰ কাম সম্পূৰ্ণ কৰিছে। ঘৰৰ জুইয়ে গোটেই খন পথাৰ পোহৰ কৰি তুলিছে। তাই শেষ মুহূৰ্ত্তলৈ বাট চাই, ঘৰ কেইটাত জুই দিছে। শিৱনাথে আপোনমনে কৈ যায়,—

তুমি পাৰ্ব্বতী নহয় জানো? পাৰ্ব্বতী, হৈমবতী। আৰু মই তোমাক ভাল পাওঁ। তুষাৰৰ দৰে তুমি শুভ্ৰ, নৈৰ দৰে তোমাৰ তৰঙ্গ। তোমাক মই ভাল পাওঁ।

সি আকৌ বাগৰি পৰে। তুমুল শব্দ হয়। ক'ৰবাত যেন ভীষণ ভূমিকম্পত পাহাৰবোৰ বাগৰি পৰিছে। সেই ট্ৰাক বিলাক হৰ, সি ভাবে। ট্ৰাকবোৰ ভাঙি চূৰমাৰ হৈ গৈছে বোধ হয়। পাছলৈ এবাৰ ঘূৰি চাই সি দেখে জীপবিলাকৰ পৰা ধোঁৱা ওলাবলৈ ধৰিছে। আৰু মাত্ৰ কেইটামান মুহূৰ্ত্ত! তাৰ পাছত ইয়াত থাকিব ভস্মস্তূপ।

তাৰ নিজৰ বাবে পৰিস্থিতিটো ভয়াবহ হৈ উঠে। চাৰিওফালে ইমান পোহৰ যে তাৰ আৰু পলাবৰ কোনো উপায় নাই। তথাপি এই মুহূৰ্ত্ততে যদি সি পলাবলৈ চেষ্টা কৰিব পাৰিলেহেঁতেন, হয়তো সি তাৰপৰা ওলাই যাব পাৰিলেহেঁতেন। কিছু আঁতৰলৈ যাব পাৰিলে, তাৰ পাছে পাছে তাক বিচাৰি কোনো নাযায়। সেই কথা সি জানে। আৰু বৰ্ত্তমান গোটেইখন পথাৰতে খলক লাগি উঠিছে, কোন কোনফালে দৌৰিছে তাৰ কোনো ঠিক নাই। এবাৰ থিয় দি এবাৰ পেট পেলাই সি কিছুদূৰ যাব পাৰিলে, তাৰ কিজানি আৰু বিপদ নাই। কিন্তু নিজাম তাতে আছে। তাতেই ক'ৰবাত পৰি হয়তো সি মৰি আছে। হয়তো মৰা নাই। নিজামক সি বিচাৰি উলিয়াব লাগিবই।

সমুদ্ৰই আঙুলিয়াই দেখুৱাই দিয়া ঠাইখিনি তাৰ মনত আছে। সি সেই ফালে যাবলৈ ধৰে। ইতিমধ্যে জীপগাড়ী কেইখনত জুই জ্বলি উঠিছে আৰু সেই ঠাইখিনি পোহৰ হৈ উঠিছে। শিৱনাথে মাটিতে পেট পেলাই পৰে। তেনেকৈ গলে অন্ততঃ দূৰৰ পৰা তাক কোনেও দেখা নাপায়। কিন্তু তাৰ ধাৰণা হয়, তেনেকৈ সি বেছি দূৰ যাব পৰা নাই। সি এবাৰ চাৰিওফালে চায়, তাৰ পাছত থিয় হৈ দৌৰ মাৰে। হঠাৎ আকৌ গুলিৰ শব্দ হয়। সি মাটিত বাগৰি পৰে। তাৰ ভৰিৰ ওচৰতে থকা ইটা এচপৰাত গুলি লাগি ইটা চপৰা উৰি আহি তাৰ ভৰিত পৰে। ভৰিৰ পৰা তাৰ তেজ ওলায় আৰু সি হাঁহে। গুলিটো আৰু অকণমান বাওঁফালে অহা হলে সিও নিজামৰ দৰে তাতেই পৰি থাকিব লাগিলহেঁতেন। অপেক্ষা

নকৰি সি আকৌ এবাৰ বাগৰি দিয়ে। আৰু যি ঠাইখিনিতে এক মুহূৰ্ত্তৰ আগেয়ে সি বাগৰি পৰিছিল, তাত এটাৰ পাছত এটাকৈ তিনিটা গুলি আহি পৰে।

আৰু দুটা বাগৰ দিয়াৰ পাছত শিৱনাথ নিজামৰ গাতে আহি পৰে। তাত সি নৰয়। নিজামৰ এখন হাতত ধৰি তাক সি টানি নিবলৈ ধৰে। সি ঠিৰাংকৈ জানে যে তাক চিপাহীয়ে দেখিছে আৰু সেই বাবেই গুলীয়াই আছে। সি ইয়াকো জানে যে চিপাহী মাত্ৰ এজন, নহলে দুজন থকা হলেও, তাক ধৰি নিবলৈ সিহঁতে সেইখিনি পালেহেঁতেন। কিন্তু এজনে হওক বা দুজনেই হওক, তাক বিচাৰি লৈ যাবলৈ সিহঁত আহিবই। সি আকৌ এবাৰ চাৰিও ফালে চায়, ক'ৰবাত অকণমান আশ্ৰয় পাব নোৱাৰিলে তাৰ অন্য উপায় নাই। তাৰ সোঁফালে, ওচৰতে সি এটা ড্ৰাম দেখা পায়। বোধ হয় পানী ৰখাৰ বাবে আছিল সেই ড্ৰামটো। নিজামক টানি নি সি সেই ড্ৰামটোৰ আঁৰালত বহে। তাৰ পাছত সি চায় নিজামৰ হাতত কি অস্ত্ৰ আছে। নিজামৰ ছুৰিখন সি ততালিকে পায়। এটা হাতবোমাও তাৰ পেণ্টৰ জেপত সি বিচাৰি পায়। দুয়োটা বস্তু সি নিজৰ হাতলৈ আনি, নিজামৰ ফালে ভালকৈ চায়।

নিজামৰ বুকুখন তিতি আছে। তাৰ গোটেইটো গা তেজেৰে তিতি আছে। হাতদিয়া মাত্ৰকে শিৱনাথৰ নিজৰ হাত খনো তেজেৰে তিতি যায়। বোধ হয় দুয়োটা গুলি নিজামৰ বুকেদি সোমাই গৈছে। সি মুখখন নিজামৰ কাণৰ ওচৰলৈ নি মাতে।

নিজাম! নিজাম!

অকস্মাৎ শিৱনাথে দেখা পায় নিজামে হাঁহিছে। শিৱনাথৰ ফালে চাই নিজামে হাঁহিছে। তাৰ মুখেদি এক জোলোক তেজ ওলাই আহিছে। পিছ মুহূৰ্ত্ততে শিৱনাথে দেখিলে নিজামৰ চকু দুটা দুখন কাচৰ দৰে স্থিৰ হৈ গৈছে, স্থিৰ হৈ চকু দুটাই শিৱনাথৰ ফালে চাই আছে। শিৱনাথে বুজি পায়। তথাপি সি আকৌ মাতে,— নিজাম! নিজাম!

নিজামে আৰু নাহাঁহে।

# সোতৰ

উত্তৰে বৰনগৰ, দক্ষিণে বৰনৈ। মাজতে পোক্কৰ খন গাওঁ। পোক্কৰখন গাঁৱত তিনিহাজাৰ মানুহ থাকে, ছয় শ খন হাল থাকে, তিনি হাজাৰ গৰু ম'হ থাকে। তিনি হাজাৰ মানুহৰ ভিতৰত প্ৰায় পাঁচশ মানুহে সিদিনাখন বাতি নোশোৱে। সিহঁতে গৰু ম'হবোৰ গোহালিত বান্ধিবলৈ পাহৰি যায়। পথাৰৰ পৰা খেদি ঘৰলৈ আনিবলৈকো সিহঁতৰ মন নাযায়। আবেলিৰ পৰা গাঁৱে গাঁৱে নানা কথাবোৰ প্ৰচাৰ হয়। দিনটোৰ ভিতৰত পুলিচ চিপাহীয়ে সিহঁতৰ ওপৰত কৰা অত্যাচাৰবোৰ সিহঁতৰ চকুৰ আগত ভাহি উঠে। জেললৈ টানি নিয়া মানুহ বোৰৰ বিলাই বিপত্তিবোৰে সিহঁতৰ প্ৰত্যেকৰে বুকুতে খুন্দা মাৰি ধৰে। ঘৰৰ জীয়াৰী-বোৱাৰী, পত্নী-ভগ্নী সকলৰ অপমান বোৰে সিহঁতক পুৰিবলৈ ধৰে। আৰু সিহঁতৰ গৰু ম'হ বোৰ পথাৰতে ৰৈ যায়। কিছুমান নাঙল জুৱলী পথাৰতে পৰি থাকে।

পানীত পৰি থকা ম'হ বোৰ সন্ধিয়ালৈ পানীতে পৰি থাকে। সাঁজ লাগিলত সিহঁতে পানীৰ পৰা উঠে, ধীৰে ধীৰে ইফালে সিফালে চাই গাওঁৰ পিনে আগবাঢ়ে আৰু পিঠিৰ বোকাবোৰ পিঠিতে লৈ গাই আৰু বলদবোৰৰ ওচৰ চাপে। তাৰ পাচত আটাইবোৰ আগবাঢ়ে,— গাই বলদ আৰু ম'হ বোৰে গাঁৱৰ ওচৰলৈ গৈ বাৰীত সোমায়। বাৰীত গৈ বাঁহৰ পাতৰ উমৰ মাজত সোমাই শুই পৰে। শুই শুই সিহঁতে বাঁহ পাগুলিয়াবলৈ ধৰে। সেমেকা মাটিৰ ওপৰত পৰি থকা বাঁহৰ শুকান পাতবোৰে সিহঁতক উম দি থাকে। কেবাঠাইত গোহালিবোৰ পুৰি গৈছে, অন্যান্য ঠাইত সিহঁতৰ

গিৰিহঁতৰ ঘৰেই পুৰিছে। পোৰা ঘৰৰ গোন্ধ সিহঁতৰ নাকলৈ আহে, উৰি উৰি অহা ছাইবোৰ সিহঁতৰ গাত পৰে। আৰু সিহঁতে গোহালিৰ পৰা আঁতৰত, বাঁহৰ শুকান পাতৰ ওপৰত অৱশ হৈ শুই থাকে।

আৰু পোন্ধৰখন গাঁৱঁৰ পাঁচ শ মানুহ উজাগৰে থাকে। তেওঁলোকৰ চকুলৈ টোপনি নাহে। তেওঁলোকৰ পেটত ভোকো নালাগে। তেওঁলোকৰ চকুৰ আগতে তেওঁলোকৰে গাৱঁৰ বাটৰ ওপৰত ৰক্তপাত হৈছে। সেয়া ৰক্ত মানুহৰ ৰক্ত। পুৰুষৰ ৰক্ত, নাৰীৰ ৰক্ত। হিন্দুৰ ৰক্ত, মুছলমানৰ ৰক্ত। দেশখনত ৰক্ত বৈ গৈছে। বাটৰ ওপৰত পৰা ৰক্তবোৰ শুকাই গোট মাৰি গৈছে। সেইবাবে তেওঁলোকৰ ভোক নালাগে। তেওঁলোকৰ টোপনিও নধৰে, ভোকো নালাগে। উজাগৰে থকা ক্লান্ত মনবোৰলৈ লাহে লাহে গ্লানি আহে! গ্লানিবোৰ মনৰ মাজৰ পৰা ওলাই আহি তেজৰ লগত বিয়পিবলৈ ধৰে। তেজৰ লগত মিহলি হৈ গ্লানিবোৰ ক্ষোভ হয়। ক্ষোভবোৰ তেওঁলোকৰ শৰীৰৰ ছালৰ তলে তলে বাগৰি ফুৰিবলৈ ধৰে— আৰু ক্ষোভবোৰ কঠিন হৈ ক্ৰোধ হৈ পৰে। তেওঁলোকৰ শৰীৰৰ মাংসপেশীবোৰ ফুলি উঠিবলৈ ধৰে, ফুলি ফুলি ক্ৰূৰ হবলৈ ধৰে। ক্ৰোধবোৰ লাহে লাহে বিদ্বেষত পৰিণত হয়। তেওঁলোকৰ মূৰবোৰ গৰম হৈ উঠে, চকুবোৰ ৰঙা হৈ পৰে। আৰু তেওঁলোকৰ ভোক নালাগে, টোপনি নধৰে। মনবোৰে বিদ্ৰোহ কৰি উঠে।

তেওঁলোকৰ গাঁৱৰ নামঘৰত চাকি নজ্বলে। নামঘৰৰ প্ৰকাণ্ড খুটা বোৰ স্তব্ধ হৈ থাকে। ওখ গছৰ ডাল ক'লা পৰি থাকে, মণিকূটৰ ভিতৰখন নীৰৱ হৈ থাকে, মজিয়াখন অসাৰ হৈ পৰি থাকে।

ছোৱালী কিছুমানে আহি নামঘৰৰ বাহিৰত, বেৰত আঁউজি দূৰৰ ধূসৰতালৈ চাই থাকে। দূৰৰ ধূসৰতাবোৰ লাহে লাহে উৰি আহি তেওঁলোকৰ চুলিৰ মাজত লীন হৈ যায়। ক'ৰবাৰ পৰা উদাস বতাহ এজাক আহি তেওঁলোকক ছুই যায়। দূৰত বাঁহগছৰ তলত শুই থকা গৰু বোৰৰ গোন্ধ তেওঁলোকৰ কাষেদি বৈ যায়। ৰাতিৰ এন্ধাৰ বোৰ কঁপি কঁপি উঠি নিশ্চল হৈ স্থিৰ হৈ যায়। উদাস চেঁচা বতাহ তেওঁলোকৰ গাত লাগিলে, প্ৰথমতে তেওঁলোকে

শিয়ৰি উঠে, গাৰ নোমবোৰ তেওঁলোকৰ থিয় হয়। শিয়ৰি উঠি তেওঁলোকে হাতবোৰ মুঠি মাৰে, দাঁতবোৰ কামুৰি ধৰে, বুকুবিলাক ফিন্দাই দিয়ে, ঘনকৈ উশাহ লয়। তাৰ পাছত তেওঁলোকে গম নোপোৱাকৈয়ে তেওঁলোকৰ মুখবোৰ গৰম হয়। চকুবোৰ ৰঙা হয়। হঠাৎ তেওঁলোকৰ মনবোৰে বিদ্রোহ কৰি উঠে।

আৰু, নামঘৰটোৰ ভিতৰৰ খুটাবোৰ স্তব্ধ হৈ থাকে, মণিকুটটো নীৰৱ হৈ থাকে, গছাডাল ক'লা পৰি থাকে। নামঘৰত আৰু চাকি নজ্বলে।

গাঁৱৰ ইমূৰে থকা পুখুৰীটোৰ পানীত আধাফুলা পদুমৰ পাহিবোৰ জাপ খাই যায়। সাঁজ লগাৰ পাছত, এন্ধাৰ বেছি হৈ অহাৰ লগে লগে ৰঙা ৰঙা পদুমৰ ৰঙা ৰঙা পাহবোৰ জাপ খাই খাই টান হৈ পৰে। টান হোৱাৰ পাছত পদুম ফুলবোৰ জোঙা হয়,— জোঙা হৈ কঠিন হৈ পৰে। পানীৰ ওপৰত বহলকৈ ওপঙি থকা নীলা পদুম-পাতৰ ওপৰত জাপ খাই জোঙা হোৱা ৰঙা ফুলৰ ৰাঙলী আভা চিটিকি পৰে। সেউজীয়া ঘাঁহৰ ওপৰত পৰি থকা বুকুৰ তেজৰ দৰে, ৰাঙলী আভাবোৰ পাতবোৰ ওপৰত বিয়পি পৰিবলৈ ধৰে। পুখুৰীৰ পানীবোৰ নলৰে, পদুমৰ পাতবোৰ নলৰে, পদুম ফুলবোৰ জোঙা হৈ কটকটীয়া টান হৈ থাকে।

গাঁৱৰ সিমূৰে থকা বনৰীয়া গছ জোপাৰ ৰঙা ফুলৰ পাহবোৰ সৰি মাটিত পৰি থাকে। পুখুৰীৰ পদুম-পাতবোৰৰ দৰে, গছ জোপাৰ বহল পাতবোৰ নিশ্চল হৈ থাকে। কেঁকোৰা কেঁকুৰি ডাল, বহল বহল পাত, ৰঙা ৰঙা ফুল,— গছবোৰে যেন কিবা বিস্ময় জগাই তোলে। এটাৰ পাছত এটাকৈ ৰঙা ফুলৰ ৰঙা পাহবোৰ তললৈ পৰি যায়, আৰু থাকে মাত্র ফুলৰ ঠাৰিদাল। পাহ-নোহোৱা উকা ঠাৰিদালো ৰঙচুৱা হৈ থাকে। ঠাৰিদালৰ শুংবোবো ৰঙচুৱা হৈ থাকে। ডালত লাগি থকা ঠাৰিদালৰ গুৰিখিনিও ৰঙচুৱা হৈ থাকে। ফুলৰ পাহ সৰি যোৱা কেৱলমাত্র ৰঙচুৱা ঠাৰিদাল, মুদ খাই থকা পদুম ফুলৰ দৰে, পোন, শকত, জোঙা, আৰু কটকটীয়া টান।

বৰনগৰৰ পশ্চিম ফালে ৰেলৰ লাইনটো অকামিলা হৈ পৰি থাকে। তাৰ ওপৰেদি ৰেল গাড়ী অহাযোৱা কৰিব নোৱাৰে। ভগা দলংখনৰ ওচৰত ভগা ৰেলৰ দবাবোৰ সিচৰতি হৈ পৰি থাকে। দলংখনৰ ওপৰৰ লোৰ ভগা টুকুৰাবোৰত আৰু কাঠৰ ভগা তক্তাবোৰৰ ওপৰত তেজৰ দাগ লাগি থাকে, কাপোৰৰ টুকুৰা ওলমি থাকে, ভগা বাকচৰ টুকুৰা লাগি থাকে। নতুন ৰেল লাইনটোৰ ওপৰত সজাই থোৱা তক্তাবিলাকৰ ওপৰত ৰেলৰ ৰাস্তাটোৰ ধূলিবোৰ পৰে। লোৰ প্লেটবোৰৰ ওপৰতো ধূলি পৰে, আৰু ধূলিবোৰ ডাঠ হৈ লাগি ধৰে। নতুন ৰেল আলিটোৰ কাষৰ ইকৰাবোৰ হালি থাকে। দীঘল ঃপান ইকৰাবোৰ হালি বেকা হৈ প্ৰায় মাটিত পৰে গৈ। আৰু কহুৱাবোৰ মৰহি যায়।

দূৰত,— বহু দূৰত, কোনোবাই ৰিঙিয়ায়। দীঘল, ব্যথাতুৰ কোমল সুৰ কিছুমান যেন ভাহি আহে। কোনে যেন ক'ত ৰিঙিয়ায়— বৈ বৈ, দীঘলতকৈও দীঘলকৈ, বিনাই বিনাই, বুকুৰ মাজৰ পৰা কোনে যেন মাতে। ৰত্নপুৰ বা মৈৰাং বা আন কোনো গাঁৱত কোনোবাই বোধ হয় কাৰোবাক মাতিছে। হয়তো মৈৰাঙৰো সিপাৰে, বৰনৈৰ সিপাৰৰ পৰা কোনোবাই চিঞৰিছে। বৰনৈৰ সিপাৰৰ কোনোবাই বোধ হয় কাৰোবাক বিচাৰিছে। বুকুৰ মাজৰ কাৰোবাক হেৰুৱাই, কণ্ঠৰোধ হৈ, বুকুৰ হুমুনিয়াহবোৰ পৃথিবীৰ গাত পেলাই, বুকেৰেই কোনোবাই বিনাই বিনাই মাতিছে। বিননিবোৰ, মাটিৰ মাজে মাজে, বৰনৈৰ পানীৰ মাজে মাজে, পথাৰৰ ধূলিৰ মাজে মাজে, বাটৰ ওপৰত পৰি গোট মাৰি থকা মানুহৰ তেজৰ মাজে মাজে, বাগৰি বাগৰি ক্লান্ত হৈ থমকিছে, তাৰ পাছত আকৌ বোধ হয় বাগৰি ফুৰিছে। মানুহৰ বুকুৰ হুমুনিয়াহ পৃথিবীৰ মাটিতে বিলীন হৈ গৈছে।

তথাপি কোনেও ক'তো নাকান্দে। সিহঁতে হুমুনিয়াহ পেলায়, আৰু বুকুৰ মাজতে কোনো শব্দ নকৰাকৈ বিনায়। মাটিৰ ওপৰত মূৰ থৈ,

সিহঁতৰ বুকুৰ বিননি মাটিতে মিলাই দিয়ে। ৰাতি যিমানেই গহীন হয়, সিহঁতৰ বুকুৰ বিননিবোৰ তিমানে গভীৰ হয়, তিমানে নিৰ্ব্বাক হয়। যি ধৰণীৰ প্ৰাচুৰ্য্যই সিহঁতৰ জীৱন সমৃদ্ধ কৰে, সেই ধৰণীৰে বুভুক্ষাই সিহঁতৰ প্ৰাণো গ্ৰাস কৰে। সেইবাবে বেদনাৰ সন্ত্ৰাসত সিহঁতে চিঞৰি নুঠে,— বিননিত খলক নলগায়। মানুহৰ বেদনাতুৰ বুকুৰ পৰা, ক্লিষ্ট, শ্ৰান্ত আৰু নিৰ্য্যাতিত মনৰ পৰা আপোনা-আপুনি ওলাই আহে কাতৰ প্ৰাৰ্থনা,—

হে দেশৰ মাটি, হে দেশৰ সূৰ্য্য! হে দেশৰ নদী, হে দেশৰ ধান্য! হে দেশ-মাতৃ, হে আমাৰ স্বৰ্গ! আমাৰ প্ৰণিপাত। হে ভাৰতবৰ্ষ, আমাৰ প্ৰণিপাত। ভূস্বৰ্গ ভাৰত, আমাৰ প্ৰণিপাত। মহানদ ব্ৰহ্মপুত্ৰ, আমাৰ প্ৰণিপাত। গঙ্গা-যমুনা-সিন্ধু, আমাৰ প্ৰণিপাত। নৰ্ম্মদা, কাবেৰী আমাৰ প্ৰণিপাত। হে নগাধিৰাজ, আমাৰ প্ৰণিপাত। হে সমুদ্ৰ আমাৰ প্ৰণিপাত। প্ৰণিপাত, প্ৰণিপাত।

বাঁহৰ শুকান পাতৰ ওপৰত শুই থকা গৰু ম'হ বোৰে কেতিয়াবা সম্মুখলৈ দূৰলৈ চায়, কেতিয়াবা আকৌ মূৰ ডাঙি আকাশলৈ চায়। মাজে মাজে সিহঁতে কাণ থিয় কৰি শুনে, নেজ বিলাক পাছ ঠেঙৰ মাজত সোমাই, গা জোকাৰি কাণ থিয় কৰি শুনে। কোনোবা মানুহৰ বিননি, কাৰোবাৰ কাকুতি, কাৰোবাৰ বীজমন্ত্ৰৰ ধ্বনি সিহঁতৰ কাষেদি দূৰলৈ বৈ যায়। সিহঁতেও যেন কিবা বুজি পায়; মানুহৰ বুকুৰ প্ৰতিধ্বনিবোৰ যেন সিহঁতেও বুকুত অনুভৱ কৰিব পাৰে।

উজাগৰে থকা পাঁচ শ মানুহৰ অন্তঃস্থলত মন্ত্ৰৰ প্ৰতিধ্বনিবোৰ বাজি উঠে। পৃথিবীখনেই যেন চিঞৰিছে। পাহাৰৰ শৃঙ্গ ভেদ কৰি ওলাই অহা আগ্নেয় স্তূপৰদৰে, পৃথিবীৰ গৰ্ভৰপৰা যেন কিবা এটা শব্দ ওলাই আহি সিহঁতৰ কাণত বাজিছে। সেয়া যেন পৃথিবীৰ আহ্বান, দেশৰো আহ্বান। পাহাৰৰ গুহাবোৰত যেন মানুহৰ আৰ্ত্তনাদবোৰৰ প্ৰতিধ্বনি বাগৰি ফুৰিছে,—

ভূস্বৰ্গ ভাৰত, তোমাক প্ৰণিপাত।

মানুহবোৰ যেন অস্থিৰ হৈ উঠে। সিহঁতৰ মগুহৰ মাজত কিহে যেন কামোৰে। বুকুৰ ভিতৰত যেন কিবা এটা ব্যথা ছট্‌ফটাই ফুৰে। সিহঁতৰ চকুলো ওলাব খোজে। সিহঁতে নিজৰ অজ্ঞাতে যেন চিঞৰি উঠে,—

হে মোৰ দেশ, তোমাক প্ৰণিপাত।

নামঘৰৰ বেৰত আঁউজি থকা ছোৱালীবোৰে অকস্মাৎ সাৰ পাই উঠে। সিহঁতে যেন অতপৰে সপোন দেখি আছিল। সাঁজ লাগিল, ৰাতি হ'ল। নামঘৰৰ ভিতৰৰ গছাডালৰ ওপৰত চাকি নজ্বলিল। কিন্তু সিহঁতৰ বুকুত কিবা এটা জ্বলি উঠিল। বিদ্ৰোহী হৈ উঠা মনৰ ভিতৰলৈ কোনোবা দৈবীৰ অস্পষ্ট ছাঁ নামি আহিল। কাৰবাৰ ব্যথাতুৰ স্বৰ এটা যেন সিহঁতে শুনিবলৈ পালে। হঠাৎ সিহঁতে মূৰ দোৱালে। মূৰ দোৱাই নিজৰ অজ্ঞাতে, চকুৰ পানীৰে, সিহঁতে যেন কৈ উঠে,—

হে দেশ-মাতৃ, তোমাক প্ৰণিপাত।

সাঁজ লাগে, আকাশৰ তৰাবোৰ লাহে লাহে জিলিকিবলৈ ধৰে। ৰাতি গহীন হয়। তৰাবোৰে চিকমিকাবলৈ ধৰে। লাহে লাহে তৰাবোৰ আকৌ ম্লান হবলৈ ধৰে। ৰাতিটো শেষ হৈ আহিবলৈ ধৰে।

সুমিত্ৰাই বনজনক কোলাত লৈ বহি থাকে। ক'ৰবাৰ এটা নামনোহোৱা জুৰি। জুৰিটোৰ সিপাৰে শুকান কলপাতৰ বেৰ দিয়া এটা জুপুৰি। জুপুৰিটোত কোনো মানুহ নাই। মানুহ থকাৰ বাবে বোধহয় জুপুৰিটো কোনেও তাত সজা নাছিল। তথাপি তাতেই সুমিত্ৰাই আশ্ৰয় লয়। বনজনৰ তেজ ওলোৱা বন্ধ হোৱা নাছিল বাবে সুমিত্ৰাই অলপ দূৰৰ গাবলৈ আৰু যাব নোৱাৰিলে। বনজনক লৈ তাই তাতেই জিৰাবলৈ ললে। ওচৰতে জুৰিটোত পানীও

আছিল অলপ। সেই পানীতে কাপোৰ এটুকুৰা তিয়াই তাই বনজনৰ উকতে বান্ধি দিয়ে। আৰু মাজে মাজে চেঁচা পানীৰে কাপোৰখিনি তিয়াই থাকে। এসময়ত তেজ ওলোৱা বন্ধ হৈ গ'ল।

অলপ সময়ৰ বাবে বনজনৰ অতিশয় বেয়া লাগিছিল। তাৰ ধাৰণা হৈছিল যেন তাৰ গোটেই উকখনতে কোনোবাই জুই লগাই দিছে। লাহে লাহে তাৰ দুখ পাতলি আহিল। সুমিত্ৰাৰ বুকুত মূৰ থৈ সি পৰি থাকিল। কেতিয়াবা তাৰ টোপনি আহি গ'ল। সুমিত্ৰাই খুটা এটাত আঁউজি তাক লৈ আছিল। কেতিয়াবা তাইৰো টোপনি আহি গ'ল। শৰীৰৰ দুখ, মনৰ ক্লান্তি আটাইবোৰে তাইক শ্ৰান্ত কৰি পেলায়, আৰু তাইৰ এসময়ত টোপনি আহি যায়।

হঠাৎ যেতিয়া তাই সাৰ পাই উঠে, তাইৰ ধাৰণা হয় যেন তাই সপোন দেখিছে। তাইৰ এনেকুৱা লাগে যেন তাই সাৰপোৱা নাই সপোনকে দেখি আছে। তাইৰ ধাৰণা হয় যেন ক'ৰবাত কোনোবা মন্দিৰত হাজাৰ মানুহে কাতৰ প্ৰাৰ্থনা জনাইছে। মন্দিৰৰ বিপুল কোঢ়ালৰ মাজৰপৰা কিবা এটা স্বৰ, কিবা এটা সুৰ যেন ভাহি আহিবলৈ ধৰিছে! তাইৰ কাণলৈকে যেন ভাহি আহিছে সেই সুৰ। চক খাই উঠি তাই চকু মেলে। সন্মুখত তাই একোকে নেদেখে। যেন আটাইবোৰ ধোঁৱাময় হৈ গৈছে। ধোঁৱাবোৰ দূৰলৈ ক্ৰমাৎ গাঢ় হৈ মেঘৰ দৰে ভাঠ হৈছে। লাহে লাহে মেঘবোৰে বিৰাটকায় হৈ আকাশ ছুইছে গৈ। মেঘবিলাকৰ মাজত কায়াহীন ভাবে কিবা এটা বিননি যেন বাগৰি ফুৰিছে। তাইৰ নিজৰ বুকুৰ মাজৰ পৰা আচম্বিতে যেন ওলাই আহে,—

হে মোৰ ভাৰতবৰ্ষ। তোমাক প্ৰণিপাত।

বনজনে চকুমেলি তাইৰ মুখলৈ চায়। ৰাতি তেতিয়া পোহৰ হৈ আহিছে।

# ওঠৰ

তেতিয়া শিৱনাথৰ গাঁতটো খন্দা সম্পূর্ণ হয়। মৰা জুৰিটোৰ সিপাৰে প্রকাণ্ড আহঁত গছ জোপাৰ তলত শিৱনাথে গাঁত এটা খান্দে। অকলে খান্দে সি গাতটো। কাৰিকৰ সমুদ্র কাৰোপৰা সি সহায় নিবিচাৰে। তাৰ পাছত সিহঁত তিনিও নিজামক সেই গাঁতটোতে কবৰ দিয়ে। শিৱনাথে সিহঁতক কৈছিল যে কোনোবা এটুকুৰা শীতল ঠাইত নিজামক কবৰ দিব লাগে। নিজামৰ গোটেইটো গা পুৰিছে। দেশৰ যিবোৰ বৈৰী, যিবোৰে দেশৰ প্রতিজন মানুহৰ হাতেভৰি শৃঙ্খল লগাইছে, সেইবোৰে নিজামক মাৰিছে। নিজামৰ অন্তৰখন সিহঁতে পুৰি দিছে। সেইবাবে তাক শীতল ঠাইত থব লাগে,— কোনোবা জুৰিৰ পাৰত, কোনোবা বিৰাট গছত ছাঁত। তাৰ কবৰটোৰ ওপৰত সিহঁতে মাটি দিয়ে; আৰু মাটিৰ লগত সিহঁতৰ চকুলোবোৰ লীন হৈ যায়।

চকুৰ পানী মচি শিৱনাথ থিয় হয়। পূবৰ ফালে সিহঁতৰ চকুৰ আগতে পুৱাৰ সূর্য্যটো লাহে লাহে আকাশলৈ উঠি আহে। শিৱনাথে সূর্য্যটোৰ ফালে চাই হাঁহে।

চকুৰ পানী মচি উমা আৰু সাবিত্রী দুয়ো থিয় হয়। দুয়ো শিৱনাথৰ ওচৰলৈ আহি তাৰ ওচৰতে থিয় দি পূবলৈ চায় আৰু হাঁহে। সিহঁত দুয়োৰে মুখেদি হঠাৎ ওলাই আহে,—

হে নতুন সূৰ্য্য, তোমাক প্ৰণিপাত। জবাফুলৰ ৰঙৰ দৰে তোমাৰ ৰং, তোমাক প্ৰণিপাত। নতুন দেশৰ নতুন সূৰ্য্য, তোমাক প্ৰণিপাত। হে নতুন দেশ, হে নৱভাৰত, তোমাক প্ৰণিপাত। প্ৰণিপাত, প্ৰণিপাত। নৱভাৰতৰ নতুন মানুহ, তোমাক প্ৰণিপাত।

গাওঁবিলাকত খলক লাগি উঠে। যি ঠাইত মানুহৰ তেজ পৰিছে, সেই ঠাইতে মানুহৰ মাজত খলক লাগি উঠে। উজানঘাটৰপৰা বুনুৱা সকল ওলায়। মুনিহ তিৰোতা আটাইবোৰ সক্ষম মানুহ জাকে জাকে ওলাবলৈ ধৰে। ইছলামপুৰৰ পৰা মানুহ ওলায়, শিমলুবাৰ পৰা ওলায়, তৰাবনৰ পৰা ওলায়, ৰতনপুৰৰ পৰাও মানুহবোৰ ওলাবলৈ ধৰে। মৈৰাঙৰ পৰাও ওলায়! সৰ্পৰ জিভাত যি কেইঘৰ মানুহ আছিল, তেওঁলোকেও সাজু হবলৈ ধৰে।

আন গাওঁ বিলাকতো মানুহ বিলাক আৰু স্থিৰে থাকিব নোৱাৰে। পোম্পৰখন গাওঁ জুৰি এটা উত্তেজনা বিয়পি পৰে। প্ৰতি ঘৰতে কিবা এটা অতীত ইতিহাস গুজৰি গুমৰি উঠে। পোম্পৰখন গাওঁৰ বিস্তীৰ্ণ এখন ৰাজ্য। সিহঁতৰ ঘৰবাৰী, খেতিৰ পথাৰ, আটাইখিনি মিলি এখন ৰাজ্য। হয়তো কোনোবা একালত সঁচাকৈয়ে সিহঁতৰ ৰাজ্য এখন আছিল। সিহঁতৰ ৰজা আছিল। বৰনৈৰ বুকুত শ শ নাও আছিল; নাৱঁত উঠি সিহঁতৰ মাজৰে ডেকাবোৰে বণিজ কৰিবলৈ গৈছিল, যুদ্ধ কৰিবলৈ গৈছিল। হয়তো ৰৱনগৰতে আছিল সিহঁতৰ ৰাজধানী। বন্দুক, কামান, প্ৰহৰী, চন্তৰী তাত আছিল। আৰু সিহঁতৰ স্বাধীন ৰজা স্বাধীন ৰাজ্য আছিল।

সিহঁতে পথাৰত হাল বাই থাকোঁতে অকস্মাৎ সিহঁতৰ ৰজা গ'ল, ৰাজ্য গ'ল। পথাৰৰ পৰা আহি সিহঁতে ভাগৱত শুই পৰিল। শুই থাকোঁতে থাকোঁতে, ভাগৱত অৱশ হৈ থাকোঁতে থাকোঁতে, দুশবছৰ উকলি গ'ল। সাৰ পাই উঠি সিহঁতে বিস্ময়ত অভিভূত হৈ গ'ল। ক'ত গ'ল ৰজা, ক'ত গ'ল ৰাজ্য। ক'ত গ'ল সিহঁতৰ বলবান ডেকাবোৰ, সাহসী পুৰুষবোৰ। কিবা যাদু মন্ত্ৰৰ বলত, ডেকা-গাভৰু আটাইবোৰ পকৰাৰ সমান সৰু নিঃকিন হৈ গ'ল। সিহঁতে পকৰাৰ দৰে দল বান্ধি ভয়ে ভয়ে এফালে এফালে

বগাই ফুৰিবলৈ ধৰিলে। ডাঙৰ দেহৰ মাজত থকা ডাঙৰ মনটো, পৰুৱাৰ সৰু দেহৰ মাজলৈ আহি সৰু হৈ গ'ল। ডাঙৰ ডাঙৰ বস্তুবোৰৰ ওচৰলৈ যাব নোৱাৰি, নিজৰ ক্ষুদ্ৰতাৰ মাজতে যুঁজ-বাগৰ আৰম্ভ কৰি দিলে, পৰস্পৰে পৰস্পৰক খাবলৈ আৰম্ভ কৰিলে।

অথচ কিহৰ বাবে সিহঁত সৰ্ব্বস্বান্ত হৈ গ'ল? কিহে আনি দিলে এই সংহাৰ? এই প্ৰলয়? সিহঁতৰ পথাৰখন তেনেকৈয়ে আছে, সিহঁতৰ গৰু ম'হ আগৰ দৰেই আছে, সিহঁতৰ মাটিবোৰ আগৰ দৰেই আছে, সিহঁতৰ তিৰোতাবোৰ সন্তান-প্ৰসবা হৈ আছে, সিহঁতৰ শৰীৰত আগৰ দৰে তেজ বৈ আছে। তথাপি ক'ৰবাত কিবা এটা হেৰাই গ'ল। হয়তো পথাৰৰ ধান বিলাকত শক্তি নোহোৱা হ'ল, হয়তো মাতৃ স্তনৰ অমৃতবোৰ শুকাই গ'ল, হয়তো সন্তানবিলাকৰ শৰীৰত হাড়বোৰ পূৰঠ নহ'ল। কিবাকৈ কিবা এটা হ'ল। কিবা এটা আসুৰিক শক্তিয়ে সিহঁতৰ দেহৰ বল হৰণ কৰিলে, মনৰ শক্তিও হৰণ কৰিলে। তেনেকৈয়ে দুশ বছৰ গ'ল।

কিমানবাৰ সিহঁতক জগাই দিয়াৰ বাবে আয়োজন কৰা হ'ল। কিন্তু সিহঁতৰ টোপনি নাভাগিল। নিজৰ দুৰ্ভাগ্যকে ভাগ্য বুলি সাবটি লৈ সিহঁতে তেনেকৈয়ে পৰি থাকিল। যুদ্ধ কৰিবলৈ উৎসাহো নাপালে শক্তিও নাপালে। আজি মাৰ খোৱা, থেতেলা হোৱা শৰীৰটোৱে যন্ত্ৰণাত কঁপি কঁপি থিয় হৈ উঠি সমস্ত বেদনা পাহৰি গৈছে। দেহৰ সকলো আলস্য ত্যাগ কৰি শৰীৰটোৱে পোনহৈ উঠিবলৈ চেষ্টা কৰিছে, ফেৰপাতি সাজু হবলৈ চেষ্টা কৰিছে। মনটোৱে বিদ্ৰোহ কৰি উঠিছে।

বেলি এপৰমান হওতেই দূৰৰ গাওঁবিলাকৰ পৰা মানুহে যাত্ৰা আৰম্ভ কৰিলে। মূৰত কিছুমানে গামোচা বান্ধি ললে। আন কিছুমানে হাতত নিচান ললে। ছোৱালীবিলাকে টানকৈ বেণী গুঁঠিলে, কোমৰত বিহাবোৰ টানকৈ মেৰিয়ালে। তিৰোতো সকলে টানকৈ খোপা বান্ধিলে কপালত ফোট ললে আৰু গাৰ চাদৰ পৰিপাটিকৈ লৈ যাত্ৰা কৰিলে। ডেকাবিলাকে গামোচাবোৰ কোমৰত বান্ধি ললে, হাতত নিচান ললে। আটাইবোৰ মানুহে ৰৰনগৰলৈ যাত্ৰা আৰম্ভ কৰিলে। তেওঁলোকে জোৰেৰে থানা অধিকাৰ কৰি লব,

এয়ে তেওঁলোকৰ সঙ্কল্প। থানা অধিকাৰ নকৰাকৈ তেওঁলোকে ঘৰলৈ আৰু উভতি নাহে।

নতুন বেল আলিটোৰ সিপাৰে, তৰাবনৰ উত্তৰৰ গাওঁ বিলাকৰ পৰা এশৰো অধিক মানুহ আহিল। কোলাত কেঁচুৱা লৈ অহা কিছুমান তিৰোতা অলপ দূৰ আহি উভতি গ'ল; কিছুমানে আকৌ কেঁচুৱা আনৰ হাতত দি দলটোৰ লগতে গুচি গ'ল। কোনোবা ডেকা এজনে দলৰ মাজৰ পৰা ওলাই আহি চিঞৰি চিঞৰি তেওঁলোকক কবলৈ ধৰিলে।

আমাৰ বাট বহুত দূৰ। আমাৰ কাম কঠিন। তোমালোকৰ মাজৰ যিবিলাক উভতি যাব খোজা এতিয়াই যোৱাগৈ। আৰু পলম নকৰিবা। বিশেষকৈ ছোৱালীবিলাক ঘূৰি যাব পাৰা। নানা অঘটন হব পাৰে। ছোৱালীবোৰ গুচি যোৱাই ভাল।

ছোৱালীবিলাকৰ ভিতৰৰ পৰা এজনীয়ে নিৰ্ভীকভাৱে কয়,—

তুমি অনৰ্থক সময় নষ্ট নকৰিবা। আগুৱাই গৈ থাকা। আমি ছোৱালীবোৰে কি কৰিব লাগে আমি জানো। আমাৰ কি হব? সৰাতোকৈ বেছি কি ক্ষতি হব পাৰে? মৃত্যু? মৰিলে আমি কি হেৰুৱাম? কি ইমান মূল্যবান বস্তু আমাৰ আছে, — যাক আমি হেৰুৱাম? আমি মৰিলে দেশ উদ্ধাৰ হব। আৰু আমি পাম স্বৰ্গ।

কোনেও আৰু উভতি নাযায়। তেওঁলোকে আগবাঢ়িবলৈ ধৰে। মাজে মাজে গাওঁৰ বাটেদি আৰু মাজে মাজে পথাৰেদি তেওঁলোকে গৈ থাকে। আৰু তিনিখন গাওঁ, তিনিখন পথাৰ। সেইখিনি পাৰ হৈ আহিলে তেওঁলোকে নতুন বেলৰ আলিটো পাবহি। সেই আলিয়েদি তেওঁলোকে বৰনগৰলৈ গৈ থাকিব।

গাওঁৰ মাজত আৰু পথাৰৰ মাজত তেওঁলোকে ক'তো একো অসুবিধা নাপালে। প্ৰথমবাৰৰ বাবে তেওঁলোকে বাধা পালে নতুন বেল আলিটোৰ কাৰত। আলিটোৰ ওপৰত এখন জনু, আৰু তাত মাত্ৰ তিনিজন চিপাহী। সেই তিনিজন চিপাহীয়ে তেওঁলোকলৈ বন্দুক টোৱাই তেওঁলোকক আগবাঢ়িবলৈ মানা কৰিলে। সেই ডেকাজন আকৌ আগলৈ আহিল। অলপ সময়ৰ বাবে সি মানুহখিনিক বৈ থাকিবলৈ কৈ, চিপাহী কেইজনক ক'লে,—

তোমালোকে আমাক বাধা নিদিবা। আমিও তোমালোকৰ একো অনিষ্ট নকৰোঁ। কিন্তু তোমালোকে যদি গুলীওৰা, আমিও তোমালোকক মাৰি পেলাম।

ইতিমধ্যে এজনে এনেয়ে ওপৰলৈ গুলি কৰে। তৎক্ষণাৎ কোনোবা এজনে আহি তম্বুখনত জুই লগাই দি,—তম্বুৰ জুই লাগি থকা এটুকুৰা কাপোৰ সিহঁতৰ গালৈ দলিয়াই দিয়ে। তাৰ পাছত আৰু কোনেও গুলি নকৰে। চিপাহী কেইজনক পাছত পেলাই থৈ মানুহবিলাকে বৰনগৰৰ ফালে যাবলৈ ধৰে।

আন আন গাওঁবোৰৰ পৰাও মানুহবোৰ দলবান্ধি ওলায়। একোটা দল সৰু, আকৌ আন এটা দল ডাঙৰ। সৰু গাওঁ বিলাকৰ পৰা দহ্‌বাৰজন মানুহ ওলাই আহে। আকৌ আটাইবিলাক লগহৈ এটা ডাঙৰ দল হয়। তেওঁলোকৰ নিজৰ ভিতৰতে কোনোবা এজন নায়ক হৈ উঠে। কেবাটা দলৰ নেতৃত্ব ছোৱালীৰ ওপৰত পৰে। ছোৱালী বিলাকে কোনো শঙ্কা, কোনো ভয় নকৰাকৈ সকলোৰে আগত নিচান লৈ গৈ থাকে।

পোন্ধৰখন গাওঁৰ পৰা পাঁচশ মানুহ তেনেকৈয়ে ওলাই যায়। প্ৰায়বোৰ মানুহে আগৰাতি শুব পৰা নাই। আটাই কেইখন গাৱঁতে আগদিনা সন্ধিয়া প্ৰচাৰ হৈ গৈছে বৰনগৰৰ থানাৰ কথা। কিবা প্ৰকাৰে মানুহ বিলাকৰ মনত বিশ্বাস হৈ গৈছে, বৰনগৰৰ থানা অধিকাৰ কৰা মানেই,—স্বাধীনতা লাভ কৰা। কোন এনেকুৱা মানুহ আছে-যি স্বাধীনতাৰ বাবে এই সামান্য কাম নকৰিব! আগদিনা খনেই এখন গাওঁত কোনোবা এজনে সুধিছিল,—

এইখন জিলাত কেইখন থানা? কুৰিখন? বৰনগৰৰ থানা লোৱাৰ পাছত বাকী ঊনৈশখন থানাৰ পুলিছবোৰ কলৈ যাব? সিহঁতে বৰনগৰ থানালৈ আহিবলৈ কিমান দেৰি লাগিব?

সিহঁতৰে কোনোবাই উওৰ দিছিল,—

কাইলৈ যদি হঠাৎ ইয়াত এটা ভয়ানক ভূইকঁপ হয়, কিমান মানুহ মৰিব? আকৌ হাইজা হয় যদি? মনুহ মৰিবলৈ কিমান ডাঙৰ আয়োজন লাগে? বৰনগৰত আমাৰ কি হব? হয়তো আমি মৰিম। আন থানাৰ পৰা পুলিছ আহিব, চিপাহীবোৰ আহিব,—আমি মৰিবই লাগিব। আনহাতেদি বৰনগৰ থানাৰ দৰে বাকী ঊনৈশখন থানা আমি লব নোৱাৰোঁ কিয়? দেশৰ বাকীবোৰ

মানুহে কেৱল আমাৰ বাট চাই থাকিব? তথাপি আমি আগৰণুৱা। দেশে দেশে যুগে যুগে আগৰণুৱা বোৰ মৰি আহিছে। দেশে এদিনাখন সিহঁতক পাহৰি গৈছে। কিন্তু সিহঁতৰ অস্থিৰ ওপৰত গঢ়ি উঠিছে দেশৰ প্ৰাচুৰ্য্য আৰু সমৃদ্ধি। আমি আগৰণুৱা, আমি অগ্ৰণী, আমি স্বাধীনতাৰ ধৰণী। আমাৰ অস্থিৰ মাজেৰে জন্মলাভ কৰিব, স্বাধীন ভাৰতবৰ্ষ।

তাৰ পাছত আৰু কোনেও প্ৰশ্ন নকৰে, কোনেও আৰু ভবিষ্যতৰ হিচাপ নকৰে। উত্তেজনাত সিহঁতে ৰাতিটো ছটফটাই থাকে। আৰু পাছদিনাখন ৰাতিপুৱা সিহঁতে নিজৰ ঘৰ এৰি থৈ, ৰৰনগৰৰ ফালে যাত্ৰা কৰে।

লাহে লাহে ৰ'দৰ তাপ বাঢ়ে। বুঢ়া আদহীয়া দুই এজন মানুহ গছৰ ছাঁত বহি পৰে, অকণমান পাছত আকৌ খোজ লয়। আনকিছুমানে আৰু যাব নোৱাৰে। সিহঁতৰ শৰীৰ সম্পূৰ্ণ ভাগৰি পৰে। সিহঁতে গছৰ ছাঁতে পৰি থাকে আৰু চকুপানী টোকে। বুঢ়ী মানুহ বিলাকৰ প্ৰায়ে সেই অৱস্থা হয়। ঘৰৰ নাতি, নাতিনী, নাইবা বোৱাৰীৰ লগত উৎসাহেৰে আহি, তেওঁলোকে আধা উত্তেজনাত আৰু আধা ভাগৰত অৱশ হৈ বহি পৰে; আৰু উঠিব নোৱাৰে।

সেইকেইজন মানুহৰ ভিতৰত মাত্ৰ দুই এজনক সুস্থ বুলি কব পাৰি। বাকী বিলাকৰ অলপ নহয় অলপ খতিখুণ আছিলেই। তাৰ উপৰিও কোনো এজনেও ৰাতি শুব পৰা নাছিল। সুমিত্ৰা ৰন্‌জনে সিহঁতক ৰৰনগৰৰ অস্থায়ী ফাটেকৰ পৰা মোকোলাই দিয়াৰ পাছত, সিহঁতে কোনপিনেদি কলৈ গ'ল ভালকৈ কোনেও ধৰিবকে নোৱাৰিলে। সিহঁত আটাইবিলাক চহৰখনৰ পৰা আঁতৰ হৈ যাবলৈ চেষ্টা কৰিছিল,—আঁতৰ হব পাৰিলেই যেন ৰক্ষা আৰু চহৰৰ ভিতৰত থকা মানেই আকৌ কাৰাবাস। গতিকে সিহঁতে মুকলি পথাৰৰ ফালে দৌৰিছিল। তাৰ পাছত গৈ আকৌ ক'ৰবাত কোনোবা বাৰীত সোমাইছিল, আকৌ ওলাইছিল। তেনেকৈ আহি সিহঁতে দূৰে দূৰে সিচৰতি হৈ পৰিছিল। ৰাতি পুৱালত লাহে লাহে ওলাই আহি সিহঁতে ৰাজ আলি পৰিত্যাগ কৰি পথাৰৰ মাজে মাজে ঘৰমুৱা হৈছিল। সিহঁতৰ গাত বল নাছিল, মনতো উৎসাহ নাছিল। বেলি যেতিয়া বেছি হ'ল, মানুহৰ জুমবোৰ সিহঁতে দূৰত দেখিবলৈ পালে।

সিহঁত বিস্ময়ত অবাক হৈ গ'ল। মানুহবোৰে দলবান্ধি কলৈ যায়! লগত পুলিছ নাই, অথচ মানুহবোৰ দলবান্ধি ওলাইছে। বৰ্ত্তমান পৰিস্থিতিত ই এটা আচৰিত ঘটনা। গাওঁৰ সবাহবোৰ বন্ধ হৈছে, মেলমিটিং বন্ধ হৈছে। গতিকে জুম বান্ধি মানুহ যোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে। সিহঁতে দলবান্ধি অহা মানুহবোৰৰ ওচৰ চাপে, আৰু কথাটো নো কি বুজিবলৈ চেষ্টা কৰে। প্ৰথমতে সিহঁতে মানুহ বিলাকৰ কথা বিশ্বাস কৰিব পৰা নাছিল। বৰনগৰৰ থানা আক্ৰমণ কৰিব! কথাষাৰ বলিয়ালি যেন লাগিল। বেলেগ বেলেগ গাওঁৰ পৰা শ শ মানুহক পুলিছে বান্ধি নিয়ে, মাৰি হাড় ভাঙি দিয়ে, দৰ্কাৰ হলে গুলি কৰি মাৰি পেলায়। সেই পুলিছৰ থানা আক্ৰমণ কৰিব এইবোৰ মানুহে? বন্দুক নাই, আনকি লাঠি এডালো নাই। মানুহবোৰ নিশ্চয় বলিয়া হৈছে, সিহঁতে ভাবে।

তাৰ পাছতে সিহঁতে মানুহবোৰৰ ওচৰতে বহে আৰু হাঁহে। ইহঁতে কেতিয়াও ফাটেক দেখা নাই, থানাও দেখা নাই, সিহঁতে ভাবে। ডেকাবিলাকক সম্বোধন কৰি সিহঁতৰ এজনে কয়,—

থানা অধিকাৰ কৰিবলৈ যাব যে ওলাইছা, থানা কেতিয়াবা দেখিছা জানো? ফাটেক দেখিছা জানো? আচল ফাটেকৰ কথা বাদেই দিছোঁ, থানাৰ লগতে নতুনকৈ সজা ফাটেকবোৰ জানো দেখিছা? আমি দেখিছোঁ, ভাত থাকিও আহিছোঁ, সেয়া শ্ৰীৰামৰ ফালে চোৱা। তাৰ সোঁ বাহুখন আৰু পিঠিখন চোৱা। শকত, নহয় জানো? শকত হৈছে ফুলি উঠিছে বাবে; আৰু ফুলি উঠিছে পুলিছৰ লাঠীৰ কোবত। সি আৰু জীৱনত কাম কৰি খাব নোৱাৰে। আৰু দুজন আমি এৰি আহিছোঁ। এজন মৰিছে, আনজন হয়তো এতিয়া মানে মৰিল। যিজন মৰিল, তেওঁ তেজে বতিয়াই মৰিল। পুলিছৰ গোৰত তেওঁৰ হাওফাও ফাটি গৈছিল। আমি যি কেইজন ঘূৰি আহিছোঁ ; আমাৰ ভিতৰৰ কেইজনে আকৌ কোন সময়ত তেজে বতিয়াব লাগে তাৰ ঠিক নাই। কেনেকৈ যে আমি পলাব পাৰিলোঁ, এতিয়াও ভাবিলে মোৰ মূৰ ঘূৰি যায়, বিশ্বাস কৰিবলৈ মন নাযায়। সেই বৰনগৰৰ থানা তোমালোকে আক্ৰমণ কৰিবা?

এজনে সুধিলে,— তেনে তোমালোকে পলালা কেনেকৈ?

আন এজনে বাধা দি ক'লে,—

থানা দেখাপোৱা মানুহ আমাৰ ভিতৰত আছে। আৰু আমি যিবোৰে দেখা নাই, আমিও জানো থানাত কি থাকে। তোমাৰ কথাই ঠিক। পুলিছে আমাক মাৰিব। লাঠিৰে মাৰিব আৰু গুলীয়াই মাৰিব আমাৰ কোনো হানি বিঘিনি নোহোৱাকৈ আমি গৈ থানাত সোমাই পুলিছ বিলাকক উলিয়াই দিম, তেনেকুৱা অসম্ভৱ কথা আমি কিয় ভাবিবলৈ যাম। কিন্তু কথা হ'ল কিমানজন মাৰিব? আজি আমি পোহ্বৰখন গাওঁৰ পৰা শ শ মানুহ ওলাইছোঁ।—

সিহঁতে একেলগে কেবাজনেও চিঞৰি উঠে,—

কি? কি কলা? পোহ্বৰখন গাওঁৰ মানুহ?

ডেকাজনে আকৌ কয়,—

আমি বহুত মানুহ ওলাইছোঁ, আমি মৰিম। কিন্তু কিমান জন মৰিম? পুলিছে নিশ্চয় অতবোৰ মানুহক মাৰি শেষ কৰি পেলাব নোৱাৰে। যিবোৰ বাচি থাকিব, তেওঁলোকে থানাৰ ভাৰ লব। আৰু আমি যিবোৰ মৰি যাওঁ, আমাৰেই বা ইমান কি ক্ষতি?

সিহঁতক সেইখিনিতে এৰি থৈ মানুহবোৰ আগবাঢ়ে। সিহঁত কেইটাই নিস্তব্ধ হৈ কিছু সময় তাতেই বহি থাকে। প্ৰতিজনে কথাবোৰ নিজৰ মনৰ ভিতৰতে পাগুলিয়াবলৈ ধৰে। আমি যদি মৰি যাওঁ, আমাৰেই বা কি ক্ষতি? এৰা, মৰি গলেতো মৰিলোৱেই। মৰাৰ পাছত আকৌ কিহৰ লাভলোকচানৰ চিন্তা। মৰি যোৱাৰ পাছত আকৌ জানো, ঘৰদুৱাৰ খেতিপথাৰৰ বাবে চিন্তা কৰিব লাগিব! এৰা হয়তো, মৰিলেই বা কি ক্ষতি। মৰিলেতো মৰিয়েই গলোঁ।

এজন উঠিল। উঠি দক্ষিণলৈ তেওঁৰ ঘৰৰফালে মুখ নকৰি উত্তৰলৈ থানাৰ ফালে দুই এখোজ দিব ধৰিলে। অলপ গ'লেই সেই দলটো লগ পাব। তাৰ পাছত আৰু এজন উঠিল। তাৰ পাছত আটাইবোৰ উঠিল। আটাইবোৰে আগৰ দলটো যেনি গৈছিল, সেই পিনে লাহে লাহে যাবলৈ ধৰিলে।

বেলি ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিলে। লাহে লাহে বতাহ বৰলৈ আৰম্ভ কৰিলে। ওখ পথাৰ বিলাকত ধূলিবোৰ লাহে লাহে উৰিবলৈ ধৰিলে। পথাৰত

চৰি থকা গৰু ছাগলীবোৰে গছ গছনিৰ ছাঁ বিচাৰিবলৈ ধৰিলে। ম'হবিলাকে বোকা আৰু পানীত নামি যাবলৈ চেষ্টা কৰিলে। পানীৰ যুঁৱলিত থিয় হৈ থকা বগা বগলি বিলাকে এখন ঠেং ডাঙি দিলে। আকাশৰ নীলাবোৰ ধূসৰ হৈ উঠিল।

আৰু ঘৰত মাকহঁতে বাৰে বাৰে ঘৰৰ বাহিৰলৈ আহি সিহঁত ঘূৰি আহে নেকি চাবলৈ ধৰিলে। কালিয়ে সিহঁতক পুলিছে বান্ধি লৈ গৈছে। কালিৰ পৰা সিহঁতে লঘোনে আছে। আজি হয়তো সিহঁত ঘূৰি আহিব, মাক সকলে ভাবে। আজি দুপৰীয়া সিহঁতে আহি ঘৰতে ভাত খাব। নহলে কোনে সিহঁতক খুৱাব পুলিছ থানাত? তেওঁলোকে নিজৰ গাতে দুখ পোৱা যেন অনুভৱ কৰে। হয়তো পুলিছে সিহঁতক মাৰ-ধৰ কৰিছে, তেওঁলোকে ভাবে। আহি পালেই হয়। ঘৰ আহি পালে সিহঁতৰ মুখৰ আগত দুটামান ভাত দিব পাৰিলে তেওঁলোকৰ মন জুৰ পৰিব। সেইবাবে তেওঁলোকে ভিতৰ-বাহিৰ কৰি থাকে। ভিতৰত থাকিব নোৱাৰে, বুকুবোৰ পোৰে। বাহিৰলৈ আহিব নোৱাৰে, চকুবোৰ পোৰে। মাকৰ মনবোৰ, আৰু অন্তৰবোৰ পুৰিবলৈ ধৰে।

ভীষণ দুৰ্দ্দিনৰ মাজতো, শাহুৱেক থকা বোৱাৰীসকলে ঘৰৰ বাহিৰলৈ আহি গিৰিয়েকসকলৰ বাবে ছটফট কৰিবলৈ লাজ কৰে। তেওঁলোক ভিতৰতে থাকে। আৰু অকণমান শব্দ এটা শুনিলেই কাণ থিয় কৰি শুনে। কোঁচৰ কেঁচুৱাটোক পিয়াহ খুৱাই থাকোঁতে অবাবতে চক্‌খাই উঠে, অবাবতে বহাৰ পৰা উঠি থিয় হয়, অবাবতে ঘৰৰ ভিতৰতে ঘূৰি ফুৰে ; আৰু কেতিয়াবা কেঁচুৱাৰ মুখৰ পৰা পিয়াহ আঁতৰি গলে টোপ টোপ কৈ গাখীৰবোৰ মাটিত পৰি যায়। এই মাত্ৰ আহি পাব গিৰিয়েক, তেওঁ মনতে ভাবিবলৈ চেষ্টা কৰে। আৰু জোৰ কৰি কেঁচুৱাটোক মুখৰ ওচৰলৈ আনি চুমা খায়। গাখীৰবোৰ টপ্ টপ্ কৈ মাটিতে পৰি থাকে। হঠাৎ তেওঁ বাহিৰত এটা শব্দ শুনে। গাখীৰবোৰ বেছিকৈ ওলাবলৈ ধৰে, বুকুখন ছিৰিং কৈ উঠে। তাৰ পাছতে তেওঁ মূৰেকপালে হাত দি আকৌ বহি পৰে। কোঁচত যে কেঁচুৱা আছে তেওঁ পাহৰি যায়। পিয়াহৰ পৰা গাখীৰ পৰি যোৱা বন্ধ হৈ যায়।

# উনৈশ

বনজনে ভালকৈ সাৰ পোৱাৰ পাছত সুমিত্ৰাই তাক বুকুৰ মাজৰ পৰা আঁতৰ কৰি বহাই দিয়ে। তাইৰ মনটো হঠাৎ গধুৰ হৈ পৰে। অকলে বনজনক লৈ ওৰে ৰাতি বহি থকাৰ বাবেও হব পাৰে। নিজৰ গাৰ আৰু মনৰ দুখৰ বাবেও হব পাৰে। এবাৰ বনজনক লৈ বহি থাকোঁতে তাইৰ ধাৰণা হৈছিল যেন তাই তেনেই পাতল হৈ গৈ উৰি ফুৰিছে। বোধহয় তাইৰ অকণমান চকু লাগিছিল। তথাপি টোপনিৰ মাজতো যেন তাই সজাগ হৈ আছিল, চকু মেলিয়ে আছিল। তাইৰ এনেকুৱা লাগিছিল যেন তাইৰ আৰু অকণমানো ওজন নাই, যেন তাইৰ নিজৰ শৰীৰটোৰ পৰা হাড়মঙহবোৰ নাইকিয়া হৈ ফোপোলা হৈ গৈছে। পিছ মুহূৰ্ত্ততে তাইৰ সম্বিত আহিলত তাইৰ ভয় লাগি গৈছিল। বোধহয় তাই বলিয়া হৈ গৈছে।

বনজন উঠি বহাৰ পাছত তাই বনজনৰ উৰুখন চালে। দিনৰ পোহৰত তাই স্পষ্ট দেখা পালে, উৰুখনৰ পৰা মঙহ ওলাই গৈছে। ছাল নাইকিয়া মঙহ খিনি ঢেলা পৰি গৈছে আৰু আঘাত পোৱা ঠাইখিনিৰ চাৰিওফাল ফুলি উঠিছে। বান্ধি থোৱা কাপোৰখিনি তাই টানি আনিবলৈ চেষ্টা কৰিও নোৱাৰিলে। তেজেৰে তিতিথকা নোমবিলাকত কাপোৰখন টানকৈ লাগি ধৰিছে। বেছি জোৰ কৰিলে আকৌ বোধহয় তেজ ওলাব।

বনজনে কয়,—

তুমি তেনেকৈ এখন্তেক ধৰি থাকাচোন। মই তোমাৰ কান্ধত ভৰ দি পাৰো যদি থিয় হওঁ। থিয় হব পাৰোঁ যদি, খোজ কাঢ়িবও পাৰিম কিজানি।

তাইৰ কান্ধত ধৰি সি দুবাৰমান চেষ্টা কৰি থিয় হয়। ভৰিখন পোন কৰিবলৈ চেষ্টা কৰোঁতে সি বিষত দাঁত কামুৰি উঠে। উৰুৰ সেইখিনি ঠাইৰ পৰা মূৰলৈকে জিম্‌জিমাই যায় ; আৰু সি অনুভৱ কৰে যেন তাক বেজিয়ে বিন্ধিবলৈ ধৰিছে।

সি কথমপি দুখোজমান দিয়ে। তাৰ পাছত সুমিত্ৰাক কয়,—

তুমি গাঠিটো বৰ টানকৈ দিছা হব পায়। অলপ ঢিলা কৰি দিয়াচোন। তেতিয়া মই অনায়াসে খোজ কাঢ়িব পাৰিম।

তাই গাঠিটো ঢিলাই দিয়ে আৰু সি কৈ থাকে,—

তোমাক যে মই ইমান কষ্ট দিম, মই ভবাই নাছিলোঁ। তথাপি তুমি মোৰ গাটো ছুলেই মোৰ ভাল লাগে। মোৰ কোনোদিন কোনো অসুখ বিসুখ হোৱা নাই। সেইবাবে মা নাইবা বাইদেউৱে কেতিয়াও মোৰ আলপৈচান ধৰিব লগা হোৱা নাই। তুমি যেনেকৈ মোক তোমাৰ কোলাতে শুৱাই লৈছিলা তেনেকৈ আন কোনেও লোৱা নাই। তুমি মোক মৰম কৰা, নহয় জানো?

সুমিত্ৰাই প্ৰথমতে একো নকয়। তাৰ উৰুৰ গাঠিটো ঢিলা কৰি দি তাই তাৰ পাছত কয়,—

তুমি ঠিকেই কৈছা। মই তোমাক মৰম কৰোঁ। তুমি মোক কষ্ট দিয়া নাই। কষ্ট মোৰ হৈছে, দেখা কথা। তথাপি কষ্ট হোৱা বাবেহে তোমাক এনেকৈ মোৰ কাষতে লৈ থাকিব পাৰিছোঁ, সেইবাবে আকৌ ভাল লাগে। মোৰো আচৰিত লাগে, কিয় যে তুমি মোৰ ওচৰতে থাকিলে মোৰ ভাল লাগে। তুমি শুনিলে আচৰিত হবা যে মোৰ নিজৰ ভাইজনক ঠিক এনেকুৱা মৰম কৰিবলৈ মন নাযায়। মোৰ ভাইজনো তোমাৰ সমান ডাঙৰ। তোমাতকৈ বোধ হয় কেই বছৰমানৰ ডাঙৰেই হব। এতিয়া চোৱাচোন খোজ কাঢ়িব পাৰা নে নোৱাৰা। নহলে এই দিন দুপৰীয়া তোমাক বোকোচাত লৈ যাবলৈ মোৰ লাজ লাগিব।

সি খোজ কাঢ়ে। দুখ পায় যদিও সি খোজ কাঢ়িব পাৰে। প্ৰথমতে বেছি দুখ পায়। তাৰ পাছত সি সহ্য কৰিব পাৰে। এবাৰ সি দহখোজমান কাঢ়ি আকৌ ঘূৰি তাইৰ ওচৰলৈ আহি, সোধে—

ইয়াৰ পাছত আমাৰ কি হব বাৰু?

কিহৰ পাছত? সুমিত্ৰাই সোধে।

এইবোৰ গোলমাল চলিল। আমাৰ কিছু মানুহ মৰিল, আন কিছুমান ঘুনীয়া হ'ল। আমাৰ গাওঁ ভূঁই কিছু দিনৰ বাবে উচ্ছন্ন হৈ গ'ল। ইয়াৰ পাছত সঁচাকৈয়ে আমি স্বাধীন হম?

কি জানো,—সুমিত্ৰাই কয়। মই ভাবোঁ যে এই যুদ্ধ কিছুদিন চলিয়েই থাকিব। ইমান ডাঙৰ ডাঙৰ জাতিবোৰে এনেই কিয় বহি থাকিব? সিহঁতে যুদ্ধ কৰি থাকিব। আৰু আমি ইচ্ছা কৰি সিহঁতক কেনেকৈ ইয়াৰ পৰা উলিয়াই দিম। যুদ্ধ শেষহলে কিবা এটা হব। কোৱা শুনিছোঁ যে বিস্তৰ ক্ষতি হলে কিবা এটা লাভ হয়। আমাৰ গাৱঁত যেতিয়া কাৰোবাৰ হঠাৎ জুই লাগি ঘৰ পোৰে, তেতিয়া মানুহে কয়, যাৰ ঘৰ পুৰিছে তাৰ দুগুণ ধন আহিব। ইয়াতো কি জানি সেই কথাই সঁচা। কিন্তু মই সেইবোৰ কথা নাভাবোঁ।

নাভাবা? কেলৈ?—বনজনে সোধে।

ভাবিলে একো উৱাদিহ নাপাওঁ, সেইবাবে নাভাবোঁ। আৰু মই বোধহয় নিজৰ কথাকে বেছিকৈ ভাবোঁ। যিমানেই নিজৰ কথা ভাবোঁ তিমানেই মই হতাশ হৈ যাওঁ। আমাৰ জীৱনত আৰু বোধ হয় সুখ নাই। মই তোমাক ঠিক বুজাই কব নোৱাৰিম। কিন্তু ক'ৰবাত যেন এটা দুখ মোৰ লাগিয়েই আছে। মই তোমাক সঁচাকৈ কৈছোঁ, এইবোৰ কাম কৰি থাকোঁতে যদি গুলি খাই মৰি যাওঁ, মোৰ অতিশয় ভাল লাগিব। মই তাকেই বিচাৰিছোঁ!

খোজৰ মূৰত খোজ দি সিহঁত দুয়ো গৈ থাকে। আৰম্ভনীতে বনজনে যথেষ্ট দুখ পায়। কিন্তু যিমানে গৈ থাকে তিমানে তাৰ দুখটো পাতলি আহে। আৰম্ভৰ সময়ত সি কেইখোজ মান গৈয়েই জিৰাব লাগিছিল। লাহে লাহে একেলগে বেছি সময় সি খোজ কাঢ়িব পৰা হ'ল। লাহে লাহে বেলি হৈ আহিল। বেলি হৈ অহাৰ লগে লগে তাৰ পিয়াহো লাগিল। তথাপি আৰু অলপ নিলগলৈ নগলে সি পানী পাব নোৱাৰে। গতিকে সিহঁত গৈ থাকিল। সিহঁতে বেছি দূৰলৈ যোৱাৰ আগতেই মানুহৰ দলবোৰ সিহঁতে দেখিবলৈ পালে। উত্তেজিত হৈ মানুহবোৰে সিহঁতৰ বিপৰীত ফালে গোনাবলৈ ধৰিছে।

ঘটনাটো বুজিবলৈ সিহঁতৰ সৰহ পৰ নেলাগিল। আন কিছুমান মানুহৰ দৰে প্ৰথমতে সিহঁতেও আবাক হৈ গৈছিল। বৰনগৰৰ থানা দখল কৰিব? আজিয়েই? সিহঁতৰ যেন বিশ্বাস নহৈছিল। প্ৰথমে বনজনেই কয়,—

থানা দখল কৰাটো কি ইমান টান কথা? আমি মিছাতে ভয় কৰি থাকোঁ? কামটো কি টান? আমি যদি এবাৰ ধৰি লওঁ যে আমাৰ কিছু মানৰ গাত গুলি পৰিব, তাৰ পাছত কাৰ গাত গুলি পৰে সেই কথালৈ আকৌ কোনে ভাবে? ব'লা, আমিও ঘূৰি যাওঁ।

এবাৰ বনজনৰ মুখৰ ফালে চাই সুমিত্ৰাই কয়—

কথাটো শুনাৰে পৰা মোৰ মনত সেই একেটা কথা খেলি আছিল, যে মই উভতি যাব লাগে। মই কেৱল তোমাৰ কথাকে ভাবি আছিলোঁ বনজন, যে তোমাক মই কাৰ লগত থৈ যাওঁ। ব'লা বুলি কৈছা যদিও এতিয়াও মোৰ সন্দেহ আছে। অতদূৰ বাট তুমি যাবা কেনেকৈ? আৰু এই পৰিস্থিতিত তোমাক মই কেনেকৈ চাম?

বনজনে ততালিকে উত্তৰ দিয়ে,—

ইয়াৰ পৰা বৰনগৰ অতি দূৰ নহয়, তুমি নিজেও জানা। এইখিনি বাট যোৱা মোৰ বাবে একো টান নহয়। আৰু তাত গৈ কি কৰিব লাগে মই জানিম। বাউদেউৰ কথা মই জানো তোমাক এবাৰো সুধিছোঁ? নাই সোধা। তাৰ মানেই তুমি জানিব লাগে যে মই সহজে বিচলিত নহওঁ। আৰু মোৰ মনত এটা হেপাহ আছিল। অসম্ভৱ ভাওৰ এটা হেপাহ। এতিয়া নকওঁ বাৰু! মই যদি ক'ৰবাত অকণমান পানী পালোঁহেঁতেন! ইমান যে মোৰ পিয়াহ লাগিছে।

সুমিত্ৰাই আৰু তৰ্ক নকৰে। তাই চাৰিও ফালে চায়, আৰু তাক প্ৰায় টানি লৈ যায়। গাৱঁৰ এমূৰে থকা গছ এদালৰ তলত তাক বহাই থৈ, তাই ক'ৰবাৰ পৰা পানী আনে। সিহঁত দুয়ো পানী খায়। পানী খাই উঠি বল পোৱাৰ বাবেই নেকি, তাই অযথা হাঁহিবলৈ ধৰে। হাঁহি হাঁহি যেন তাই বাগৰি পৰিব। তাই কৈ যায়,—

এনেকুৱা যে অচহুৱা এইখন পৃথিবী। মানুহবোৰেই কৰিছে পৃথিবীখনক এনেকুৱা আচহুৱা। মই ভাবিছিলোঁ, ঘূৰি গৈ ঘৰত তোমাক মই কি খাবলৈ দিম, তোমাৰ ঘা খিনি কেনেকৈ ধুৱাই দিম, আৰু মই পুখুৰীত জাপ দি এঘন্টা মানে গা ধুই উঠি কেনেকৈ চুলিবোৰ মেলি দিম। অথচ এতিয়া ঘূৰি আকৌ যাম বৰনগৰলৈ গুলি খাবলৈ। তাতেই মৰি গলে ভাল, নমৰি আকৌ ঘূৰি আহিব লগা হলে বেয়া লাগিব।

তাই কৈ থাকে—

আৰু তুমি এটা সৰু ল'ৰা। কিমান হব তোমাৰ বয়স? আৰু মই? ময়োতো ছোৱালী, মানে, বুঢ়ী হোৱা নাই। তোমাতকৈ মই কিমান ডাঙৰ? ধৰা পাঁচ বছৰ। আমি দুয়ো সৰু। মই বোধ হয় গাভৰু হৈছোঁ; তুমি এতিয়াও ডেকা হোৱা নাই। আমাৰ সৰু কুমলীয়া জীৱন। তথাপি আমাৰ জীৱনৰ বাবে মায়া নাই। মোৰ কিন্তু আছিল, জানা? দুৰন্ত মায়া আছিল মোৰ জীৱনটোৰ বাবে। কোনোৱাই এদিন মোক কৈ গ'লহি—

তোমাক শিকলিৰে বান্ধি ৰাখি তোমাৰ আগত ৰাজভোগ দিলে তুমি খাবা জানো? আৰু যদি খোৱা তোমাৰ পেট ভৰিব জানো? এনেয়ে তুমি নাচি ভাল পোৱা,—কিন্তু কোনোবাই বেটৈৰে কোবাই তোমাক নাচিবলৈ ক'লে, তুমি জানো নাচিবা? আমাৰ কি হৈছে জানা? সকলো থকা সত্বেও আমাৰ লাজ নোহোৱা হৈছে। লাজ থাকিলে, কৌটি কৌটি মানুহে বন্দী হৈ থাকি নিশ্চিন্ত মনে হাঁহিব পাৰে? ঘৰসংসাৰ কৰিব পাৰে? আমি কিহৰ গৌৰৱ কৰোঁ আমাৰ ঐতিহ্য লৈ, আমাৰ বিদ্যা আৰু সংস্কৃতি লৈ? দৰাচলতে আমি অতি নিঃকিন, অতি অপদাৰ্থ। অতি লজ্জাহীন।

কথাবোৰ শুনি মই বলিয়াৰ দৰে হৈ গৈছিলোঁ। তথাপি মোৰ মায়া আছিল মোৰ জীৱনটোৰ বাবে। ব'লা বাৰু এতিয়া। গৈ থাকোঁ।

শিৱনাথহঁতো আহে। শিৱনাথ আৰু কাৰিকৰ কাৰো মুখত অকণো উম্মা প্ৰকাশ নাপায়। সমুদ্ৰ গম্ভীৰ হৈ আহে। আৰু তাৰ কাষে কাষে সাবিত্ৰীয়ে কথা কৈ আহি থাকে। যোৱা ৰাতি কিবাকৈ উদ্ধাৰ আঁচলৰ আগটো জুইয়ে

পুৰিলে। তাই নানা কিটিপ উলিয়াই চাদৰখন কোনো ৰকমে গাত মেৰাই ৰাখে। ইমান শ্ৰান্ত হোৱা সত্ত্বেও তাইৰ গাত কোনো শ্ৰান্তি দেখা নাযায়। শিৱনাথৰ ওচৰত থাকিব পাৰিলে তাইৰ গাত নাইবা মনত কোনো দুখ নাথাকে। শিৱনাথে গৈ থাঁকোতে এবাৰ কয়,—

গান শুনিবি নেকি অ' সমুদ্ৰ? বৰঞ্চ আমি কোনেও নুশুনাকৈ তই সাবিত্ৰীক সুধি চা, যদি তোৰ নিজস্ব মত একো নাই।

কথা কয় সাবিত্ৰীয়ে,—

নোকোৱা, কিয় সমুদ্ৰ? কৈ দিয়া যে সাবিত্ৰী জনী নথকা হ'লে মই নিজেই গালোহেঁতেন গান। সাবিত্ৰী জনীয়ে হ'ল মোৰ কাল শনি।

সমুদ্ৰই কয়,—সাবিত্ৰী! যিদিনাখন মই তোমাক প্ৰথম বাৰ দেখিছিলোঁ সিদিনাখনৰ পৰাই তুমি মোক সুবিধা পালেই আঘাত দিয়া। মই একেবাৰে বুজি নাপাঁও কি অন্যায় নো মই কৰিছোঁ।

তুমিও যে এজন মানুহ সমুদ্ৰ!—উমাই কয়। সুবিধা পালেই সাবিত্ৰীয়ে কিয় তোমাৰ খং তুলিবলৈ চেষ্টা কৰে, সেই খিনি কথাও তুমি বুজি নোপাৱা। তেনে মই কওঁ শুনা। তোমাক ভাল পায় বাবে। কাল শনি বুলি ক'লে, তুমি তত্তালিকে কৈ দিবা, নহয় নহয় তুমি শনি নহয়, তুমি মোৰ মণি—সেই লোভতে।

শিৱনাথে আকৌ কয়,—এই অবান্তৰ কথাবোৰ বাদ দে। মোৰ প্ৰশ্নটোৰ উত্তৰ দে। কাৰণ, ইয়াৰ পাছত আৰু সুবিধা নাপাৱ। আটাইবোৰ মানুহৰ লগত মিলি গলে মই আকৌ কেনেকৈ গান গাম?

অলপ পৰ মনে মনে থাকি সি আকৌ কয়,—

থাওক বাৰু। যাচি দিয়া বস্তুৰ মূল্য নাই। গান আৰু নাগাওঁ। আৰু তহঁতৰ মনত এয়া গান গোৱাৰ সময়ো নহয়। মোৰ কেৱল উমাৰ কথা শুনি হাঁহি উঠিছে। সমুদ্ৰক মই হাড়ে-হিমজুৰে জানো। তাৰ ভণ্ডামি মই

ভালদৰে বুজি পাওঁ। আজি এমাহে, সি সাবিত্ৰীৰ বাবে ছটফটাই ফুৰিছে, সাবিত্ৰী নহলে চাৰিওফালে অন্ধকাৰ দেখিছে। গতিকে ভাল ভাল কথাবোৰ সি সাবিত্ৰীৰ নিজৰ মুখৰ পৰা শুনিবলৈ ইচ্ছা কৰাটো স্বাভাৱিক। আৰু সাবিত্ৰীৰ মুখলৈ সেই কথা আহিছিল মাথোন, তেনেতে উমাই একেবাৰে নষ্ট কৰি পেলালে।

খন্তেক বৈ সি আকৌ কয়,—

কিন্তু তহঁতে সুমিত্ৰাৰ কথা ইমানদিনে মোক কোৱা নাছিলি কিয়? সুমিত্ৰা বন্‌জনৰ কথা শুনি মই স্তম্ভিত হৈ গৈছোঁ। সুমিত্ৰাক দেখাপোৱা হলে, প্ৰথমে মই তেওঁৰ ভৰি ছুই সেৱা কৰিলোঁহেঁতেন। তাৰ পাছত—

তাৰ পাছত,—সাবিত্ৰীয়ে বাধা দি কয়। তাৰ পাছত তুমি তাইক বিয়া কৰালাহেঁতেন, নহয় জানো শিৱ?

উঁ—শিৱনাথে কয়। বিয়া কৰাই তেওঁক উমাৰ ওচৰত থৈ মই পৰম সুখেৰে জেলত বহি আৰাম কৰিলোঁহেঁতেন।

সিহঁতৰ কথা বন্ধ হৈ গ'ল। দূৰত অগণন মানুহৰ জয়ধ্বনি শুনা গ'ল—বন্দেমাতৰম! কাৰিকৰে মুখ ঘূৰাই সো ফাললৈ চাই তেওঁ নিজেও চিঞৰি উঠিল—বন্দেমাতৰম। উমা সাবিত্ৰী দুয়ো চিঞৰি উঠিল—বন্দেমাতৰম্। সমুদ্ৰ আৰু শিৱনাথে চিঞৰি উঠিল—বন্দেমাতৰম্।

সিহঁত আটাই কেইজনৰ মুখত হাঁহি বিৰিঙি উঠিল। সিহঁতৰ বুকুত তেজৰ চলাচল দ্ৰুত হ'ল---। সিহঁত আটাই কেইজনে কেই মুহূৰ্ত্তমানৰ বাবে সেই খিনিতে স্তব্ধ হৈ 'থয় হৈ থাকিল। তাৰ পাছত শিৱনাথে ক'লে।—

মোৰ আৰু সময় নাই। সেইবাবে এই এবাৰ কথা এতিয়াই কৈ থওঁ। কাৰিকৰ আৰু সমুদ্ৰৰ মই শলাগ লৈছোঁ। ইমান কম সময়ৰ ভিতৰতে আটাইবোৰ গাওঁতে খবৰ দি এই আয়োজন কৰা উজু কথা নহয়। সঁচাকৈ মোৰ এবাৰ সন্দেহ হৈছিল যে হয়তো হৈ নুঠিব। পুলিচৰ লগত দেখাদেখিকৈ এয়ে আজি প্ৰথম আমাৰ যুদ্ধ। আমি কিমান জন আজি মৰি যাওঁ মই কব

নোৱাৰোঁ; কিন্তু আজি সন্ধিয়াৰ পৰা বৰনগৰৰ থানা, আমাৰ হাতলৈ আহিব। আমাৰ যদি মতিভ্ৰম নহয়,—আন আন থানাও আমাৰ হাতলৈ আহি থাকিব। আজি আমাৰ পৰীক্ষা। আমাৰ আজি কিমান ক্ষতি হ'ব কব নোৱাৰোঁ। বোধ হয় বহুত হব। কিন্তু আজি আমি বিফল হব নোৱাৰোঁ। সেয়া আমাৰ পণ।

প্ৰথমবাৰৰ বাবে কাৰিকৰে কয়,—

আজি ইমান দিনৰ ভিতৰত আজি প্ৰথম মোৰ উত্তেজনা আহিছে শিৱনাথ। গোটেই জীৱনটো যেন মই এই ক্ষণটোৰ বাবে বাট চাই আছিলোঁ। এটা সম্মুখ সমৰৰ বাবে। আমাৰ তেজ দেখুৱাবৰ বাবে নহয়,—আমাৰ সাহস দেখুওৱাৰ এটা সুযোগৰ বাবে। কেৱল সেয়ে নহয়, এই সাহসে আনি দিব দেশবাসীৰ সাহস, আত্মবিশ্বাস! যুঁজত মৰাটোত বীৰত্ব একো নাই। যুঁজ লাগিলে কোনোবা নহয় কোনোবা মৰিবই বীৰত্ব হ'ল যুঁজলৈ ওলাই অহাটো। মৃত্যুক বৰণ কৰাটো বীৰত্ব নহয়। মৃত্যুক নেওচান দিব পৰাটো বীৰত্ব। আজি আমি যুঁজলৈ ওলাইছোঁ। সেইবাবে মই উত্তেজিত হৈ উঠিছোঁ।

উজান ঘাটত উমাৰ মাকে কান্দে। বনজন আৰু উমা দুয়ো নাই। বুধবাৰে ৰাতি উমাই ওলাই গৈছিল আৰু আজি শনিবাৰ। ধৈৰ্য্য ধৰিবলৈ তেওঁৰ যেন আৰু শক্তি নাইকিয়া হৈ গৈছে। বৃহস্পতিবাৰে বনজনে উজানঘাটত পুলিছৰ গোৰত তত নাইকিয়া হৈ পৰি গৈছিল। তাৰ পাছত সি যে কলৈ গ'ল আৰু তেওঁ কব নোৱাৰে। প্ৰতিমুহূৰ্ত্তে তেওঁ ভাবে, সিহঁত দুয়ো ঘূৰি আহিব। বাট চাওঁতে চাওঁতে তেওঁৰ চকুপানী ওলায়। ৰন্ধা ভাত কেৰাহীতে থাকে। তেওঁ নিজেও আৰু খাব নোৱাৰে।

বান্ধনি ঘৰৰ পৰা ওলাই আহি তেওঁ বনজনৰ বিছনাখন ভালকৈ পাৰি থয়। সি ঘৰ আহি পালেই যে তাৰ টোপনি লাগিব তেওঁ নিশ্চয়কৈ জানে। তাৰ ইমান টোপনি লাগিব যে সি ভাত খোৱাৰ সময়কে নাপাব। বোধ হয় তাৰ ভাত কেইটা তাৰ বিছনাৰ ওচৰতে আনি থব লাগিব। তাৰ টোপনি লাগিলেই বিপদ। কতদিন তাক তেওঁ ভাত খুৱাই দিছে। সি টোপনিৰ জালত চকু মুদি থাকে আৰু তেওঁ তাক ভাত খুৱাই দি থাকে। তাৰ পাছত সি

শুই পৰে! তেওঁৰ কাষত মূৰ থৈ সি শুই যায়। তাৰ চাগৈ কিমান ভোক লাগিছে, তেওঁ ভাবে। সি কিন্তু ঘূৰি আহি নাপায়।

সিহঁত ঘূৰি নহা সত্ত্বেও, শুক্ৰবাৰৰ দিনাখন ৰাতি তেওঁ নিজৰ বাবে কেইটামান ভাত বাঢ়ি লৈছিল। বিপদত ধৈৰ্য্য নধৰিলে উপায় নাই। তেওঁ জী থাকিবলৈ হলে খাবই লাগিব। নহলে, তেওঁ যদি পৰি থাকে, উমাহঁত আহি পালে কোনে সিহঁতক ভাত দিব। ভাতখিনি বাঢ়ি লৈ তেওঁ এগৰাহ' মুখৰ ওচৰলৈ নিছিল মাথোন। হঠাৎ যেন তেওঁ কাৰোবাৰ মাত শুনিলে। কোনোবাই যেন তেওঁক মা বুলি মাতিছে। তেওঁ উধাতু খাই ওলাই আহে। ঘৰৰ বাহিৰলৈ ওলাই যায়। কিন্তু কোনো নাই। তেওঁ বাৰীৰ ফালে যায়। তাতো কোনো নাই। তথাপি তেওঁ বাৰে বাৰে চাৰিও ফালে ঘূৰি ঘূৰি চাবলৈ ধৰিলে। কাকোঁ তেওঁ দেখা নাপালে। তেওঁ ঘূৰি ভিতৰলৈ আহিল। পিৰাখনতে বহি, বেৰৰ খুটা এটাত মূৰটো থৈ তেওঁ কান্দিলে। তেওঁৰ ধৈৰ্য্যৰ বান্ধ ভাঙি গ'ল। তেওঁৰ দুই চকুৰেদি ঢল বৰলৈ ধৰিলে। ভাতৰ কাঁহীখন তেনেকৈয়ে পৰি থাকিল। তেওঁ ওলাই আহি বিছনাত দীঘল দি পৰিল।

তেওঁৰ টোপনি নাহিল। ক্লান্ত হৈ চকুমুদি তেওঁ পৰি থাকিল। প্ৰথমতে দুবাৰ চক খাই তেওঁ উঠি বহিছিল। যেন চাৰিওফালৰপৰা তেওঁক মাতে। উঠি গৈ তেওঁ বনজনৰ বিছনাখন খেপিয়াই চায়। উমাৰ বিছনাখনো চায়। বিছনাবোৰ শূন্য। তথাপি তেও চকু মুদিলেই কোনোবাই তেওঁক সিহঁতৰ বিছনা বিলাকৰ পৰা মাতে। তেওঁ স্পষ্ট শুনিবলৈ পায়—তেওঁক 'মা' 'মা' বুলি মাতিছে। বান্ধনি ঘৰৰ ওচৰত থকা কঁঠাল গছ জোপাৰ পৰা কোনোবাই মাতে 'মা'। নঙলাৰ বাহিৰৰ পৰাই কোনোবাই চিঞৰে,—মা। বাৰীৰ এচুকৰ পৰা দীঘলকৈ তেওঁক মাতে—মা। বেৰৰ বাহিৰৰ পৰা চুপি চুপি কোনোবাই মাতে,—মা। ওচৰৰ পৰা, নিলগৰ পৰা; ঘৰৰ ভিতৰৰ পৰা আৰু নঙলাৰ বাহিৰৰ পৰা; নিজৰ বাৰীৰ পৰা আৰু বিস্তীৰ্ণ পথাৰৰ পৰা, বহুজনে অবিৰাম যেন চিঞৰে—মা, মা, মা। সিহঁতে কেৱল চিঞৰে। কোনেও কিন্তু নাকান্দে। চিঞৰি চিঞৰি যেন তেওঁক মাতে। ৰাতি গহীন হয়, দোভাগ হয়, হঠাৎ চৰায়ে মাতে, ৰাতি পুৱাই যায়।

চকুৰ পানী মচি তেওঁ বাহিৰলৈ ওলাই আহে। তেতিয়াও সূৰ্য্য উঠা নাই। মাত্ৰ সূৰ্য্যৰ আভা পূব দিগন্তত উজলি উঠিছে। হঠাৎ তেওঁ কথাবোৰ বুজি পায়। পূবৰ বাল কিৰণত তেওঁৰ মনৰ এন্ধাৰ দূৰ হৈ যায়। তেওঁ বুজি পায় যে সেয়া জনতাৰ চিঞৰ। জনতাৰ ৰব। ৰনজন আৰু উমাই তেওঁক মা বুলি চিঞৰি মতা নাই, তেওঁক শত সহস্ৰ জনতাই মা বুলি চিঞৰিছে। অগণন গাওঁ বিলাকৰ পৰা, দেশ দেশান্তৰৰ পৰা সমগ্ৰ জনতাই তেওঁক মাতিছে।

তেওঁ চকুৰ পানী মচি পেলায়। ভিতৰলৈ গৈ ৰাতিৰ চেঁচা ভাত বিলাক ঢাকন দি থৈ দিয়ে, নতুন বিহা এখন গাত লয়। আৰু ঘৰটোৰ ভিতৰত বিচাৰি ফুৰে এখন নিচান। মানুহে তেওঁক মাতিছে, তেওঁ ওলাই যাব।

সাবিত্ৰীৰ মাকৰ নৰীয়া হোৱা খীণ শৰীৰটো আৰু খীণাই গৈছে। তেওঁৰ বল নোহোৱা শৰীৰটো আৰু দুৰ্ব্বল হৈ পৰিছে। খোজ কাঢ়ি যেতিয়া তেওঁ ইফালে সিফালে যায় তেতিয়া তেওঁৰ ধাৰণা হয় যে তেওঁৰ ভৰিবোৰ বোধ হয় মাটিত লগা নাই। আৰু সেয়ে বোধহয় তেওঁ একে ঠাইতে বহি আছে, দিন ৰাতি। তেওঁৰ মনটোৱে মাত্ৰ ঘূৰি ফুৰিছে। আকাশে পাতালে তেওঁৰ মনটোৱে ভ্ৰমি ফুৰিছে। তেওঁৰ মনত পৰে, দুৰ্ব্বাৰ বেদনাৰ ভিতৰতো তেওঁ শুক্ৰবাৰে ৰাতি ভাত ৰান্ধিছিল। সাবিত্ৰীৰ বাহিৰে যি কেইটা লৰা-ছোৱালী ঘৰত আছিল সিহঁতে খাব লাগিব। ৰূপৰাম আৰু নাই। কিন্তু ৰূপৰামে সদায় কৈছিল যে লৰা-ছোৱালীবোৰ দেশৰ, লৰা-ছোৱালীক অবহেলা কৰা মানে দেশকে অবহেলা কৰা। আৰু দেশক অবহেলা কৰাটো কেৱল নাৰকীৰ কাম। সেই বাবে তেওঁ শুদা ভাত কেইটামান ৰান্ধি থৈছিল। কোনে খালে কোনে নাখালে তেওঁ তত ধৰিব নোৱাৰিলে।

কাৰণ কেৰাহীটো তেওঁ কোনো প্ৰকাৰে নমাই থৈছিল। ভালকৈ থব পাৰিছিল নে নাই তেওঁ কব নোৱাৰে। চকুৰে তেওঁ একো নেদেখা হৈ গৈছিল। তেওঁৰ এনেকুৱা লাগিছিল যেন তেওঁৰ ভৰিৰ তলত মাটি খিনি কঁপিছে, ঘৰটো লৰিছে, বেৰবোৰ ঢলি পৰিছে। তাৰপৰা কোনো ৰকমে উঠি বেৰত ধৰি ধৰি তেওঁ শোৱা ঘৰত সোমাই ৰূপৰামে পেলাই থৈ যোৱা বৰকাপোৰ খনৰ ওপৰত মাটিতে ঢলি পৰিছিল। তাৰ পাছত আৰু তেওঁ একোকে কব নোৱাৰে।

কিছু বেলিৰ পাছত তেওঁ সংজ্ঞা ঘূৰাই পালে। মুহূৰ্ত্তৰ ভিতৰতে তেওঁ গম পালে যেন তেওঁৰ বুকু খনৰ ভিতৰত কেবাপাত শেল সোমাই আছে। তেওঁৰ উশাহ বোৰ পেটত জমা হৈ ওপৰলৈ উঠি আহিবলৈ বিচাৰিছে,— নোৱাৰি, আকৌ পেটলৈ গৈ গোট মাৰিছে। তেওঁৰ চকুৰ ৰশ্মি আছে, আৰু উশাহবোৰ পেটত জমা হৈ আছে, তাৰ বাহিৰে তেওঁৰ একো নাই। তেওঁৰ হাত ভৰি নাই, মূৰটোও নাই। কেৱল বুক খনৰ মাজত এটা অতিকায় ব্যথাই নাচিবলৈ ধৰিছে। নাচি নাচি বেদনাটোৱে ইফালৰ পৰা সিফালে গৈছে, প্ৰতি খোজতে তেওঁৰ বুকুৰ হাড়বোৰ ভাঙি দিছে, আৰু দুৰ্দাম শক্তিৰে ওলাই আহিব খোজা উশাহ বোৰ আকৌ পেটলৈ ঠেলি দিছে। মন নোহোৱা উকা চকুৰ ৰশ্মিৰে তেওঁ প্ৰাৰ্থনা কৰিবলৈ চেষ্টা কৰে যেন তেওঁৰ উশাহবোৰ বন্ধ হৈ যায়। যেন তেওঁৰ বুকুৰ মাজৰ হাড়-ভঙা নাচোনবোৰ বন্ধ হৈ যায়। তেওঁ চিঞৰিবলৈ চেষ্টা কৰে, কিন্তু তেওঁৰ ডিঙিটো তেনেই শুকাই গৈছে; মাত নোলায়।

এবাৰ হঠাৎ তেওঁৰ গোট মাৰি থকা উশাহবোৰ গলি পানী হয়। পানীবোৰে বুকুৰ বাধা ভেদ কৰি তেওঁৰ চকুৰ ৰশ্মি উটাই দি চকুৰেদি ওলাই আহে। সেই পানীবোৰেই তেওঁৰ ডিঙিয়েদিও ওলাই আহিবলৈ চেষ্টা কৰে। বুকু ফালি শুকান ডিঙিৰ মাজেদি, ওলাই আহে তেওঁৰ কান্দোন। ধুমুহা বতাহত উফৰি যোৱা গছৰদৰে তেওঁ উফৰি পৰে। তেওঁৰ আৰু একো নাথাকে। এটা উদণ্ড কান্দোনে তেওঁক গ্ৰাস কৰি পেলায়। যেন তেওঁ আৰু নাই, তেওঁৰ চকু মূৰ হাত ভৰি আটাইবোৰকে গ্ৰাস কৰি জাগি উঠিছে মাত্ৰ এটা কান্দোন। কান্দোনত তেওঁ থৰ্বাক উঠে, চিটিকি পৰে। তাৰ পাছত শব্দ হয়, তেওঁৰে কান্দোনৰ শব্দ। তেওঁ কান্দে, অবিৰাম কান্দে। তেওঁৰ বুকু মৰিমূৰ কৰি ৰূপৰাম গুচি গৈছে, আৰু তেওঁ কান্দে। ৰূপৰামৰ কথা সুঁৱৰি সুঁৱৰি তেওঁ কান্দে। ৰাতি পুৱাই যায়।

লাহে লাহে তেওঁ উঠে। ৰূপৰামৰ কাপোৰখন ভালকৈ ভাঁজ কৰি থয়। তেওঁৰ পাগুৰিটো পৰি আছিল তাকো তেওঁ ভালকৈ থৈ দিয়ে।

ৰূপৰাম ৰাতিপুৱা পথাৰলৈ যাবলৈ ওলালেই তেওঁ সদায় গামোচা এখনত কিবাকিবি বান্ধি দিছিল। সেই গামোচাখনো তেওঁ থৈ দিয়ে। জীৱনত ৰূপৰামৰ বাবে আৰু কোনোদিন বস্তু বান্ধি দিব নালাগে। তেওঁ বাহিৰলৈ ওলাই আহে।

দুৱাৰখন খুলিয়ে তেওঁ দেখা পায়, তেওঁলোকৰ কুকুৰটো দুৱাৰৰ কাষতে পৰি আছে। সি নুঠে, তেনেকৈয়ে পৰি থাকে। ৰূপৰামৰ লগত কুকুৰটো সদায় পথাৰলৈ গৈছিল। ৰাতি হ'লে, সি দুৱাৰ খনৰ ওচৰতে শুই থাকে, আৰু ৰাতি পুৱালেই ৰূপৰামৰ লগে লগে যায় গৈ। আজি আৰু সি নুঠে। তাৰ পেটটো হাড়ত লাগিছে গৈ। কালিৰে পৰা সি নিশ্চয় একো এটা খোৱা নাই। তেওঁক দেখি সি এবাৰ মূৰটো ডাঙি তেওঁলৈ চায়। তাৰ দুই চকুৰেদি লো ওলাই তাৰ মুখৰ নোমবোৰ তিতি গৈছে৷ এবাৰ মূৰটো ডাঙি সি আকৌ তাতেই পৰি থাকে। তেওঁ চোতাললৈ ওলাই যায়।

চোতালত ভৰি দি তেওঁ আচৰিত হৈ যায়। তেওঁলোকৰ ম'হ দুটা চোতালৰ এমূৰে গোহালিৰ কাষতে থিয় হৈ আছে। তেওঁ আৰু এখোজো আগ বাঢ়িব নোৱাৰে। তেওঁলোকৰ ম'হদুটাই হয়। সেই দুটা ম'হৰবাবে ৰূপৰামে মাৰ খালে। ৰূপৰামৰ পিঠিত, উৰুত গোটেই গাতে যেতিয়া পুলিছৰ কোব পৰিল, তেওঁ তেতিয়া বলিয়া মানুহৰ দৰে চিঞৰিছিল। কিন্তু কোনো লাভ নহ'ল। কোব খাই যেতিয়া ৰূপৰাম থানালৈ গৈছিল, তেতিয়া তেওঁ আকৌ মুচকচ গৈছিল। বিনা অপৰাধত মানুহে মানুহক ইমানকৈ মাৰিব পাৰে তেওঁ ভাবিব পৰা নাছিল। ম'হদুটাৰ বাবেই ৰূপৰামে মাৰ খালে, সিহঁত দুইটাৰ বাবেই বোধহয় ৰূপৰাম অৱশেষত মৰিল। তেওঁৰ চকুদুটা ৰঙা হৈ উঠে। আকৌ ঘূৰি তেওঁ ঘৰটোৰ ওচৰলৈ যায়। তাতেই শকত লাঠি এডাল আছিল। ম'হ দুটাকো তেওঁ কোবাব। কোবাই কোবাই সিহঁতক তেওঁ মাৰি পেলাব। সিহঁতৰ বাবে ৰূপৰামে মাৰ খালে, সিহঁতকো তেওঁ মাৰি পেলাবে।

লাঠি ড্ৰাল লৈ তেওঁ ম'হদুটাৰ ওচৰলৈ আহে। লাঠি দেখিও ম'হ দুটা নলৰে। আগবদৰে তাতেই সিহঁত থিয় দি থাকে; নেজবিলাক পর্য্যন্ত নলৰায়। লাঠিদাল দাঙি লৈ তেওঁ আগবাঢ়ে। তেওঁৰ শৰীৰলৈ ক'ৰবাৰ পৰা অপাৰ শক্তি আহে। কিন্তু সিহঁতৰ সন্মুখলৈ আহি তেওঁ আকৌ বৈ যায়। ম'হ দুটাই কান্দিছে। দুয়োৰে দুই চকুৰেদি অবিৰাম লো পৰি আছে। সিহঁতৰো পেটবোৰ হাড়ত লাগি আছে। সিহঁতেও নিশ্চয় আজি কেবাদিনো একো খোৱা নাই। সিহঁতেও গম পাইছে যে ৰূপধাম আৰু নাই। সেই বাবে সিহঁতে কান্দি আছে। লাঠিৰ কোবক আৰু সিহঁতে ভয় নকৰে। সিহঁতে তেওঁৰ ফালে কাতৰ ভাবে চাই তাতেই থিয় হৈ থাকি কান্দি থাকে। সিহঁতৰ ওচৰতে খেৰবোৰ পৰি আছে। অথচ সিহঁতৰ ভোগ লগা সত্ত্বেও এদাল কুটাও সিহঁতে মুখত নিদিয়ে। সিহঁতৰো বুকুৰ মাজত ক'ৰবাত কিবা এটা হয়; আৰু সিহঁতে কান্দে।

হাতৰ লাঠিদাল তেওঁ পেলাই দিয়ে আৰু ঘৰৰ ভিতৰলৈ দৌৰে। তেওঁৰ মনত পৰে, ভিতৰত ক'ৰবাত নিচান এখন আছে। নিচানখন হাতত লৈ তেওঁ ওলাই যাব। সেইখন নিচান ৰূপধামে হাতত লৈ ওলাই গৈছিল। তেওঁ ওলাই যাব। ঘৰৰ ভিতৰৰ পৰা বিচাৰি বিচাৰি তেওঁ নিচানখন লৈ আহে। লাঠিদাল লোৱাৰ দৰে তেওঁ নিচানখন দাঙি লয় আৰু চোতাললৈ আহে। তেওঁ দৌৰিব খোজে আৰু পৰি যায়। তেওঁৰ সংজ্ঞা নাথাকে। কুকুৰটো ওচৰলৈ আহি তেওঁৰ মেলখাই থকা চকুহাললৈ চাই থাকি থাকি, মুখখনত চেলেকি দিবলৈ ধৰে। ম'হ দুটা লাহে লাহে তেওঁৰ ওচৰলৈ আহে। ম'হ দুটাই তেওঁৰ গাটো শুঙিবলৈ ধৰে। নিচানখন তেওঁৰ হাতৰ ওচৰতে মাটিতে পৰি থাকে।

# বিশ

বৰনগৰৰ থানাই যে একেবাৰে গম পোৱা নাছিল তেনে নহয়। যোৱা ৰাতি থানালৈ খবৰ আহিছিল যে ৰাতিপুৱালৈই থানা আক্ৰমণ কৰা হব। কিন্তু সেই ৰাতিৰ ভিতৰতে আকৌ বিমান ঘাটিত আক্ৰমণ* হব, এই কথা কোনেও ভাবিব পৰা নাছিল। তিনি ৰাতিৰ ঘটনাই থানাক বিব্ৰত কৰি তুলিছিল। যিখিনি পুলিছ তাত আছিল, সিহঁত প্ৰায় বিবুদ্ধি হৈ পৰিছিল। কোনফালে চাব। আৰু সিহঁতৰ মনত এটা ভয় সোমাই গৈছিল। পুলিছ দুজন মৰিছে, বাকী আৰু এজন নিশ্চয় মৰিব। লোৰ-শলা চকুৰে সোমাই মূৰ পাইছে গৈ, ক'ত আৰু বাচিব! বন্দুক হাতত থাকিলে, ইমান দিনে, সিহঁতৰ শঙ্কা নাছিল। এটা বন্দুক হাতত থাকিলে এশজন মানুহক ভেটা দিব পাৰি, এয়ে আছিল সিহঁতৰ সাহস। কিন্তু মানুহে যেতিয়া মৰিবলৈ ভয় নকৰে, তেতিয়া বন্দুকেৰে কি হব। সেইবাবে সিহঁতৰ সাহপিত কমি গৈছে।

তথাপি সিহঁত প্ৰস্তুত হয়। তিনিফালে তিনি ঠাইত সশস্ত্ৰ পুলিছ ৰাখি থয়। থানাৰ সমুখত থাকে এটা দল; এটা দল থানাৰ সোঁফালে আৰু আনটো দল থানাৰ বাওঁ ফালে আলিত থাকে। প্ৰতিটো দলতে চাৰিজনকৈ থাকে পুলিছ। তাৰ উপৰি থানাৰ ভিতৰত থাকে আঠজন। দৰ্কাৰ হলে সিহঁতে গুলীয়াব। যি ফালৰে পৰা মানুহ আহে সেই ফালেদি মানুহক সিহঁতে ভেটা দিব। কুৰিটা বন্দুক, কুৰিজন পুলিছ। এশমানুহ মাৰি

পেলোৱাটো তেনেই উজু কথা। কিন্তু বন্দুক আছে বুলিয়েই সিহঁতে এশ মানুহ মাৰি পেলাব নোৱাৰিব, সেই কথাও সিহঁতে জানে। এশমানুহ মাৰিলে সিহঁতৰ প্ৰতিজনৰে ফাঁচি হব, সিহঁতে ধৰি লয়। তাৰ বাহিৰে ইচ্ছা কৰিলেও, চেষ্টা কৰিলেও, সিহঁতে গুলীয়াই ইমান মানুহ মাৰিব নোৱাৰে। তথাপি সিহঁতে সাজু হৈ থাকে।

সতৰ্ক কৰি দিয়া সত্ত্বেও নানা গাওঁৰ পৰা অহা মানুহবোৰে একে সময়তে এক ঠাইতে আহি গোট খাব নোৱাৰে। দৰাচলতে তেওঁলোকে পথাৰ বিলাকত সিচৰতি হৈ পৰে। পোন্ধৰ কুৰিজনৰ একোটা দল নানা বাটেদি বৰনগৰৰ ফালে আগবাঢ়িবলৈ ধৰে। তেওঁলোক ইমান উত্তেজিত হৈ পৰিছে যে তেওঁলোকে যেন আৰু কাৰো বাবে বাট চাব নোৱাৰে, কোনো যুক্তিৰ কথাও ভাবিব নোৱাৰে।

শিৱনাথ অলপ বিচলিত হৈ পৰে। পোন্ধৰজনৰ দল এটা পুলিছৰ ওচৰ পোৱা মাত্ৰকে পুলিছে কোবাই চাৰিজনক বগৰাই পেলাব আৰু বাকীবোৰ পলাব। এটা দল যদি পলাই ঘূৰি আহে, তেওঁলোকৰ পাছত যোৱা দলবোৰ বাটৰ পৰাই ঘূৰি আহিব। কেৱল উত্তেজনাৰে কাম নহয়। সি পথাৰৰ মাজে মাজে দৌৰে। অকলশৰে এটা দল যাতে গৈ বৰনগৰত সোমাব নোৱাৰে, যাতে আটাইবোৰ মানুহ এটা দল হৈ পুলিছৰ আগত থিয় হব পাৰে, সেয়ে তাৰ উদ্দেশ্য। প্ৰতিটো দলৰ ওচৰলৈ দৌৰি গৈ শিৱনাথে সিহঁতক বঢ়াই বুজাই একগোট কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। তাৰ যত্ন কামত লাগিল। মানুহবোৰ ৰ'ল।

ইটো দলৰপৰা সিটো দললৈ দৌৰি যাওঁতে শিৱনাথে মানুহৰ মাজত বন্‌জনক এবাৰ দেখিছিল। তাৰ ওচৰে ওচৰে গৈ আছিল ছোৱালী এজনী। বন্‌জনৰ হাতত এখন নিচান, ছোৱালীজনীৰ হাতত নিচান নাই। শিৱনাথে ততালিকে গম পাইছিল সেই জনীয়ে হব সুমিত্ৰা। ৰ'দ আৰু ঘামত তাইৰ মুখখনৰ এটা বেলেগ ৰূপ ওলাই পৰিছিল। যেন তাই এটা তামৰ মূৰ্ত্তি। দেখিলেই ধাৰণা হয়, তাই যেন দৃঢ়তাৰ প্ৰতিমূৰ্ত্তি।

সিহঁত দুয়োৰে ওচৰলৈ গৈ শিৱনাথে একে উশাহতে কথাবোৰ কৈছিল,—

বনজন, তুমি ক'ৰবাত দুখ পাইছা নহয় জানো? আৰু তুমি সুমিত্ৰা, মই জানিছোঁ। মোৰ সময় থকা হলে বনজনক মই বোকোচাত তুলি লৈ গলোঁহেঁতেন, আৰু সুমিত্ৰাৰ অলপ কাম পাতলিলহেঁতেন। কিন্তু মোৰ সময় নাই। তোমালোক দুয়ো যি কাম কৰিলা, ভাৰতবাসীয়ে তাক নাপাহৰে। বনজন, তুমি সোনকালে ভাল হৈ উঠিবা। সুমিত্ৰা, আৰু কোনোবাদিনা লগ পালে মই তোমাক কম কেনেকৈ তুমি দেৱী হৈও শাপভ্ৰষ্টা হৈ মানুহৰ শৰীৰত সোমালা। তুমি শাপভ্ৰষ্টা দেৱী।

নিমিষৰ ভিতৰতে সি আঁতৰি যায়। অইন দল এটাৰ লগ লাগে প্ৰায়বোৰ মানুহ যেতিয়া গোট খালে তেতিয়া সি সিহঁতৰ আগত থিয় দি চিঞৰি কবলৈ ধৰে।

তোমালোকে মোৰ এটা কথা শুনা।

উত্তেজিত জনতাই তাৰ কথা শুনিব নোখোজে। কোনোবা এজনে সোধে,—

তুমি কোন? তোমাৰ কথা শুনিবলৈ আমাৰ কি দৰ্কাৰ? এতিয়া ঘৰলৈ যোৱাগৈ? কথা শুনাৰ আমাৰ সময় নাই।

আন এজনে কয়,—

তুমিনো আহিলা কেলৈ? মিটিঙত বক্তৃতা দিয়াৰ যদি ইচ্ছা, তেনে স্কুললৈ আহিবা। তাতেই হব মিটিং। আজি নহওক কাইলৈ হব। থানা দেখাই পোৱা নাই, তোমাৰ ভয় লাগিলেই।

শিৱনাথ বিবুদ্ধি হৈ আকৌ চিঞৰি কয়,—

মই তোমালোকৰ আগত কোনো অহঙ্কাৰ কৰিবলৈ ওলোৱা নাই তোমালোকে মোক চিনি নোপোৱা বাবেহে মই কৈছোঁ। মই শিৱনাথ। তোমালোকে আটায়ে যদি শুনা নাই মই আকৌ কৈছোঁ, মোৰ নাম শিৱনাথ।

মানুহবিলাকে নিতাল মাৰে। শিৱনাথৰ নাম তেওঁলোকে শুনিছে। মানুহজনক আটায়ে দেখা নাছিল। আৰু কোনেও একো কথা নকয়। শিৱনাথে আকৌ কয়,—

মই তোমালোকক উপদেশ দিবলৈ অহা নাই। বৰং তোমালোকৰ উপদেশহে মই লব খুজিছোঁ। কি কাম তোমালোকে কৰিব লাগিব সেই বিষয়ে মই কব খোজা নাই। তোমালোকে জানা। আৰু যদি এতিয়া তোমালোকে মোক কৈ দিয়া মই কি কাম কৰিব লাগিব মই সেই কামকেই কৰিম।

সি অকণমান ৰয়। মানুহ বিলাকে তাৰ ফালে চাই থাকি একান্ত মনে তাৰ কথাবোৰ শুনি থাকে। শিৱনাথৰ নাম শুনি তেওঁলোকে ঘৰৰ পৰা ওলাই আহিছে,-আৰু মানুহজনক দেখি তাৰ কথা নুশুনিব কেনৈ। তেওঁলোক নলৰে, তেওঁলোকৰ হাতৰ নিচানবোৰ বতাহত লৰে। প্ৰায় দুপৰীয়া হৈছে গৈ। গতিকে ৰ'দৰ তাপ বেছি হয়। ৰ'দৰ উত্তাপত মানুহৰ হাতৰ নিচানবোৰ জিক্‌মিকাই উঠে-ৰঙীণ পতাকাবোৰৰ তিনি ৰবং ৰ'দত স্পষ্ট হৈ উঠে,-জলমলাই উঠে।

শিৱনাথে আকৌ কয়,—

খন্তেক পিছতে আমি থানা পামগৈ। থানাত কি আছে আমি আটায়ে জানো। পুলিছ আছে, লাঠি আছে, বন্দুক আছে। আমি কোনেও নপলাও, কোনেও পিছমুখ নহওঁ, কোনেও ধৈৰ্য্য নেহেৰুৱাও। আমাৰ উদ্দেশ্য সফল নোহোৱাকৈ আমি কোনেও উভতি নাহোঁ। বৰনগৰৰ থানা আমি অধিকাৰ কৰিম। আমাৰ মাজৰ আমি কিছুমান মৰিম। কিন্তু মৰণে আমাক বাধা দিব নোৱাৰে। আমি নমৰিলে লক্ষ লক্ষ মানুহে জী নাথাকে। আমি মৰিলে দেশ জী উঠিব। আমি মৰিলে দেশে মুক্তি পাব।মুক্তি পাব আমাৰ দেশে, আমাৰ ভাৰতভূমিয়ে। আৰু মৃত্যুৰ পথত আমি অকলশৰীয়া নহওঁ। আজি এশ বছৰে আমাৰ দেশৰ মানুহ মৰি আছে। শই শই মৰিছে। আমিও মৰিম, মৰি জয়ী হ'ম। বিজয়ৰ সেই একেটা পথ—মৃত্যু, ৰক্তপাত। আমাৰ কেইজনমানৰ মৃত্যুৰ মাজেদি আহিব সমগ্ৰ দেশৰ জয়। আৰু মৰিলে আমি

কি হেক্ৰাম? পৰাধীন জাতিৰ আত্মসন্মান নাই,আত্মসন্মান নথকা মানুহৰ লাজ নাই, লাজ নোহোৱা মানুহৰ কোনো সম্পদ নাই, আনকি জীৱনো নাই। সেই বাবে মৰিবলৈ আমি ভয় নকৰোঁ। দেশতকৈ ডাঙৰ আৰু কোনো সম্পদ নাই।

এক গোট হৈ শাৰী পাতি মানুহবিলাক আগুৱাবলৈ ধৰে। শিৱনাথে এবাৰ লক্ষ্য কৰে, দলটোৰ আগত হাতত নিচানলৈ নিৰ্ভীকভাৱে আগুৱাই গৈছে উমা আৰু সাবিত্ৰী। বাকী মানুহবিলাকে জয়ধ্বনি কৰি ক্ৰমে আগবাঢি আছে। শিৱনাথেও সিহঁতৰ লগত মিলি যায় আৰু আগবাঢ়ি থাকে। তেওঁলোক আহি বৰনগৰ সোমায়। মানুহৰ জয়ধ্বনি বাঢ়ে, মানুহৰ কোঢ়াল বাঢ়ে।

থানাত পুলিছ বিলাকে বন্দুক সাজু কৰি লয়। থানাৰ ভিতৰত সোমাবলৈ মাত্ৰ একেটা বাট। সেই বাটটো বাদ দি থানাৰ চাৰিওফালে ওখ তাঁৰৰ মজবুত বেৰ। আৰু সেই একেটা বাট বন্ধ কৰি তাত থিয় হৈ আছে চাৰিজন পুলিছ! সিহঁতে বন্দুকবোৰ সাজু কৰি লৈ কেৱল হুকুমৰ বাবে অপেক্ষা কৰি থাকে।

কোনো ভ্ৰূক্ষেপ নকৰি জনতাই আগবাঢ়ি গৈ থানাৰ সন্মুখত ৰয় গৈ। তেওঁলোকৰ হাতৰ নিচানবোৰ ওপৰলৈ তুলি তেওঁলোকে জয়ধ্বনি কৰিবলৈ আৰম্ভ কৰে। বৰনগৰ মুখৰিত হৈ উঠে। থানাৰ ঘৰবোৰ কঁপি উঠে। পুলিছবোৰ আতঙ্কিত হৈ উঠে। এই জনতাৰ আগত হাতত নিচান লৈ উমা আৰু সাবিত্ৰী দুয়ো পুলিছ বিলাকৰ আগলৈ গৈ সিহঁতক বাট এৰি দিবলৈ কয়। ইতিমধ্যে আন কিছুমান মানুহে তাঁৰৰ বেৰবোৰ খুটিৰে সৈতে মাটিত পেলাই দিবলৈ চেষ্টা কৰে। জনতাৰ মাজৰে পাছত থকা মানুহবোৰে আগলৈ আহিবলৈ চেষ্টা কৰে। আৰু অকণমান সময় এনেকৈ থাকিলে পুলিছক বগৰাই মাটিত পেলাই থৈ মানুহবোৰ থানাৰ ভিতৰত সোমাই যাব, তাত আৰু সন্দেহ নাথাকে।

সাবিত্ৰী আৰু উমা আগুৱাবলৈ চেষ্টা কৰে; এনেতে গুলিৰ শব্দ হ'ল। বাটটো বন্ধ কৰি থকা পুলিছ বিলাকে নহয়, থানাৰ ভিতৰত থকা পুলিছে গুলিয়ালে। সাবিত্ৰীৰ বুকেদি গুলি সোমাই গ'ল। নিচানখন ওপৰলৈ

তুলি তাই পৰি গ'ল, আৰু তত্তালিকে উমাই বাওঁহাতেৰে সাবিত্ৰীৰ নিচানখন তুলি ললে। তেনেতে মুহূৰ্ত্তৰ ভিতৰতে শিৱনাথ ক'ৰবাৰ পৰা ওলাল। সি আহিয়ে উমাৰ সোঁহাতৰ পৰা নিচানখন নিজৰ হাতলৈ আনি, কলে—

তোমাৰ নিচানখন মই তুলি দিম — থানাৰ ওপৰত! উমা, পাৰ্ব্বতী।

বিজুলীবেগেৰে সি অদৃশ্য হৈ যায়। সেই ক্ষণিকৰ ভিতৰতে উমাই দেখা পায়, শিৱনাথে হাঁহিছে। এটা অপৰিসীম তৃপ্তিত তাৰ মুখত যেন হাঁহি বিৰিঙি উঠিছে।

ইতিমধ্যে থানাৰ তাঁৰৰ বেৰবোৰ মানুহে মাটিত পেলাই দিয়ে। বাটটো আগুৰি থিয় হৈ থকা পুলিছ কেইজনক হেঁচি ঠেলি তেওঁলোকে ভিতৰলৈ পঠিয়াই দিবলৈ ধৰে। একে জাউৰি বহুত গুলি মৰাৰ শব্দ হয়। তাৰ পাছত জাউৰি জাউৰি গুলিবোৰ জনতাৰ ওপৰত পৰিবলৈ ধৰে। এটাৰ পছত এটাকৈ মানুহবোৰ মাটিত পৰি যাবলৈ ধৰে। তেওঁলোকৰ হাতৰ পৰা পৰিযোৰা নিচানবোৰ আন মানুহে কাঢ়ি লয়; আৰু থানাৰ আগৰ মাটিবোৰত তেজৰ নৈ বৈ যায়।

এনেতে হঠাৎ জনতাৰ মাজৰ পৰা জয়ধ্বনি হ'ল। আটাইবোৰ মানুহে ইমান চিঞৰি জয়ধ্বনি দিলে যে দিগদিগন্ত মুখৰিত হৈ উঠিল। জাউৰিৰ পাছত জাউৰি জয়ধ্বনি হবলৈ ধৰিলে। সকলোবোৰ মানুহে থানাৰ ঘৰটোৰ ওপৰলৈ চালে। শিৱনাথে ঘৰটোৰ ঠিক সোঁমাজতে নিচানখন তুলি দিছে। থানাৰ ওপৰত তেওঁলোকৰ নিচান সগৰ্ব্বে উৰিবলৈ ধৰিলে।

শিৱনাথে দুই হাত তুলি চিঞৰি উঠিল,—

বন্দে মাতৰম্।

ঠিক সেই মুহূৰ্ত্তে চাৰিটা বন্দুক গোঁজৰি উঠিল। চাৰিটা বন্দুকৰ গুলিয়ে শিৱনাথৰ দেহটো ক্ষতবিক্ষত কৰি পেলালে। নিচানখনৰ তলতে সি পৰি গ'ল। পৰি গৈ দুইখন হাতেৰে সি তাৰ বুকুৰপৰা ওলোৱা তেজবোৰ আনি নিচানখন বাজি দিলে। নিচানখনৰ ৰঙা ৰঙত শিৱ নাথৰ বুকুৰ ৰঙা তেজবোৰ মিলি গৈ নিচানখনৰ তিনিওটা ৰং স্পষ্ট হৈ জিলিকিবলৈ

ধৰিলে, আৰু সি টিনৰ চালৰ পৰা বাগৰি আহিবলৈ ধৰিলে। মাটিত পৰি যোৱাৰ আগতে তাৰ ৰক্তাক্ত শৰীৰটো মানুহে ধৰি পেলায় আৰু মাটিত তাক শুৱাই থয়। উমাই ক'ৰবাৰ পৰা দৌৰি আহি যেতিয়া তাৰ মূৰটো কোলাত লয়, তেতিয়াও সি হাঁহি আছে। উমালৈ চাই সি আকৌ এবাৰ হাঁহে, আৰু তাৰ পাছত তাৰ চকু দুটা স্থিৰহৈ যায়।

সেই মুহূৰ্ত্তে বনজনে আন এখন নিচান থানাৰ ঘৰটোৰ ওপৰত উৰাই দিয়ে। সি যে কোন মুহূৰ্ত্তত কেনেকৈ ঘৰৰ চাল পালে গৈ কোনেও তত ধৰিব নোৱাৰিলে। তাৰ নিচানখন শিৱনাথৰ তেজে ৰাঙলী নিচানখনৰ ওচৰত সি পুতি দিয়ে। দুয়োখন নিচান উৰিবলৈ ধৰে।

আটাইবোৰ মানুহ তেতিয়া থানাৰ ভিতৰত সোমাই পৰিছে। ক'ত যে কিমান মৃতদেহ পৰি থাকিল তাৰ সীমা নোহোৱা হ'ল। মানুহে ভিতৰ সোমাই আহি থানা অধিকাৰ কৰি পুলিছৰ বন্দুকবোৰ কাঢ়ি লৈ কেইজনমানক উলিয়াই দিলে, কেইজনমানক বান্ধি থলে। বৰনগৰ থানা সম্পূৰ্ণভাবে জনতাৰ হাতলৈ আহিল।

এবাৰ আঠুকাঢ়ি আকৌ পেটেৰে চুচঁৰি কাৰিকৰে কান্ধত দুখন নিচান লৈ থানাৰ নিচান-স্তম্ভটোৰ ফালে আগবাঢ়ি আহে। তেওঁৰ দুয়োখন হাত তেজেৰে ডুবগৈ আছে। নিজৰে গাৰ তেজেৰে। তেওঁৰ হাতত, বাউসীত, উৰুত, পেটে কেবাটাও গুলি পৰিছে। তথাপি তেওঁ আগবাঢ়ে। তেওঁ আৰু চকুমেলি থাকিব নোৱাৰে। মেলি থাকিলেও একো দেখা নাপায়। তথাপি আগুৱাই যায়। এবাৰ শৰীৰৰ সমস্ত শক্তিৰে থিয় হৈ তেওঁ স্তম্ভৰ ৰচিগছত দুয়োখন নিচান বান্ধি দিয়ে। অৰবিন্দৰ নিচানখন আৰু নিজামৰ নিচানখন। দুয়োখন নিচান তেওঁ বান্ধি দি ৰচিগছ টানি নিচান দুখন তুলি দিয়ে। তাৰ পাছত তেওঁ মাটিত ঢলি পৰে।

বৰনগৰৰ থানাত চাৰিখন নিচান উৰি থাকে।

— • —